# মিচিং জনজীৱন ঃ চিন্তা-বিচিত্ৰা



ভৃগুমুণি কাগ্যুং

সংকলন সম্পাদক
—পৱন কুমাৰ বৰুৱা—

প্ৰাপ্তিস্থান ঃ লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ, গুৱাহাটী-১

"Missing Jonajivan : Chinta Bichitra" selected writings on socio-cultural topics by Bhrigu Muni Kagyung, literary pensioner, Assam, compiled and edited by professor Paban Kumar Barua, Cotton College, Guwahati, Published with the financial assistance from Director, Assam Institute of Research for Tribals and Schedule Castes, Jawaharnagar, Guwahati–22, Rs. 32.00

---

*সংকলন সম্পাদক ঃ*
**অধ্যাপক পৱন কুমাৰ বৰুৱা**

*প্ৰথম প্ৰকাশ ঃ*
এপ্ৰিল, ২০০২

মূল্য ঃ ৩২.০০ টকা

*মুদ্ৰণ ঃ*
**জে. আই. পি. প্ৰিণ্ট এছ'চিয়েটছ**
**চানমাৰি, গুৱাহাটী-৩**



# আগকথা

অসমৰ বৌদ্ধিক আৰু সাংস্কৃতিক জগতত শ্ৰীভৃগুমুণি কাগয়ুঙৰ নাম সুপৰিচিত। দীৰ্ঘদিন ধৰি তেখেতে গভীৰ নিষ্ঠা আৰু ঐকান্তিকতাৰে মিচিং সমাজ আৰু সংস্কৃতিৰ বিভিন্ন দিশ পোহৰলৈ অনা কামত আত্মনিয়োগ কৰি প্ৰশংসনীয় সেৱা আগবঢ়াই আহিছে। তেখেতৰ দ্বাৰা সম্পাদিত মিচিং সংস্কৃতিৰ আলেখ্য নামৰ বৃহৎ কলেবৰ সংকলনটো মিচিং সমাজ আৰু সংস্কৃতি বিষয়ক এক গুৰুত্বপূৰ্ণ আকৰ-গ্ৰন্থ বুলি বিদ্যায়তনিক মহলত বহুলভাৱে স্বীকৃত আৰু সমাদৃত হৈছে।

পিছে শ্ৰীভৃগুমুণি কাগয়ুঙৰ বৌদ্ধিক তৎপৰতা আৰু আগ্ৰহ মিচিং সমাজ-সংস্কৃতিৰ বিদ্যায়তনিক চৰ্চাতেই সীমাবদ্ধ হৈ থকা নাই। এহাতে, তেখেতৰ বিদ্যায়তনিক আগ্ৰহে মিচিং সমাজৰ উপৰিও সমগ্ৰ অসমৰ আৰু তাকো চেৰাই উত্তৰ-পূব ভাৰতৰ সামাজিক-সাংস্কৃতিক ক্ষেত্ৰখন সামৰি লৈছে। আৰু আনহাতে, আঞ্চলিক, ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক পটভূমিৰ পৰিপ্ৰেক্ষিতত এই অঞ্চলৰ বিশেষ সমস্যা আৰু প্ৰয়োজন সমূহৰ বিশ্লেষণ কৰি তেখেতে আৱেগ-বৰ্জিত আৰু যুক্তিনিষ্ঠভাৱে গ্ৰহণযোগ্য সূত্ৰৰ সন্ধান কৰিছে। শ্ৰীকাগয়ুঙৰ চিন্তা-চৰ্চাৰ দিশবোৰ সুস্পষ্টভাৱে প্ৰতিফলিত হৈছে বৰ্তমান সংকলনখনিত সন্নিবিষ্ট কুৰিটা প্ৰবন্ধত — যিবোৰ বিভিন্ন সময়ত বিভিন্ন পত্ৰ-পত্ৰিকাত প্ৰকাশিত হৈছিল। সংকলনখনিক মিচিং জনজীৱন ঃ চিন্তা-বিচিত্ৰা বুলি নামকৰণ কৰাটো যথাৰ্থ হৈছে এই কাৰণেই যে অন্তৰ্ভুক্ত প্ৰবন্ধসমূহত ঘাইকৈ মিচিং জনজীৱনক কেন্দ্ৰ কৰিয়েই বিবিধ বিষয়ত তেখেতৰ চিন্তা-ভাৱনা আৱৰ্তিত হৈছে। গ্ৰন্থখনিয়ে সামগ্ৰিকভাৱে এই অঞ্চলৰ সমাজ-সংস্কৃতিৰ সংশ্লেষিত আৰু সমন্বিত চৰিত্ৰৰ বিচাৰ-বিশ্লেষণৰ চিত্ৰ দাঙি ধৰাৰ লগে লগে উদ্ভাসিত কৰিছে জ্যোতিপ্ৰসাদৰ আদৰ্শৰ প্ৰতি গ্ৰন্থকাৰৰ আন্তৰিক আনুগত্য ঃ সেয়া হ'ল— থলুৱা আৰু গোষ্ঠীগত বৈশিষ্ট্য অক্ষুন্ন ৰাখিও ৰাষ্ট্ৰীয়তাৰ পথেৰে আগবাঢ়ি আন্তৰ্জাতিকতালৈ গতি কৰা অকল কাম্যই নহয়, সম্ভৱো।

মিচিং জনগোষ্ঠীৰ এগৰাকী সচেতন আৰু দায়বদ্ধ সদস্য হিচাপে শ্ৰীকাগয়ুঙে সেইখন সমাজৰ সাংস্কৃতিক বৈশিষ্ট্যৰ উপৰিও ৰাজনৈতিক-অৰ্থনৈতিক পৰিস্থিতিক লৈও অভিমত ব্যক্ত কৰাটো অতি স্বাভাৱিক কথা, কিন্তু লগে লগে তেখেতে অসমৰ সমূহ জনজাতীয় জনসমষ্টিৰ প্ৰতিনিধি হিচাপেও কিছুমান অত্যন্ত গুৰুত্বপূৰ্ণ প্ৰসংগৰ অৱতাৰণা কৰিছে। আকৌ তেখেতৰ লিখনিৰ মাজেৰে বৈ আছে অসমীয়া সমাজ আৰু সংস্কৃতিৰ অংশীদাৰ হোৱা চেতনাৰ প্ৰবল স্ৰোত। আৰু সকলোকে সামৰি লৈ উজলি আছে ভাৰতীয়ত্বৰ গৌৰৱ।

শ্ৰীকাগ্যুঙৰ লিখনিৰ মাজত পৰিচয় পোৱা যায় অধ্যয়ন আৰু অৱলোকনৰ মাজেদি গঢ় লোৱা এক পৰিশীলিত চিন্তা-প্ৰক্ৰিয়াৰ, আৰু তাৎপৰ্যপূৰ্ণভাৱে লক্ষ্য কৰা যায় বাস্তৱ পৰিস্থিতি আৰু প্ৰয়োজনৰ লগত সেই চিন্তা-প্ৰক্ৰিয়াৰ সংযোগ ঘটোৱাৰ আগ্ৰহ। এই বৈশিষ্ট্যবোৰ বিধৃত হৈছে তেখেতৰ সৰ্বাধিক মনোযোগৰ বিষয়বোৰৰ সন্দৰ্ভত, আৰু সেইবোৰ হ'ল ঃ আৰ্য্যমূলীয় আৰু আৰ্য্যেতৰ, ঘাইকৈ মংগোলীয় উপাদানেৰে পুষ্ট অসমীয়া সমাজ আৰু সংস্কৃতিৰ বহুমাত্ৰিক যৌগিক চৰিত্ৰ, সংযোগ আৰু সংহতি সাধনত অসমীয়া ভাষাৰ অনন্য ভূমিকা, জনজাতীয়-অজনজাতীয় সম্পৰ্কৰ কিছুমান স্পৰ্শকাতৰ দিশ, বিভিন্ন স্তৰত শিক্ষাৰ মাধ্যম হিচাপে জনজাতীয় ভাষা প্ৰৱৰ্তনৰ প্ৰায়োগিক সমস্যা, জনজাতীয় ভাষাৰ লিপিগ্ৰহণক লৈ চলা বিতৰ্ক, ৰাষ্ট্ৰীয় শিক্ষানীতিৰ পৰিপ্ৰেক্ষিতত অসমৰ জনজাতীয় গোষ্ঠীসমূহৰ বাবে ত্ৰিভাষা সূত্ৰৰ প্ৰযোজ্যতা, চাহিদাভিত্তিক শিক্ষাৰ প্ৰয়োজনীয়তা আৰু শিক্ষা-প্ৰসাৰৰ লগত অৰ্থনৈতিক বিপৰ্য্যয়ৰ সম্পৰ্ক ইত্যাদি। আমি শ্ৰীকাগ্যুঙৰ বিভিন্ন প্ৰবন্ধৰ পৰা কিছুমান নিৰ্বাচিত অংশৰ উদ্ধৃতি দাঙি ধৰিছো —যিবোৰৰ পৰা তেখেতৰ দৃষ্টিভংগীৰ স্পষ্ট আভাস পাব পাৰি ঃ

"সকলো ভাষাতে মৌখিক সাহিত্যৰ প্ৰচলন আছে। পৰিমাৰ্জিত আৰু লিখিত সাহিত্য সৃষ্টি হোৱাৰ আগতে মৌখিক বা লোক-সাহিত্যই সেই সমাজৰ সাহিত্য কলাৰ নান্দনিকতা প্ৰদান কৰি আহিছে। এইফালৰ পৰা চাবলৈ গ'লে লোক-সাহিত্যবোৰ লিখিত সাহিত্যৰ আধাৰস্বৰূপ।" (মিচিং ভাষা-সাহিত্যৰ সম্যক পৰ্য্যালোচনা)।

"উত্তৰ-পূৰ্বাঞ্চলৰ জন-সমাজৰ ব্যৱহাৰিক বা বাস্তৱগত পৰিৱেশৰ বিচাৰ বিশ্লেষণত বৃহত্তৰ অসমীয়া জাতিৰ সমন্বয় সাধনৰ ক্ষেত্ৰত একমাত্ৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ প্ৰভাৱ আৰু প্ৰাধান্যৰ কথা নুই কৰিব নোৱাৰি।" (উক্ত প্ৰবন্ধ)

"মিচিং ভাষাৰ কাৰণে অসমীয়া ভাষা মূলতঃ সংযোগী ভাষা আৰু তেনেকৈ মিচিং ভাষায়ো অসমীয়া ভাষাৰ সহযোগী ভাষাৰূপে ভূমিকা গ্ৰহণ কৰি আহিছে। মিচিং ভাষাৰ বিকাশৰ ক্ষেত্ৰত অসমীয়া ভাষাই কোনো প্ৰতিবন্ধকতাৰ সৃষ্টি নকৰে আৰু অসমীয়া ভাষাৰ উৎকৰ্ষ সাধনতো মিচিং তথা 'তিব্বত-বৰ্মী' ভাষাই কোনো বাধ্য-বাধকতাৰ সৃষ্টি নকৰে। বৰঞ্চ সংযোগী আৰু সহযোগী ভাষা হিচাপে পৰস্পৰৰ সমৃদ্ধি সাধন কৰিছে।" (অসমীয়া ভাষাৰ লগত মিচিং ভাষাৰ সম্পৰ্ক)।

"বিশাল ভাৰতবৰ্ষত ভাষাভিত্তিক ৰাজ্য পুনৰ গঠন কৰাৰ পাছতো আকৌ আঞ্চলিক ভাষাৰ নতুন সংজ্ঞা বিচাৰি এচামে 'নতুন ব্যাখ্যাৰো সূত্ৰপাত নকৰাকৈ

থকা নাই।... আজি সমগ্র পৃথিবীজুৰি ক্ষুদ্র ক্ষুদ্র জাতিসত্তাৰ অস্তিত্ব ৰক্ষাৰ কাৰণে ক্ষুদ্ৰাতিক্ষুদ্র ৰাজ্যৰ উন্মেষ হোৱাৰ কথা সকলোৱে উপলব্ধি কৰিছে।" (উক্ত প্ৰবন্ধ)।

"অনাগত দিনত প্ৰজাতীয় ভাষায়ো আত্মপ্ৰতিষ্ঠা লাভ কৰি নতুন নতুন দিনৰ নতুন নতুন সাহিত্য সৃষ্টিৰে সুদূৰপ্ৰসাৰী পথত ধাবিত হ'ব। ভাবী বংশধৰে যুগসাপেক্ষ ৰুচি-অভিৰুচি অনুক্ৰমে সাহিত্য সৃষ্টিৰ উপাদানৰ আমূল পৰিবৰ্তন কৰিব।" (প্ৰজাতীয় ভাষাত সাহিত্য সৃষ্টিৰ আধাৰ)।

"আমাৰ জনজাতীয় সমস্যা সমাধানৰ ক্ষেত্ৰত অসমীয়া ভাষাই সৰ্বতোপ্ৰকাৰে সহায় কৰিব নোৱাৰিলেও আংশিকভাৱে হ'লেও জ্ঞান আহৰণ, উচ্চশিক্ষা লাভ, ব্যাকৰণ ৰচনা আদি ক্ষেত্ৰত ইচ্ছুক লোকক নিঃসন্দেহে সহায় কৰিব পাৰিব। ...আঞ্চলিক ভাষাক নেওচি সংখ্যালঘু ভাষাই উন্নতি লাভ কৰাটো সম্ভৱ নহয় আৰু তেনে মনোভাব পোষণ কৰিলে বাস্তৱ দৃষ্টিভংগীক উপেক্ষা কৰাৰ বাহিৰে অন্য একো নহয়।" (সামাজিক ঐক্য ঃ ভাষা আৰু লিপি)।

"আজি স্বকীয় লিপি নথকা ভাষাবোৰৰ ক্ষেত্ৰত বিশেষকৈ জনজাতীয় ভাষা বিকাশৰ ক্ষেত্ৰত লিপিগ্ৰহণৰ সমস্যাই সঁচাকৈ এটা প্ৰধান জটিল সমস্যা ৰূপ ধাৰণ কৰিছে আৰু তলত উল্লেখ কৰা বিষয়বোৰলৈ দৃষ্টি ৰাখি লিপি নিৰ্ধাৰণ কৰাটো উচিত হ'ব বুলি মই ভাবো।

১। যি লিপি গ্ৰহণ কৰিলে স্বকীয় ভাষা শুদ্ধকৈ লিখি প্ৰকাশ কৰিব পাৰি (২) যি লিপি গ্ৰহণ কৰিলে নিজৰ ভাষাটোৰ উপৰিও আন চহকী ভাষা অনায়াসে লিখিব আৰু পঢ়িব পৰাৰ যোগ্যতা আপোনাআপুনি আহে (৩) যি লিপি গ্ৰহণ কৰিলে আঞ্চলিক ভাষাৰ সান্নিধ্য লাভ কৰিলে পৰস্পৰৰ মাজত সংযোগ ঘটাই আত্মীয়তা ভাতৃত্বৰ সৎভাবেৰে অনুপ্ৰাণিত হৈ জাতীয় সংহতি তথা ঐক্য গঢ়ি তোলাত বিপুল প্ৰভাব বিস্তাৰ কৰিব পাৰে।" (উক্ত প্ৰবন্ধ)।

"আজিৰ অসমৰ ভাষাগত সমস্যা সমাধানৰ পথ হৈছে থলুৱা ভাষাবোৰৰ স্বীকৃতি প্ৰদানেই নহয়, সেই ভাষাবোৰৰ বিকাশ সাধনতো সকলো সহায়-সহযোগ আগবঢ়াই সাংস্কৃতিক উপাদানৰাজিৰ উৎকৰ্ষ সাধন কৰাৰ লগতে শিল্প-ব্যৱসায়-বাণিজ্য আদি ক্ষেত্ৰতো জনসংযোগী ভাষা হিচাপে অসমৰ ৰাজ্যিক ভাষাৰ লগত সংগতি ৰাখি বিকাশ সাধনত অকুণ্ঠ সমৰ্থন আগবঢ়োৱাটো..." (জাতীয় সমন্বয় সাধনত সংস্কৃতিৰ ভূমিকা)।

"জাতীয় জীৱনত সকলো প্ৰকাৰৰ শিক্ষাৰ প্ৰয়োজন, কিন্তু সকলো শিক্ষাৰ্থীৰ বাবে সকলো শিক্ষা প্ৰয়োজনত নাহে। এটা বিশেষ পৰ্য্যায়লৈ সম্যক জ্ঞান পাব পৰা সাধাৰণ শিক্ষাত গুৰুত্ব দিয়াটো সমীচীন, কিন্তু তাৰ পাচৰ পৰ্য্যায়ৰ

পৰা আধুনিক শিক্ষাই কৰ্মমুখী তথা অৰ্থনৈতিক উৎপাদনৰ, জীৱন সংস্থানৰো ব্যৱহাৰত সহায়ক হোৱাটো আমাৰ সকলোৰে বাস্তৱসম্মত কাম্য।" (অৰ্থনৈতিক বিপৰ্যয়ৰ অন্যতম কাৰণ শিক্ষা)।

ওপৰত উদ্ধৃত কৰা ধৰণৰ উদাহৰণ সংকলনখনিৰ বিভিন্ন অংশত সিঁচৰতি হৈ আছে —বহু সময়ত প্ৰায় অনুৰূপ অভিব্যক্তিৰে গ্ৰন্থখনত এক ধৰণৰ পুনৰাবৃত্তিৰ অনুপ্ৰৱেশ ঘটিছে। ফলত সামগ্ৰিক বিচাৰত ৰসগ্ৰহণত অন্তৰায় ঘটোৱাৰ সম্ভাৱনাৰ সৃষ্টি কৰিছে। কিন্তু মনত ৰাখিব লাগিব যে এইখন এখন সংকলন-গ্ৰন্থ আৰু ইয়াত অন্তৰ্ভুক্ত প্ৰবন্ধসমূহ বিভিন্ন সময়ত বিভিন্ন উপলক্ষ্যত লিখা হৈছিল। প্ৰবন্ধকাৰৰ নিজৰ বৌদ্ধিক স্থিতিৰ যুক্তিসিদ্ধতা প্ৰতিপন্ন কৰিবৰ কাৰণে গাইগুটীয়াকৈ প্ৰতিটো সংশ্লিষ্ট প্ৰবন্ধত কিছুমান বিশেষ বক্তব্যৰ অৱতাৰণা নিশ্চয় অপৰিহাৰ্য্য আছিল। পুনৰাবৃত্তি পৰিহাৰ কৰাৰ উদ্দেশ্যেৰে তেনে বক্তব্যসমূহ কোনো কোনো প্ৰবন্ধৰ পৰা বাদ দিয়া হ'লে সেই সেই ক্ষেত্ৰত অংগহানি হ'লহেঁতেন —সেইটো নিঃসন্দেহ।

এই সংকলনখনৰ সম্পাদনাৰ দায়িত্ব গ্ৰহণ কৰাৰ বাবে অধ্যাপক পৱন বৰুৱা আৰু অৰ্থ-সাহায্যেৰে ইয়াৰ প্ৰকাশ সম্ভৱ কৰি তোলাৰ কাৰণে অসম জনজাতি আৰু অনুসূচিত জাতি গৱেষণা প্ৰতিষ্ঠান আমাৰ ধন্যবাদৰ পাত্ৰ হৈছে।

শিলপুখুৰী, গুৱাহাটী
১৮.৫.২০০২

শ্ৰীবীৰেন্দ্ৰনাথ দত্ত

# প্ৰবন্ধকাৰৰ এষাৰ

জীৱনৰ বিয়লি বেলিকা এখন পুথিৰ চিন্তা কৰিলোঁ। যোৱা ১৯৬৬ চনতে শিক্ষকতা এৰি সাংবাদিকতালৈ আহি (অসম সামাজিক শিক্ষা বিভাগৰ দুমহীয়া মুখপত্ৰ, একালৰ অতীব জনপ্ৰিয় জনশিক্ষা নামৰ কাকতৰ প্ৰকাশন সহায়ক হিচাপে ১৯৯২ চনলৈকে) অন্ততঃ ১৯৯০ চনলৈকে লেখা (১) প্ৰবন্ধ, (২) বিভিন্ন আলোচনা চক্ৰ, অভিবৰ্তনৰ নিবন্ধ, (৩) সাময়িক যুগসাপেক্ষিক প্ৰবন্ধ, (৪) বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ স্মৃতিগ্ৰন্থ, স্মৰণিকা, (৫) বছৰৰ বিভিন্ন ঋতু, মাহ, বৰ্ষত উদ্‌যাপিত লোক উৎসৱ সম্পৰ্কীয় লিখনি, (৬) চৰকাৰী-অপ্ৰয়োজিত কাৰ্য্যপন্থাৰ বিৰুদ্ধে যুক্তি প্ৰদৰ্শন কৰি লেখা সাময়িক প্ৰবন্ধ, (৭) প্ৰয়োজনভিত্তিত বিভাগীয় কাকত পত্ৰৰ কৰ্মকৰ্তাৰ অনুৰোধক্ৰমে লেখা প্ৰবন্ধ আদিৰে মই লিখা প্ৰবন্ধপাতি নিজৰ কোঠাত সিঁচৰতি হৈ পৰি আছে; ইয়াৰে হয়তো প্ৰায়ভাগ সংৰক্ষণ কৰা হোৱা নাই আৰু যিখিনি আংশিকভাৱে সংৰক্ষণ কৰা হৈছে সেইবোৰ শুং থকা বিছ্নাৰ দৰে বাতি সপোনত মোৰ বিছ্নাত পি পি-পা পাকে বগাই ফুৰে, শান্তিত শোৱা নহয় কিবা দিবাস্বপ্নহে হয়। গতিকে সেইবোৰৰ এটা গত লগাই সমস্যা সমাধানৰ চিন্তাতে এই সংকলনৰ জন্ম। সম্ভৱ এইখন ছাব্বিশ নম্বৰ পুথি। মিচিং ভাষাতো কেইবাখনো পুথি প্ৰকাশিত হৈছে। ইমানবোৰ সিঁচৰতি হৈ পৰি থকা প্ৰবন্ধৰ পৰা নিৰ্দিষ্ট বিষয়-বস্তু লৈ এখন প্ৰবন্ধৰ সংকলনৰ পুথি যুগুত কৰাটো এক চিন্তাৰ বিষয়, গতিকে মোৰ নিকটৱৰ্তী বন্ধু প্ৰফেছাৰ ড° ধৰণী গোস্বামীক দায়িত্ব অৰ্পণ কৰাত তেখেতে কিছু বিষয়-বস্তুৰ চিজিল কৰি দিলে, তাৰবাবে তেখেতলৈ ধন্যবাদ জনালোঁ।

দ্বিতীয় পৰ্যায়ত প্ৰবন্ধ-সংকলনৰ সম্পূৰ্ণ দায়িত্ব অৰ্পণ কৰিলোঁ সুহৃদ বন্ধু প্ৰফেছাৰ পৱন বৰুৱাদেৱক। এইবাৰ বহুত প্ৰকাশিত প্ৰবন্ধৰ জাপ লৈ তেখেতে বিষয়-বস্তুৰ সংগতি ৰখা কৰি আৰু আনুষংগিক পৰিপূৰক প্ৰবন্ধ-পাতি বিচাৰি বিচাৰি বাছকবণীয়া কিছু প্ৰবন্ধৰে পুথিখন যুগুতোৱা কামত যথেষ্ট কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিবলগাত পৰিছে। এই লেখাত খুঁটি-নাতি নোহোৱা নহয় আৰু সম্পূৰ্ণ শুদ্ধভাৱে সজোৱা সম্ভৱো নহয়, কাৰণ অন্ততঃ ১৯৬৬ চনৰ পৰা ১৯৯০ চনলৈ লেখা প্ৰবন্ধবোৰৰ বিষয়-বস্তুৰ সংগতি-বিসংগতি নিশ্চয় হৈছে আৰু বিভিন্ন সময়ত লেখা সময়সাপেক্ষিকভাৱে জনমানসৰ চিন্তা-ধাৰাৰো আমূল পৰিবৰ্তন ঘটিছে আৰু ভাৱী-বংশধৰ নতুন পুৰুষৰ ৰুচি-অভিৰুচিৰো পৰিবৰ্তন ঘটিছে লগতে ৰাজনৈতিক উত্থান-

পতনো নোহোৱা নহয়। সামাজিক চিন্তাধাৰাৰো পৰিবৰ্তন নোহোৱাকৈ থকা নাই। আমাৰ দৰে সাধাৰণ প্ৰবন্ধকাৰৰ প্ৰবন্ধই বিভিন্ন স্তৰৰ কোন কোন সহৃদয় পাঠক-পাঠিকাক উপকৃত কৰিব সেয়া পাঠক সমাজৰ বিচাৰ্যৰ বিষয় আৰু তাৰ মূল্যাংকন পাঠক সমাজে আৰু সময়েহে ক'ব পাৰিব।

পুথিখনৰ প্ৰবন্ধসমূহ সংগ্ৰহ, সংকলন, সম্পাদনা, আৰ্হি কাকত চোৱা, সকলোলৈকে ত্যাগ স্বীকাৰ কৰিছে সুহৃদ বন্ধুবৰ প্ৰফেছাৰ পৱন বৰুৱাই।

পুথিখনৰ পাণ্ডুলিপি বহু কষ্টসহকাৰে চকু ফুৰাই চাই দিয়াৰ উপৰি আগ-কথা লিখি দিয়া বাবে সুহৃদ বন্ধু লোক-সাহিত্যৰ একনিষ্ঠ গৱেষক পণ্ডিত ড° বীৰেন্দ্ৰনাথ দত্তলৈ মোৰ অশেষ ধন্যবাদ জ্ঞাপন কৰিলোঁ। অসম চৰকাৰৰ জনজাতি গৱেষণা প্ৰতিষ্ঠানে এনে প্ৰবন্ধৰ সংকলন পুথি প্ৰকাশ কৰাৰ পৰিকল্পনা কৰি আৰ্থিক সাহায্য দিয়াত প্ৰতিষ্ঠানৰ কৰ্মকৰ্তাসকললৈ অশেষ ধন্যবাদ জ্ঞাপন কৰিলোঁ বিভাগীয় পাণ্ডুলিপি পুনৰীক্ষণ কৰি পৰামৰ্শ দিয়া বাবে সুহৃদ বন্ধু ড° ৰমেশ পাঠকলৈকো ধন্যবাদ জ্ঞাপন কৰিলোঁ।

সদৌ শেষত সংগ্ৰাহক, সংকলক, সম্পাদক সুহৃদ বন্ধু পৱন বৰুৱালৈ অশেষ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিলোঁ। অপ্ৰত্যাশিতভাৱে এই সত্তৰ বছৰ বয়সত এক অন্তৰংগ বন্ধু লগ লাগিছে। এইটো হৈছে বহুমূত্ৰ বা ডায়বেটিছ ৰোগ। গতিকে চকুৰ দৃষ্টিশক্তি একেবাৰে শেষ হোৱাৰ দৰে হৈছে। শেষত উপায় নাপাই একমাত্ৰ মোৰ বোৱাৰী শ্ৰীমতী জুনুমণি পায়েং কাগ্‌য়ুঙক শ্ৰুতলিপি দি এইখিনি লিখাবলগীয়া হ'ল। গতিকে তাইলৈ আশীৰ্বাদ থাকিল। ছপাকাম্যৰ বাবে জে, আই, পি, প্ৰিণ্ট এছ'চিয়েটছ্ কৰ্মীবৃন্দলৈ ধন্যবাদ জনালোঁ। অন্তত সুহৃদয় পাঠক-পাঠিকালৈ আগবঢ়োৱা এই পুথিখন তেওঁলোকে গ্ৰহণ কৰিলে আমাৰ ত্যাগ আৰু কষ্ট সাৰ্থক হ'ব।

নিবলা পঁজা, নন্দন নগৰ
সৰুমটৰীয়া, বিষ্ণু পথ
অসম সচিবালয়, গুৱাহাটী-৬

বাইজৰ সেৱাৰ পাত্ৰ
ভৃগুমুণি কাগ্‌য়ুং

# সম্পাদকীয়

অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ একনিষ্ঠ সাধক-গৱেষক পণ্ডিত ভৃগুমুণি কাগ্যুঙৰ ৰচনা পঢ়ি মই বৰ আপ্লুত হৈ অসম সাহিত্য সভাৰ তদানীন্তন প্ৰধান সম্পাদক মোৰ মিতা অধ্যাপক নাহেন্দ্ৰ পাদুনৰ লগত গৈ তেওঁৰ স'তে চিনাকি হৈছিলো। তেতিয়া তেওঁ "জনশিক্ষা"ৰ সম্পাদনাৰ কামত নিবিড়ভাৱে জড়িত আছিল। সাহিত্য সভাৰ জৰিয়তেই তেওঁৰ লগত বন্ধুত্ব গঢ়ি উঠিছিল। মিচিং সমাজৰ সৰ্বতোপ্ৰকাৰৰ উন্নতিৰ হকে তেওঁ জীৱনজুৰি কাম কৰি আছে। কাৰোবাৰ পৰা স্বীকৃতি পাওক বা নাপাওক সেইটো শ্ৰীকাগ্যুঙৰ বিচাৰ্য বিষয় নহয়। নীৰৱে সমাজখনৰ হকে কাম কৰাটোহে তেওঁৰ লক্ষ্য আৰু উদ্দেশ্য। পলমকৈ হ'লেও ভৃগুমুণি কাগ্যুঙক অসম চৰকাৰে সাহিত্যিক পেঞ্চন দিছে কিন্তু তেওঁ কৰা কামৰ বিনিময়ত ইয়ে যথেষ্ট নহয়।

কুৰি শতিকাৰ আশী আৰু নব্বৈ দশকত ভৃগুমুণি কাগ্যুঙে কেলেমান গুৰুত্বপূৰ্ণ নিবন্ধ ৰচনা কৰি প্ৰকাশ কৰিছিল। মিচিং ভাষা বিষয়ক, শিক্ষা বিষয়ক আৰু সংস্কৃতি বিষয়ক প্ৰবন্ধবোৰ গোটাব পাৰিলে তিনিখন মূল্যবান গ্ৰন্থ হয় কিন্তু তেওঁৰ ৰচনাবোৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ আছে। সেইবোৰ থানঠিত লগোৱাটোৱেই এটি গৱেষণাৰ বিষয়। কোনোবা আগ্ৰহশীল ব্যক্তি আগবাঢ়ি আহি এই কাম কৰিব বুলি আশা কৰিলোঁ। উত্তৰ-পূৰ্বাঞ্চলৰ নতুন প্ৰজন্মৰ কাৰণে গভীৰভাৱে চিন্তনীয় কথাবোৰ সময়ৰ বুকুত হেৰাই যাব বুলি ভাবি সেইবোৰৰ মাজৰ পৰা নিৰ্বাচিত কিছু প্ৰবন্ধ গোটাই অসম জনজাতি আৰু অনুসূচিত জাতি গৱেষণা প্ৰতিষ্ঠানত সংৰক্ষণ আৰু প্ৰকাশৰ বাবে দাখিল কৰা হৈছিল। প্ৰথমতে আমি ভাবিছিলো— "মিচিং জনজীৱনৰ চিন্তা : সাম্প্ৰতিক সমস্যা; শিক্ষা, ভাষা" এই শীৰ্ষক গ্ৰন্থ এখন কৰা হওক। পিচত কলেবৰ ডাঙৰ হোৱাৰ ভয়ত এই কাম এৰি দিয়া হ'ল। অধ্যাপক ড° ৰমেশ পাঠকে প্ৰবন্ধবোৰ পুনৰীক্ষণ কৰি কেইটিমান পৰামৰ্শ আগবঢ়াইছিল। প্ৰবন্ধবোৰ বিভিন্ন সময়ত ছপা হোৱা বাবে পুনৰাবৃত্তি ঘটিছে সেইখিনি সম্পাদনা কৰিলে ভাল, গ্ৰন্থখনৰ নাম চমু কৰিলে ভাল আৰু এগৰাকী গুণী ব্যক্তিৰ দ্বাৰা পাতনি এখন লিখোৱা ভাল। তেওঁৰ পৰামৰ্শৰ ভিত্তিত নামটো চমুৱাই "মিচিং জনজীৱন : চিন্তা বিচিত্ৰা" কৰা হ'ল। সমস্যাৰ মাজতে জন্মগ্ৰহণ কৰা ভৃগুমুণি কাগ্যুঙৰ চিন্তা প্ৰতিফলিত হওক বুলি কুৰিটা প্ৰবন্ধ সন্নিবিষ্ট কৰি পাণ্ডুলিপি দাখিল

কৰা হ'ল। এইবাৰ গৱেষণা প্ৰতিষ্ঠানে সেউজ সংকেত দিলে তাৰ বাবে কৰ্মকৰ্তাসকললৈ ধন্যবাদ জনালোঁ। আৰ্হি কাকত চোৱাত অধ্যাপিকা ড° বিনীতা বৰুৱা আৰু অধ্যাপিকা চম্পাকলি তালুকদাৰে সহায় কৰাৰ বাবে তেওঁলোকক ধন্যবাদ জনালোঁ। গ্ৰন্থখন সৰ্বসাধাৰণ পাঠকৰ উপৰি অসমীয়া স্নাতক সন্মান আৰু স্নাতকোত্তৰ ছাত্ৰ-ছাত্ৰী আৰু গৱেষকৰ কামত আহিলে আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। ভৃগুমুণি কাগ্যুঙে আধুনিক অসমীয়া কবিতাৰ পুথি "অনাহুত"ৰ বাবে ১৯৭০ চনৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ পাইছিল আকৌ ১৯৯৪ চনতো "মন বননিৰ জুই" নামৰ কবিতা পুথিৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰ পাইছিল। এই মন্ত্ৰদ্ৰষ্টা কবিগৰাকীৰ চিন্তাই আমাক ভবাই তোলক ইয়াকে কামনা কৰিলোঁ। "সংযোগী ভাষা শিকাৰ প্ৰয়োজনীয়তা" শীৰ্ষক শ্ৰীকাগ্যুঙৰ নিবন্ধটিৰ এটি বাক্যই মোক সদায় সকীয়াই থাকে— "আমি ব্যৱহাৰিক জীৱনৰ প্ৰয়োজনীয়তাৰ পৰিপ্ৰেক্ষিতত প্ৰধানতঃ জনগণৰ আৱেগিক ঐক্য আৰু শিক্ষায়তনিক দিশৰ প্ৰতি লক্ষ্য ৰাখি গোষ্ঠীগত ভাষাবোৰৰ লগত আঞ্চলিক ভাষাক (ৰাজ্যিক বা প্ৰশাসনিক) আনুষংগিক সংযোগী ভাষা হিচাপে গ্ৰহণ কৰাৰ বাহিৰে প্ৰশস্ত পথ নাই।" সামাজিক সমস্যা, শিক্ষাৰ সমস্যা, জনজাতি-অজনজাতি সমস্যা, ভাষা আৰু মাধ্যমৰ সমস্যা ইত্যাদি সমস্যাৰ মাজত বিচৰণ কৰি শ্ৰীকাগ্যুঙে সমাধানৰ পথো নিৰ্ণয় কৰিব বিচাৰিছে। তেওঁৰ কলমৰ পৰা আমি আৰু কিছু মূল্যৱান পৰামৰ্শ পোৱাৰ আশা ৰাখিছোঁ।


পৱন কুমাৰ বৰুৱা

অমূল্য আশ্ৰয়
সোণালী পথ, বেলতলা
গুৱাহাটী-২৮

# সূচীপত্ৰ

# মিচিং ভাষা-সাহিত্যৰ সম্যক পৰ্যালোচনা

কোনো এটা ভাষাৰ বিষয়ে পুংখানুপুংখৰূপে বিচাৰ কৰিবলৈ হ'লে প্ৰধানতঃ সেই ভাষাটোৰ ভাষাতাত্ত্বিক, জনগোষ্ঠীটোৰ নৃতাত্ত্বিক, ভাষাটোৰ ঐতিহাসিক পটভূমিকা আৰু জনসমাজত ইয়াৰ ব্যৱহাৰিক দিশৰ কথা নিতান্ত জনাৰ আৱশ্যক।

সাধাৰণতে পৃথিৱীৰ মানৱ ভাষাবোৰক কিছুমান ৰূপত পোৱা যায়— কথিত, লিখিত, কেৱল কথিত, কেৱল লিখিত আৰু কথিত লিখিত দুয়োটা ৰূপত। কিন্তু ভাষাতাত্ত্বিক বিচাৰ বিশ্লেষণত কথিত বা গ্ৰাম্য ভাষাৰ ৰূপেই অত্যধিক গুৰুত্ব চপা। প্ৰায়োগিক ক্ষেত্ৰত ইয়াক দুটা ভাগত বিভক্ত কৰিছে— গ্ৰাম্য বা কথিত বা লোক ভাষা আৰু সাধু বা সাহিত্যৰ বা উচ্চমানবিশিষ্ট ভাষা যাক ইংৰাজীত 'ষ্টেণ্ডাৰ্ড লেংগুৱেজ' বুলি কোৱা হয়— সংস্কৃতত ইয়াৰ এটা উদাহৰণ পোৱা যায়— "শুষ্কং কাষ্ঠং তিষ্ঠতি অগ্ৰে" আৰু "নীৰস তৰুৱৰ পুৰতি ভাতি।" সকলো ভাষাই কথিত ৰূপৰ পৰা কালক্ৰমত প্ৰয়োজন ভিত্তিত বিকাশ লাভ কৰি লিখিত সাহিত্যৰ ভাষালৈ উন্নীত হোৱাৰ দৰে মিচিং ভাষায়ো সাম্প্ৰতিক কালত আত্মপ্ৰতিষ্ঠা লাভ কৰিছে।

পৃথিৱীৰ ভাষা পৰিয়ালবোৰক কেইবাটাও মূল ভাগত ভাগ কৰি ভাষাবিদসকলে পৰ্যালোচনা কৰিছে—

"(১) ইন্দো-ইউৰোপীয় বা ভাৰত ইউৰোপীয়, (২) চেমীয়, (৩) হেমেটিক, (৪) ভোট-চীনীয় (৫) অষ্ট্ৰিক, (৬) বাণ্টু, (৭) ফিন্নো-উগ্ৰীয়, (৮) তুৰ্ক-মংগোল-মঞ্চু, (৯) দ্ৰাবিড়ীয় (১০) ককেচীয়, (১১) উত্তৰ-পূব সীমান্ত, (১২) এস্কিমী, (১৩) আমেৰিকাৰ আদিম ভাষাসমূহ। ভাৰতত প্ৰচলিত ভাষাগোষ্ঠীক চমুকৈ চাৰিটা ভাগত বিভক্ত কৰিছে— (১) অষ্ট্ৰিক, (২) দ্ৰাবিড়ীয়, (৩) চীন-তিব্বতীয়, (৪) ইন্দো-ইউৰোপীয় ভাষাগোষ্ঠী।" ইন্দো-ইউৰোপীয় ভাষাৰ ওপৰত গৱেষণা কৰি ওঠৰ শতিকাত সংস্কৃত, গ্ৰীক, লেটিনৰ তুলনামূলক আলোচনাৰ দ্বাৰা তিনিটা ভাষা-পৰিয়াল সুগঠিত হোৱাৰ উদাহৰণ দাঙি ধৰি সংস্কৃতত 'নৱ', লেটিনত 'নোবেম', গোথিকত— 'নিউন', ইংৰাজীত 'নাইন' আদি সাদৃশ্যৰ কথা দৰ্শাইছে।

ইন্দো-ইউৰোপীয় ভাষা পৰিয়ালটো আটাইতকৈ ডাঙৰ আৰু ইয়াৰ শাখা-

প্ৰশাখা বহল, বিস্তৃত আৰু ইয়াৰে অন্যতম প্ৰধান শাখা হৈছে— চীন-তিৰ্ব্বতবৰ্মীয় ভাষা পৰিয়াল। এই ভাষা পৰিয়ালক দুটা ভাগত বিভক্ত কৰিছে, তিব্বত-বৰ্মীয় আৰু 'চীন-শ্যামীয়। উত্তৰ-পূব ভাৰতৰ ভৌগোলিক পৰিবেশৰ লগত সাদৃশ্য ৰাখি তিৰ্ব্বত বৰ্মীয় শাখাক আকৌ চাৰিটা শাখাত বিভক্ত কৰিছে— তিৰ্ব্বতী, হিমালয়ী, অসমবৰ্মী, উত্তৰ-অসম শাখা। এই উত্তৰ অসম শাখাৰ পাঁচটা প্ৰশাখা হৈছে— (১) আঁকা বা হুচ, (২) ডফলা বা নিচি, (৩) ভাষা-পৰিয়ালৰ লগতে মিচিং ভাষাৰ ঘনিষ্ঠ সম্পৰ্ক, মিচি ভাষাৰ স্থিতি-বিস্তৃতিৰ কথা বিচাৰ কৰি চালে ভাৰতবৰ্ষৰ ভিতৰত অৰুণাচলৰ লোহিত জিলা, চিয়াং জিলা আৰু অসমত প্ৰচলিত হৈ থকা প্ৰমাণ পোৱা যায়, আৰু কেইবাগৰাকী লেখকৰ লিখনিত অসমৰ মিচিং-ভাষী লোকৰ জনসংখ্যা পাঁচ লাখৰ হিচাপ দিলেও ই নিৰ্ভৰযোগ্য নহয়— বৰঞ্চ অনুমানিক দহ-বাৰ লাখৰ কম নহয়।

বিজ্ঞানসম্মত আৰু বাস্তৱসম্মত দিশৰ পৰা সাময়িক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত আৰু পৰিবেশৰ প্ৰভাৱত ভাষালিপিয়ে স্পৰ্শকাতৰ বিষয়বস্তু হিচাপে বিভ্ৰাটৰ সৃষ্টি কৰিলেও ভাষাতাত্ত্বিক বিচাৰ বিশ্লেষণৰ কিছুমান কাৰণত ই স্পৰ্শকাতৰ উপাদান নহয় বুলি ঠাৱৰ কৰিব পাৰি। "ভাষা মানৱীয় অনুষ্ঠান। মানৱৰ বিকাশৰ লগতে ইয়াৰো বিকাশ আৰু পৰিবৰ্তন হয়।" সেয়ে ভাষা বাস্তৱসম্মতভাৱে সাময়িক আৰু পৰিবেশৰ প্ৰয়োজনভিত্তিক সৃষ্টি কৰা উপাদান।

"ভাষা কোনো এটা স্বাভাৱিক বৃত্তি নহয়, ই এটা আয়ত্ত কৰা সংস্কৃতি" আৰু ভাষা সহজাত প্ৰবৃত্তিৰ ক্ষুধা, আহাৰ, নিদ্ৰা, ভয় আদিৰ দৰে জন্মজ প্ৰবৃত্তিৰ উপাদান নহয়, সেয়ে প্ৰয়োজনভিত্তিত কিছুমান মানৱভাষাই বিকাশ লাভ কৰা আৰু কিছুমান ভাষাই সমাজৰ পৰা বিলুপ্তি হোৱাও পৰিলক্ষিত হৈছে। একাধিক ভাষাৰ চৰ্চা কৰা বা ভাষাক ভালপোৱাটোৱে অন্য ভাষাক বেয়া পোৱা বা অৱমাননা কৰা নুবুজায়। 'ভাষ্' ধাতুৰ পৰা ভাষা শব্দ সিদ্ধ আৰু 'ভাৱৰ' পৰাই ভাষাৰ সৃষ্টি। মাতৃভাষা বুলি নহয় ভাষা-জ্ঞান আৰু ভাষা দখলৰ ওপৰতে ভাষাৰ বিষয়টো নিৰ্ভৰ কৰে।

ভাষা বিকাশৰ ক্ষেত্ৰত লিপিৰ সম্পৰ্ক আৰু সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত শব্দৰ সম্পৰ্ক নিৰৱচ্ছিন্ন। ভাষাৰ সৃষ্টি আগত আৰু ধ্বনিলিপিৰ সৃষ্টি পাচত। ভাষা সৃষ্টিৰ লগে লগে কোনো ভাষাতে ধ্বনিলিপিৰ সৃষ্টি হোৱা নাই। সাংকেতিক চিহ্নৰ ক্ৰমবিকাশত আৰু লেখাৰ প্ৰয়োজনৰ ভিত্তিতে ধ্বনিলিপিৰ সৃষ্টি। এইদৰে ধ্বনিলিপিৰ ক্ষেত্ৰত বিজ্ঞানসম্মত বা বৈজ্ঞানিক দৃষ্টিভংগী আৰু বাস্তৱসম্মত বা সামাজিক দৃষ্টিভংগীৰ কথা আমি নুই কৰিব নোৱাৰো আৰু এইক্ষেত্ৰত পৰিবেশৰ প্ৰভাৱৰ

কথা বিজ্ঞানসম্মত দৃষ্টিভংগীৰে অগ্ৰাহ্য কৰি লিপি নথকা ভাষাই লিপি গ্ৰহণ কৰাৰ কাৰণে বিভ্ৰাটবো সৃষ্টি নোহোৱাকৈ থকা নাই।

সাম্প্ৰতিক কালত মিচিং ভাষাই ৰোমান লিপিৰে ১৯৮৬ চনৰ পৰা স্বীকৃতি লাভ কৰি মিচিং ভাষা আৰু অসমীয়া ভাষাৰ দ্বিভাষিক মাধ্যমেৰে প্ৰাথমিক পৰ্যায়ৰ শিক্ষাত প্ৰচলন হৈছে। মিচিং ভাষাৰ স্বকীয় ৰূপ আছে আৰু ই প্ৰকৃততে ভাষাতাত্বিক দিশৰতো স্বয়ং সম্পূৰ্ণ হৈ আছে, সেয়ে কিছুমান ক্ষেত্ৰত ভাষাতাত্বিক যুক্তিবোৰে অকাট্য যুক্তিৰে অৱতাৰণা নকৰাকৈ থকা নাই।

নৃতাত্বিক দিশৰ পৰা প্ৰমাণ পোৱা যায় যে "অষ্ট্ৰেলীয় আৰু নেগ্ৰিটো প্ৰজাতিৰ লোকগোষ্ঠী প্ৰথমে মংগোলীয় আৰু পিচলৈ ককেচীয় জাতিগোটৰ লগত সংমিশ্ৰণ ঘটি শেষত বিলীন হৈ যায়। এই দুটা প্ৰজাতিৰ লোক খ্ৰীষ্টপূৰ্ব কেইবাশ বছৰৰ পূৰ্বেই অসমলৈ প্ৰব্ৰজন কৰা বুলি অনুমান কৰা হয়। মংগোলীয় প্ৰজাতিৰ লোক খ্ৰীষ্টপূৰ্ব দশম শতিকাতে ভাৰত আৰু অসমত থকাৰ প্ৰমাণ পোৱা যায়। ৰামায়ণ, মহাভাৰত আদি গ্ৰন্থবোৰত উল্লেখ থকা কথাই ইয়াৰ সাক্ষ্য বহন কৰে। প্ৰাচীন ভাৰতবৰ্ষত আৰ্যলোকগোষ্ঠী অহাৰ লগতে দ্ৰাবিড়ী লোকসকল থকাৰ কথা জনা যায়।

খ্ৰীষ্টীয় সপ্তম শতিকাৰ পৰাহে অসমত হিন্দু ৰজাৰ শাসন প্ৰবৰ্তন হয়। ইয়াৰ পূৰ্বে দীঘকাল ধৰি অসমত আৰ্যেতৰ বা অষ্ট্ৰিক-মংগোলীয় সংস্কৃতিৰ উপনিবেশ গঢ়ি তুলিছিল। ভাষা (অষ্ট্ৰিক তিব্বত-বৰ্মী), ধৰ্ম (তন্ত্ৰ-মন্ত্ৰ, পূজা-পাতল, শৈৱ-শাক্ত ইত্যাদি) গঢ় লৈ উঠাত উত্তৰ ভাৰতত প্ৰভাৱ কম পৰিছিল।"

এই প্ৰসংগত ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ মন্তব্য প্ৰণিধানযোগ্য। "বিশ্বকৃষ্টি আৰু জাতীয় কৃষ্টিও এইদৰে ধ্বনি-প্ৰতিধ্বনি, ক্ৰিয়া-প্ৰক্ৰিয়া সময়ত গঢ়ি উঠিব লাগিছে।

অসমীয়া সভ্যতা আৰু কৃষ্টি সেই সৰ্বভাৰতীয় ধ্বনিৰ প্ৰতিধ্বনিক কৃষ্টি সভ্যতা। অসমত আদিম যুগতে আসুৰীয়া কৃষ্টি আৰু সভ্যতা আছিল। তাৰ পিচত এই সভ্যতাৰ আৰ্য সভ্যতাৰ সৈতে এটা সমন্বয় হৈ প্ৰাগ্‌জ্যোতিষৰ সভ্যতাই গঢ় লয়। প্ৰাগজ্যোতিষৰ পৰা সৰ্বভাৰতীয় কৃষ্টিলৈ দানৰ বিষয়ে সকলোৱে জানে।"

অন্য এটা মন্তব্যত ৰূপকোঁৱৰে ব্যক্ত কৰিছে— "অসম বুৰঞ্জীৰ আদিছোৱাত অসমত আমি আসুৰীয়া সভ্যতা-সংস্কৃতিৰ প্ৰাদুৰ্ভাৱ দেখিবলৈ পাওঁ। সেই সময়ত যদিও অসমত আৰ্য-সভ্যতা সংস্কৃতিৰ প্ৰভাৱ পৰাহি নাছিল, তথাপিও সেই সময়ৰ এই পূৰ্বভাৰতীয় সভ্যতা-সংস্কৃতি আৰ্য সভ্যতাৰ সমানেই উন্নত আছিল। আনকি কোনো কোনো ক্ষেত্ৰত বিশেষকৈ সুকুমাৰ কলাত সেই সময়ৰ অসমীয়া সংস্কৃতি ভাৰতৰ সকলো প্ৰদেশতকৈ উন্নত খাপৰ আছিল বুলিয়েই পুৰাণ-ভাগৱতত পোৱা

যায়। আজি যাক আমি অসমীয়া ভাষা আৰু সংস্কৃতি বোলো, এই ভাষা-সংস্কৃতিয়ে অসমীয়া হিচাপে গঢ় লয় শংকৰী যুগত সম্ভৱত ঃ দুশ বছৰ আগৰ পৰা"।

হিন্দু ৰাজত্বৰ যুগৰ পৰা শাসকীয় ৰাজকাৰ্যত ব্যৱহৃত সংস্কৃত ভাষা আৰু অনুমেয় আৰু প্ৰসিদ্ধ চীনা পৰিব্ৰাজক হিউৱেন চাঙৰ টোকাত খ্ৰীষ্টিয় সপ্তম শতিকাৰ পৰাই কামৰূপী প্ৰাকৃত বা অসমীয়া ভাষাই স্বকীয় ৰূপ লোৱাৰ কথা ভাষা বুৰঞ্জীয়ে সাক্ষ্য দিয়ে। সৌ-সিদিনাৰ বিশাল বিস্তৃত উত্তৰ-পূৰ্বাঞ্চলৰ পাহাৰ-পৰ্বত, ভৈয়াম, গিৰি-গুহা-গহ্বৰত একে ভৌগোলিক পৰিবেষ্টনেৰে পৰিবেষ্টিত একে পৰিবেশত বাস কৰা ভাৰতবৰ্ষৰ এই ভূখণ্ডত বিভিন্ন জাতি-প্ৰজাতিৰ মূল অষ্ট্ৰেলিয়, নেগ্ৰিটো, মংগোলীয়, দ্ৰাবিড়ীয় আৰু ককেচীয় বা আৰ্যেয় জনগোষ্ঠীৰ পৰা বংশোদ্ভৱ হোৱা কোনো কোনো প্ৰজাতি লোকৰ শৰীৰ তেজতে আজি বিসুদ্ধ প্ৰজাতীয় তেজৰ কণিকা নথকা বা নোপোৱাৰ কথা নৃতাত্বিকে প্ৰমাণ কৰিছে অৰ্থাৎ ঘনিষ্ঠ সামাজিক সাংস্পৰ্শৰ সংমিশ্ৰনৰ ফলশ্ৰুতিত সকলো প্ৰজাতিৰ লোক একাকাৰ হৈ গঢ়ি উঠিছে বৃহত্তৰ অসমীয়া জাতি, গঢ়ি উঠিছে পূৰ্বাঞ্চলৰ লোক-সংস্কৃতি আৰু অসমীয়া লোক ভাষাই হৈ পৰিছে একমাত্ৰ সমগ্ৰ পূৰ্ব্যচলৰ জনসংযোগী ভাষা, জিজ্ঞাসু, মানৱ মনৰ শিক্ষা-দীক্ষা, ধৰ্ম-দৰ্শন, জ্ঞান-বিজ্ঞান, সাহিত্য-দৰ্শনৰ ভাষা আৰু অসমীয়া ভাষাৰ দ্বাৰাই প্ৰকাশ পাইছে পূৰ্বাঞ্চলীয় জাতীয় সত্বাৰ জীৱন ধাৰাৰ এক উজ্জ্বল প্ৰতিচ্ছবি আৰু "অসম বুৰঞ্জীয়ে দেখুৱাইছে যে অসমীয়া জাতিটো ভাৰতৰ আন আন দেশৰ পৰা অহা নানা ভাৰতবাসী মানুহৰ সোঁত আৰু অসমৰ থলুৱা মানুহৰ নানা প্ৰজাতি লগ খাইহে বৰ্তমানৰ এই অসমীয়া জাতি হৈছে। অসমীয়া জাতি এটা সংমিশ্ৰণৰ পৰা হোৱা জাতি।"

মিচিং ভাষা-সাহিত্যৰ পৰ্যালোচনাত কেইবাটাও দিশ পোৱা যায়, ইয়াৰ ভিতৰত মিচিং জনগোষ্ঠীৰ সামাজিক পটভূমিত ৰচিত অসমীয়া, ইংৰাজীত লিখা পুথিৰাজি আৰু মিচিং ভাষাত ৰচিত সাহিত্যৰ বিভিন্নধৰণৰ ভাষা-সাহিত্য-সংস্কৃতিৰ পুথিৰাজি। এই প্ৰসংগত "ভাষা সৃষ্টিৰ আগতে সাহিত্যৰ সৃষ্টি হ'ব নোৱাৰে। ভাষা সৃষ্টিৰ লগে লগে লিখিত সাহিত্যবো সৃষ্টি নহয়, বৰঞ্চ মৌখিক সাহিত্যৰে সৃষ্টি হয় আৰু সেইবোৰত সাহিত্যৰ বীজ সজীৱ হৈ থাকে।" সকলো ভাষাতে মৌখিক সাহিত্যৰ প্ৰচলন আছে। পৰিমাৰ্জিত আৰু লিখিত সাহিত্য সৃষ্টি হোৱাৰ আগতে মৌখিক বা লোক-সাহিত্যই সেই সমাজৰ সাহিত্য কলাৰ নান্দনিকতা প্ৰদান কৰি আহিছে। এই কালৰ পৰা যাবলৈ গ'লে লোক-সাহিত্যবোৰ লিখিত সাহিত্যৰ আধাৰস্বৰূপ।

মিচিং মৌখিক সাহিত্যৰ বিভিন্ন উপাদানৰ ভিতৰত আঃ বাঃং বা মিবু-আঃ বাং (দেওধাই গীত), কাবান, বুঃ বুগ, লুপম্চুনাম, মিদা-নিঃতম্ (বিয়া নাম), মঃ মান্ নিঃ তম্ (ধেমেলীয়া গীত), বিভিন্ন ধৰণৰ দগ্নিং (সাধুকথা), ফকৰা-যোজনা,

প্ৰবচন, কিম্বদন্তী আদি উল্লেখ কৰিব পাৰি আৰু সেইবোৰ সাহিত্যৰ উপাদানে মিচিং সাহিত্যৰ সৌষ্ঠৱ বঢ়াইছে।

পৰিমাৰ্জিত সাহিত্য সৃষ্টিৰ পৰ্যালোচনাত গদ্য সাহিত্য বা কথা সাহিত্যতকৈ পদ্য বা কাব্য-সাহিত্যৰ সৃষ্টি আগত সেয়ে সৰ্বভাৰতীয় সাহিত্যত মহৰ্ষি বাল্মিকীৰ অন্তৰ-ফল্গুৰ পৰা স্বতঃস্ফুৰ্তভাৱে নিঃসৃত হোৱা—

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃযৎ ক্ৰৌঞ্চ মিথুনাদেকমবধী কামমোহিতম্" কবিতা ফাঁকিৰে প্ৰথমস্থান দিয়া হয়।

সাম্প্ৰতিক কালত মিচিং ভাষাটো যথেষ্ট সৰু-বৰ একক লেখকৰ কবিতা-পুথি, কবিতা সংকলন, বিভিন্ন গীতৰ পুথি, বিভিন্ন গীতৰ সংকলন প্ৰকাশিত হোৱা পৰিলক্ষিত হৈছে আৰু সেইবোৰে মিচিং সাহিত্যৰ সম্যকধাৰা পৰ্যালোচনাৰ ক্ষেত্ৰত মাপকাঠীৰ সমল যোগাইছে।

নাট্য-সাহিত্য সৃষ্টিৰ ক্ষেত্ৰতো মিচিং ভাষা অনগ্ৰসৰ হৈ থকা নাই, বহুকেইখন একাংকিকা নাট ৰচিত হৈছে। উপন্যাস সাহিত্যৰ ক্ষেত্ৰতো বহুকেইগৰাকী উপন্যাসিকে মিচিং ভাষাত উপন্যাস ৰচনা কৰিছে। প্ৰবন্ধ-সাহিত্য, সাধুকথা, চুটিগল্প আদিৰ ক্ষেত্ৰত অধিকভাৱে অগ্ৰসৰ হোৱা পৰিলক্ষিত হৈছে। বিভিন্নধৰণৰ সংকলন, স্মৃতিগ্ৰন্থ, সাময়িক আলোচনী, কাকত-পত্ৰ, বাতৰি, প্ৰচাৰ-পত্ৰিকা আদিৰ মাধ্যমেৰে মিচিং ভাষা-সাহিত্যই আত্মপ্ৰকাশ কৰিছে। এই প্ৰসংগত পুথিৰ আকাৰত প্ৰকাশিত ক্ষুদ্ৰ আকৃতিৰ অভিধান, শব্দকোষ মিচিং ভাষা শিকাৰ ইংৰাজী অসমীয়া পুথিবাজি আৰু ১৯৩০ চন মানতে ৰচনা কৰা মিচিঙৰ প্ৰথমজন সাহিত্যিক সোণাৰাম পাএগংকেটকীৰ "মিচিং-দোৱান", মুহি পাতিৰৰ "মিচিং শব্দকোষ" আদিয়ে ভাষা-সাহিত্যৰ উৎকৰ্ষ সাধনত বিপুল ইন্ধন যোগাইছে আৰু এক বলিষ্ঠ পদক্ষেপৰ সাক্ষ্য বহন কৰি আহিছে।

মিচিং ভাষা বিকাশত আনুষ্ঠানিক, অনা-আনুষ্ঠানিক শিক্ষাৰ মাধ্যমৰ ভূমিকা নোহোৱা নহয় আৰু সেইবোৰ পাঠ্যপুথিৰ দ্বাৰা মানবিশিষ্ট ভাষাৰো মানদণ্ড নিৰ্ণয় কৰা প্ৰণিধানযোগ্য। আনুষ্ঠানিক শিক্ষাত মিচিং ভাষা প্ৰাথমিক পৰ্যায়ৰ এটা শ্ৰেণীতে আজিও (১৯৯৬) সীমাবদ্ধ হৈ আছে। সাম্প্ৰতিক কালত মিচিং ভাষাত উচ্চমানবিশিষ্ট বা 'ষ্টেণ্ডাৰ্ড লেংগুৱেজ'ৰ মাৰ্জিত সাহিত্যৰ বিভিন্ন পাঠ্যপুথি ৰচনা কৰিব পৰা পৰ্যায়লৈ উন্নীত হোৱা প্ৰত্যয় জন্মিছে।

আনুষ্ঠানিকভাৱে মিচিং ভাষা-সাহিত্যৰ ক্ৰমবিকাশত অকুণ্ঠচিত্তে বৰঙণি আগবঢ়োৱা চৰকাৰী, বেচৰকাৰী, অনুষ্ঠান-প্ৰতিষ্ঠানৰ ভিতৰত কেন্দ্ৰীয় ভাষা-বিজ্ঞান অনুষ্ঠান, মহীশূৰ, জনজাতি গৱেষণা প্ৰতিষ্ঠান, বেলতলা, অসম সাহিত্য সভা, চন্দ্ৰকান্ত সন্দিকৈ ভৱন যোৰহাট, মিচিং আগম কেবাং এৰ্মাজিৰ নায় স্বীকাৰ্য। ইয়াৰ বাহিৰেও বহুবোৰ সংগঠনে নিজাৰবীয়াকৈ আৰু ব্যক্তিগতভাৱে মিচিং ভাষা-সাহিত্যৰ

বিভিন্ন ধৰণৰ পুথি ৰচনা কৰি প্ৰকাশ কৰা কাৰ্যই "সমুখে শান্তিৰ পাৰাবাৰ ভাষাও তৰণী হে কৰ্ণধাৰ"ৰ কথাকে সূচায়।

এই প্ৰসংগত বহুকেইগৰাকী মিচিং ভাষাৰ অভিজ্ঞ চিন্তাবিদে চিন্তা-চৰ্চা গৱেষণাৰে জীৱনজোৰা সাধনাত ব্ৰতী হৈ বিভিন্ন লিখনিৰে বৰঙণি যোগাই আহিছে আৰু সেইসকলৰ ভিতৰত বিশেষভাৱে তৰুণ চন্দ্ৰ পাঃমেগাম অধ্যাপক নাহেন্দ্ৰ পাঃদুন, অধ্যাপক টাবুৰাম টাইদ, ড° বসন্ত কুমাৰ দলে, চিকিৎসক ডাঃ জহৰজ্যোতি কুলি, শিল্পী গণেশ পেগু আদিৰ নাম উল্লেখযোগ্য।

কোনো এটা মানৱ ভাষাৰ ঐতিহাসিক দিশ পৰ্যালোচনা কৰা নিতান্ত প্ৰয়োজন। এইক্ষেত্ৰত মিচিং ভাষাৰ ঐতিহাসিক দিশত বিচাৰ-বিশ্লেষণ কৰি চালে বৰ্তমানলৈকে স্বকীয় ভাষাৰ অস্তিত্ব ৰক্ষা কৰাৰ কথা পালেও স্বকীয় ধ্বনি ৰক্ষা কৰাৰ সম্ভেদ পোৱা নাযায়। পৃথিৱীৰ বহুবোৰ সুপ্ৰতিষ্ঠিত আনকি আন্তৰ্জাতিক ভাষাৰ ক্ষেত্ৰতো এই সমস্যা নোহোৱা নহয় অথচ চীন-মাতৃমূলীয় ভাষা, পিতৃভাষা, দুহিতৃ-ভাষা, ভগিনী-ভাষা হোৱা হেতুকে হেজাৰ হেজাৰ বছৰ জুৰি একে ভৌগোলিক পৰিবেশৰ পৰা সম্পূৰ্ণ বিচ্ছিন্ন হৈ অহাত অপ্ৰচলিত হৈ কালক্ৰমত হয়তো পাহৰণিৰ গৰ্ভত বিলীন হৈ গ'ল। "কোনো এটা ভাষাই প্ৰাচীন কালৰ পৰা বিভিন্ন স্তৰৰ মাজেদি বিকশিত হৈ কেনেকৈ বৰ্তমানৰ ৰূপটো পালেহি তাৰ বিৱৰণ হ'ল ভাষাটোৰ ঐতিহাসিক ব্যাকৰণ। কোনো এটা ভাষাৰ মূল উৎস আৰু তাৰ পৰিবৰ্তিত আন আন ৰূপেৰে সৈতে থকা সম্বন্ধৰ বিচাৰ বিৱৰণ হ'ল ভাষাটোৰ তুলনামূলক ব্যাকৰণ।"

ইংৰাজ ৰাজত্বৰ দিনত পূৰ্বাঞ্চলত সুকীয়া ৰাজ্য গঠন হোৱাৰ পৰাই ৰোমান লিপি আৰু অসমীয়া লিপিৰে মিচিং ভাষা-সাহিত্য চৰ্চাৰ ক্ষেত্ৰত আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলে "উত্তৰ অসম শাখাৰ" ভাষা পৰিয়ালৰ ভাষা-সাহিত্যৰ বিকাশ আৰু উন্নতিৰ ছেগো-ছোৰোগাকৈ ধৰ্ম প্ৰচাৰৰ লগতে প্ৰচাৰ পুস্তিকা, বিশেষকৈ অভিধান, ব্যাকৰণ আদি ৰচনা কৰি প্ৰকাশ কৰি আহিছে, আৰু সেইক্ষেত্ৰত পথ-প্ৰদৰ্শক হিচাপে কৰা কাৰ্যাৱলী অতীৱ স্বীকাৰ্য।

এই প্ৰসংগত মিচিং আগম্ কেবাঙে ৰোমান ধ্বনি লিপি আৰু অসমীয়া ধ্বনিলিপিৰে মিচিং ভাষা-সাহিত্য ৰচনাৰ কাৰণে প্ৰয়োজনীয় ধ্বনিলিপি প্ৰস্তুত কৰি অনুমোদন প্ৰদানেৰে অসমৰ ৰাজ্যিক ভাষা তথা একমাত্ৰ পূৰ্বাঞ্চলৰ জনসংযোগী অসমীয়া ভাষাৰ ধ্বনিলিপিৰ সংগতি ৰক্ষা কৰিছে। অন্য এটা প্ৰাসংগিক কথা হৈছে পৃথিৱীৰ কোনো এটা মানৱ ভাষাই ভাষা সৃষ্টিৰ লগতে ধ্বনিলিপি লগত লৈ অহা নাই। ধ্বনিলিপি হৈছে ভাষা প্ৰকাশৰ আহিলা বা বাহন বা মাধ্যমৰূপে সৃষ্টি কৰা উপাদান মাথোন, আৰু ধ্বনিলিপি হৈছে, ভাষাৰ আত্মাস্বৰূপ। ধ্বনিলিপি এক প্ৰয়োজনভিত্তিক সৃষ্টি কৰি গ্ৰহণ কৰা উপাদান, ই

মূৰ্ত নহয়, অমূৰ্ত অৰ্থাৎ পৃথিৱীৰ বিভিন্ন ভাষাৰ কাৰণে বিভিন্ন আকৃতি-প্ৰকৃতিৰ, বিভিন্ন ধৰণেৰে সৃষ্টি কৰা ধ্বনি লিপিয়ে নিজে নিজে স্বগত উক্তিৰে উচ্চাৰণ নকৰে, বৰঞ্চ ধ্বনি আৰোপ কৰি কওঁতাই উচ্চাৰণ কৰি কয়, লিখোতাই উচ্চাৰণৰ সংগতি ৰক্ষা কৰে লিখে আৰু পঢ়োতাই সবৰ পঠনেৰে উচ্চাৰণ কৰি পঢ়ে।

এই কথাও প্ৰাসংগিক যে ভাষাই গঢ় লোৱাৰ লগে লগে এটা ব্যাকৰণিক বিশিষ্ট পদ্ধতি সুকীয়া সুকীয়াভাৱে পৰিগ্ৰহণ কৰি আছে, সেয়ে প্ৰত্যেক ভাষাৰে একো-একোটা স্বকীয় ৰূপ থাকে— যেনে মিচিং ভাষাত "লাং" আৰু অব্যয় শব্দ সুকীয়াকৈ ব্যৱহৃত নহয়, কোনো এটা শব্দৰ পিচত বিভক্তিৰ দৰে যুক্ত হৈ ব্যৱহৃত হয়, "ও-লাং-ন" তুমি আৰু মই, "কাকলাং য়াঢ়িবৃ" পেহা আৰু পেহীয়ে, যেনেকৈ "তানি আৰু" মানুহ এজন কিন্তু আৰ্যমূলীয় ভাষা গঠনৰ দৰে এজন মানুহ নহয়, "কিতাপ আবৰক" কিতাপ এখন তেনেকৈ সংখ্যাবাচক শব্দ সপ্তমপৰ পৰা যুক্ত এটিয়া শব্দত ব্যৱহৃত নহয়, দুটীয়া শব্দত ব্যৱহৃত হয়, যেনে— 'আবৰ্ক - চেপেটা বস্তু এখন, "আবৰ্-কৃন্দ" চেপেটা সাতখন, "আবৰ-পিঞ্জিক" চেপেটা আঠখন, "অৃয়িংকলা, আৰু চেপেটা দহখন আৰু এখন কিন্তু একাদশ বা এখাৰ নহয় ইত্যাদি। এইদৰে প্ৰত্যয়, উপসৰ্গ, বিভক্তি, ধাতুৰ ব্যৱহাৰতো আৰ্যমূলীয় ভাষাৰ লগত সাদৃশ্যতকৈ অধিক বৈসাদৃশ্যহে পৰিলক্ষিত হয়। গতিকে এই পৰ্যালোচনাৰ পৰা প্ৰত্যয় জন্মে যে কোনো এটা ভাষা শিকিবলৈ বা জানিবলৈ তুলনামূলক চিন্তা-চৰ্চাৰে আয়ত্ত কৰা বিষয় নহয়, মাথোন, শব্দাৰ্থৰ ক্ষেত্ৰতে ই প্ৰযোজ্য, ভাষা গঠনৰ ক্ষেত্ৰত নহয়। গতিকে সুকীয়া সুকীয়াভাৱে স্বতন্ত্ৰীয় ভাষা বুলি জানি-শুনি কোনো এটা ভাষা শিকা বা জনাটো স্বতঃসিদ্ধ প্ৰত্যেক ভাষাই স্বতন্ত্ৰীয় আৰু স্বয়ং সম্পূৰ্ণ বুলি প্ৰত্যয় জন্মে।

এইদৰে মিচিং ভাষাত মহাপ্ৰাণ ধ্বনি নাই, সকলো ধ্বনিয়েই অল্পপ্ৰাণ ধ্বনিৰে শব্দবোৰ ব্যৱহৃত বা উচ্চাৰিত হয়। মিচিং ভাষাত "অৃ" ধ্বনি আছে (উচ্চ-মধ্য কেন্দ্ৰীয় স্বৰ-ধ্বনিৰ চিহ্ন অৃ ) যেনে— "অৃচুং-অৃলুং — কাঠ-খৰি-শিল, "আবৃগ্-অৃচুং" খেতিপথাৰ আৰু অন্য এটা এই প্ৰসংগত প্ৰধান দুটা পদ্ধতিৰ কথা প্ৰাসংগিক বৰ্ণক্ৰমিক পদ্ধতি বা শব্দক্ৰমিক পদ্ধতি আৰু ধ্বনিক্ৰমিক পদ্ধতি। আৰ্যমূলীয় অসমীয়া ধ্বনিলিপি বৰ্ণক্ৰমিক পদ্ধতিৰে গতানুগতিকভাৱে প্ৰচলিত আৰু ৰোমান লিপি ধ্বনিক্ৰমিক পদ্ধতিৰে প্ৰচলিত যেনে বাকি =ব+া+ক+ি, বাকী= ব+ক + ী, আমি = অ + া + ম + ি, নামী = ন + া + ম + ী, Baki, Baki, Ami, Nami ইত্যাদি।

বৈসাদৃশ্যৰ ধ্বনি "ী"— উচ্চ-মধ্য কেন্দ্ৰীয় স্বৰধ্বনিৰ চিহ্ন অী >ী) যেনে "কীবাং" সভা/মেল, "কীচুং" কাছ/কূৰ্ম ইত্যাদি। আমাৰ আৰ্যমূলীয় ভাষাত এই দুটা ধ্বনিৰ ব্যৱহাৰ নাই বুলি প্ৰত্যয় হয়। স্বাভাৱিকতে সকলো ভাষাতে

একেধৰণৰ ধ্বনি কামনা কৰাটো ভাষাতাত্ত্বিক ভ্ৰান্ত ধাৰণা, সেই ধ্বনি লিপি সৃষ্টিৰ ক্ষেত্ৰত সাদৃশ্য-বৈসাদৃশ্যও পৰিলক্ষিত হয়।

সাম্প্ৰতিক কালত মিচিং ভাষাত পাঠ্যপুথিবোৰ অনুমোদিত ৰোমান লিপিৰে ৰচিত বা যুগুতাই প্ৰচাৰিত হ'লেও সাহিত্য চৰ্চাৰ ক্ষেত্ৰত অনুমোদিত অসমীয়া ধ্বনি লিপিৰে মিচিং ভাষা-সাহিত্যৰ বিভিন্ন ধৰণৰ পুথি ৰচিত নোহোৱাকৈ থকা নাই। লিপিৰ কাৰণে পৃথিৱীৰ কোনো মানৱ ভাষা চৰ্চাত ব্যাঘাত জন্মি ব্যাহত হৈ থকা নাই, আৰু জাতীয় সমন্বয় সাধনৰো আঁত ছিগি যোৱা নাই। স্বাভাৱিকতে ভাষাৰ লগত ধ্বনিলিপিৰ আৰু সাহিত্যৰ লগত শব্দৰ অবিচ্ছিন্ন সম্পৰ্ক। সাহিত্য সৃষ্টি ব্যক্তিবিশেষৰ মানসিক কৰ্ষণৰ অভিব্যক্তি মাথোন আৰু শব্দৰে সৃষ্টি কৰা সেই সাহিত্য সমাজৰো দাপোণস্বৰূপ। কিন্তু অবিকল প্ৰতিকৃতি নহয় কাৰণে কলাৰ মাধ্যমেৰে কল্পনাৰ ৰহণ চৰাই নান্দনিক প্ৰদান কৰা হয়। ভাষাতাত্ত্বিক অধ্যয়নৰ পৰা প্ৰত্যয় জন্মে যে কোনো একে ভাষা-ভাষী জনসমাজ এক পৰিসীমাৰ মাজত আৰু একে ভৌগোলিক পৰিবেষ্টনেৰে পৰিবেষ্টিত অঞ্চলত বহি জগতৰ পৰা বিচ্ছিন্ন হৈ বসবাস কৰি সমাজ পাতি থাকিলে তেওঁলোকৰ ব্যৱহৃত স্বকীয় ভাষাই তেওঁলোকৰ কাৰণে যথেষ্ট কিন্তু যেতিয়া সীমিত গাঁৱৰ পৰিধি-অতিক্ৰম কৰি বহিঃজগতৰ অন্য ভাষা-ভাষী জনসমাজৰ সংস্পৰ্শলৈ আহি পৰে তেতিয়া পাৰস্পৰিক ভাবৰ আদান-প্ৰদান, ভাব বিনিময় প্ৰক্ৰিয়াত নতুন নতুন শব্দৰ আগমন হয় আৰু সেইবোৰ শব্দ ধ্বনিতাত্ত্বিক ৰূপান্তৰিত ৰূপ পৰিগ্ৰহণ কৰি সিদ্ধ হয়। এইক্ষেত্ৰত ঠাইৰ নাম, নদীৰ নাম, বাট-পথৰ নাম, ৰে'লষ্টেচনৰ নাম, জীৱ-জন্তুৰ নাম, শস্যৰ নাম, ব্যৱহাৰিক সামগ্ৰী ইত্যাদি নামবাচক বিশেষ্যৰো আগমন হয় আৰু ইয়াৰে কিছুমান ৰূপতাত্ত্বিক ৰূপত, কিছুমান ঋণৰূপে শব্দৰ ভঁৰাল চহকী হৈ সাহিত্য ৰচনাত উপকৃত হোৱা প্ৰাসংগিক। যি পৰিবেশত বাস কৰে সেই পৰিবেশৰ প্ৰাকৃতিক সম্পৰ্কীয় শব্দ সেই সেই ভাষাত সৰ্বাধিক থকাটো ভাষাৰ এটা স্বাভাৱিক প্ৰক্ৰিয়া আৰু বৈশিষ্ট্য। মিচিংসকলে নদীকেন্দ্ৰিক সভ্যতা-সংস্কৃতিৰে ধাবিত জনগোষ্ঠী হেতুকে পানী সম্পৰ্কীয় শব্দ মিচিং ভাষাত যিমান পোৱা যায় হয়তো অন্য ভাষাত ইমানখিনি পোৱাটো প্ৰত্যয় নজন্মে।

ভাষাতাত্ত্বিক দিশত সংস্কৃতিৰ ভূমিকা হৈছে—"ভাষা পৰিবেশৰ দাস। ভাষা জাতি-সংস্কৃতিৰ মাজত কোনো স্বাভাৱিক সম্পৰ্ক নাই। মূলতঃ ভাষা আৰু সংস্কৃতিৰ ইটোৰ সৈতে সিটোৰ সম্পৰ্ক নাই যদিও কাৰ্যত দুয়োৰ মাজত সম্পৰ্ক ঘনিষ্ঠ। ভাষা মানৱ সংস্কৃতিৰ এটা উপাদান, উপাদানেই নহয় সকলো সাংস্কৃতিক কামৰ ভেটিস্বৰূপ ভাষাও সংস্কৃতিৰ এটা অংগ"।

উত্তৰ-পূৰ্বাঞ্চলৰ জনসমাজৰ ব্যৱহাৰিক বা বাস্তৱসন্মত পৰিবেশৰ বিচাৰ বিশ্লেষণত বৃহত্তৰ অসমীয়া জাতীয় সমন্বয় সাধনৰ ক্ষেত্ৰত একমাত্ৰ জনসংযোগী

অসমীয়া ভাষাৰ প্ৰভাৱ আৰু প্ৰাধান্যৰ কথা নুই কৰিব নোৱাৰি। বিভিন্ন জনগোষ্ঠীৰ স্বকীয় ভাষা বিকাশৰ ক্ষেত্ৰত পৰিবেশৰ প্ৰভাৱে শিক্ষা-দীক্ষা, ধৰ্মদৰ্শন, জ্ঞান-বিজ্ঞান অৰ্জনতো প্ৰয়োজনভিত্তিত আজিও প্ৰাধান্য লাভ কৰি আহিছে। জনসংযোগী অসমীয়া ভাষাৰ পাৰস্পৰিক সাঁকোৰেদি বগাই পাৰ নোহোৱাকৈ দৈনন্দিন জীৱন যাত্ৰাৰ বৰলুইতখন পাৰ হৈ যোৱা সম্ভৱ নহয়।

আমাৰ গ্ৰাম্য জীৱনধাৰা পাৰস্পৰিক ভাব বিনিময়, সামাজিক সম্বন্ধ, আদান-প্ৰদান, জ্ঞান অৰ্জনৰ কাৰণে অসমৰ দৰে বহুভাষী ৰাজ্যত আদিম যুগৰ পৰাই সাতামপুৰুষীয়া সামাজিক ঐক্য-সম্প্ৰীতি, বন্ধুত্ব-ভাতৃত্বৰ বান্ধোন কটকটীয়া কৰি আহিছে সেয়ে জনসংযোগী আঞ্চলিক তথা ৰাজ্যিক অসমীয়া ভাষাৰ গুৰুত্ব সৰ্বাধিক।

যুগে যুগে শাসকীয় ৰাষ্ট্ৰৰ পৰিবেশত আৰু বিভিন্ন ৰাজ্যৰ যুগসাপেক্ষিক যুগ-কাল পাত্ৰভেদে একাধিক ভাষাৰ প্ৰয়োজনীয়তা বাঢ়ি আহিছে। সাম্প্ৰতিক কালত এজন ভাৰতীয় নাগৰিক হিচাপে নিজকে চিনাকি দি নিজৰ স্থিতি লাভ কৰিবলৈ হ'লে কমেও মাতৃভাষা, আঞ্চলিক ভাষা, ৰাষ্ট্ৰীয় ভাষা আৰু আন্তৰ্জাতিক ভাষা লিখিব পঢ়িবৰ কাৰণে নহ'লেও বজাৰ, বেপাৰ-বাণিজ্য, দৈনন্দিন জীৱন যাত্ৰাত জানিব বুজিব পৰাকৈ সম্যক ভাষা-জ্ঞানৰ নিতান্ত প্ৰয়োজন হৈ পৰিছে আৰু এই প্ৰসংগতে অসমৰ সীমান্তৱৰ্তী অঞ্চল বিশেষত নাগামিজ, নেফামিজ, ভটামিজ আদি ভাষা সৃষ্টিৰ কথা প্ৰাসংগিক। অন্য এটা দিশৰ প্ৰতি লক্ষ্য কৰিলে ভ্ৰমণ সংক্ৰান্তত, ৰেডিঅ', টেলিভিচন, কথাছবি আদিৰ দৰে আধুনিক বিজ্ঞানৰ অৱদান আমোদ-প্ৰমোদ, মনোৰঞ্জন অনুষ্ঠানৰ সামগ্ৰীবোৰ উপভোগ কৰিবলৈকে অধিক ভাষা জনাৰ প্ৰয়োজন হৈছে। মানৱ মনে কেৱল আহাৰ খায়েই জীয়াই নাথাকে, নান্দনিক কলাবো উপভোগ কৰি জীয়াই থাকে।

আজিৰ যুগত কলা কেৱল কলাৰ কাৰণে নহয়, কলাৰ ক্ৰিয়া-প্ৰক্ৰিয়া, প্ৰতিক্ৰিয়া মানুহৰ জীৱনধাৰাৰ কাৰণে, সাহিত্য কলাবো প্ৰতিক্ৰিয়া মানৱৰ সৰ্বতোপ্ৰকাৰৰ হিত সাধনৰ কাৰণে। ভাষা-সাহিত্যৰ যোগেদি জাতীয় সত্বাৰ সুপ্ত চেতনা জাগ্ৰত কৰাৰ কাৰণে, সামাজিক ঐক্য-সম্প্ৰীতিৰ বান্ধোন সুদৃঢ় কৰাৰ কাৰণে, সুখ-শান্তি শৃংখলাৰে সামাজিক পৰিবেশ ৰচনাৰ কাৰণে জাতীয় সৰ্বাংগীণ উন্নতিৰ সাঁকোৰেদি বগাবৰ কাৰণে। যুগসাপেক্ষিকভাৱে আজি আমি চেতনা প্ৰেৰণা সংঘাতৰ ক্ৰিয়া-প্ৰক্ৰিয়া প্ৰতিক্ৰিয়াৰ পৰিণতিৰ পৰিবেশত নিমজ্জিত হৈ পৰিছো কিন্তু যুগৰ সমস্যা যুগেই সমাধান কৰিব আৰু ইয়াৰ স্বাক্ষৰ বহন কৰিব আমাৰ অদূৰ ভৱিষ্যতৰ প্ৰজন্মই।■

---

*মিচিং আগম্ কৌবাঙৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত গোমায়ুম : ১৯৯৮ চন। সম্পাদক*

# অসমৰ জনজাতীয় ভাষাসমূহৰ প্ৰয়োগিক সমস্যা

জনমানৱৰ প্ৰয়োজনীয়তাৰ ভিত্তিত ভাষাৰ বিকাশ সাধিত হয় আৰু দেশৰ ৰাজনৈতিক, সামাজিক পৰিবৰ্তনৰ ভিত্তিত ভাষাৰ বিলুপ্তিও ঘটে। ভাষাৰ উত্থান-পতনত পৰিবেশৰ ভূমিকাৰ কথা আমি নুই কৰিব নোৱাৰো।

অসমৰ জনজাতীয় ভাষাসমূহৰ ভিতৰত (১) বড়ো ভাষা, (২) মিচিং ভাষা, (৩) ৰাভা ভাষা, (৪) তিৱা ভাষা, (৫) দেউৰী ভাষা, (৬) কাৰ্বি ভাষা, (৭) ডিমাচা ভাষাৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। এই সাতটা ভাষাৰ ভিতৰত একমাত্ৰ স্বীকৃত ভাষা হৈছে বড়ো শাখা। বাকীবোৰ জনজাতিৰ ভাষা বৰ্তমানলৈকে স্বীকৃত হোৱা নাই।

অসমৰ কোনো কোনো জিলাত (১) মাৰ ভাষা, (২) গাৰো ভাষা, (৩) মিজো ভাষা, (৪) খাচী ভাষাৰ প্ৰচলন থাকিলে সেই সম্পৰ্কে পৰ্যালোচনা কৰিব পৰাকৈ আমাৰ হাতত যথেষ্ট তথ্যপাতি নাই বা হাতে ঢুকি পোৱা সান্নিধ্যত নাই। আনহাতেদি কোনো কোনো ভাষা পৰ্যালোচনাৰ প্ৰসংগত "মেছ-ভাষাৰ" উল্লেখ পালেই ই এটা বিশেষ জনগোষ্ঠীৰ জীৱিত ভাষা হয়নে নহয় বা পুনৰ উত্থানৰ পথত নে বিলুপ্তিৰ পথত তাক আজি সঠিকভাৱে দাঙি ধৰিব পৰা নগ'ল।

ড° সুনীতি কুমাৰ চেটাৰ্জীয়ে "কিৰাত জনকৃতি" পুথিত তিব্বতবৰ্মী ভাষা পৰিয়ালক (১) তিব্বেতান, (২) হিমালয়ান, (৩) উত্তৰ অসম শাখা, (৪) অসমবৰ্মা নামে চাৰিটা প্ৰধান ভাগত বিভক্ত কৰি উত্তৰ-অসম শাখাত মিচিং ভাষাক, অসম বৰ্মা শাখাত বড়ো, ৰাভা ভাষাক আৰু নগা কুকী ভাষাৰ মাজৰ পৰা কাৰ্বি ভাষাৰ সৃষ্টি হোৱা দেখুৱাইছে।

জনজাতীয় ভাষাসমূহৰ বিকাশ আৰু উৎকৰ্ষ সাধনৰ ক্ষেত্ৰত ধ্বনি লিপিৰ ভূমিকাৰ কথা আমি নুই কৰিব নোৱাৰো। উত্তৰ-পূব ভাৰতৰ এই বিশাল বিস্তৃত ভূ-খণ্ডত সমগ্ৰ মংগোলীয় জনগোষ্ঠীৰ কথিত-অকথিত, লিখিত-অলিখিত, প্ৰচলিত-অপ্ৰচলিত এশতকৈয়ো অধিক ভাষাবোৰৰ ভিতৰত কিছুমান ভাষাৰ স্বকীয় লিপি থাকিলেও অধিকসংখ্যক ভাষাৰে স্বকীয় লিপিৰ বিলুপ্তি ঘটিছে বা বৰ্তমানলৈকে উদ্ধাৰ হোৱাগে নাই আৰু দুই-এটা ভাষাই স্বকীয় লিপি পৰিত্যাগ কৰি পৰিৱেশৰ

প্ৰভাৱত প্ৰভাবান্বিত হৈ অন্য ভাষাৰ লিপি গ্ৰহণ কৰি ভাষাৰ বিকাশ আৰু উৎকৰ্ষ সাধন কৰাও পৰিলক্ষিত হৈছে।

আজি জনজাতীয় ভাষাসমূহৰ বিকাশ আৰু উৎকৰ্ষ সাধনৰ ক্ষেত্ৰত অনুকূল পৰিবেশত থকা গ্ৰহণযোগ্য অন্য ভাষাৰ লিপিৰ ভিত্তিত স্বকীয় ভাষাৰ ধ্বনি লিপিৰ সামঞ্জস্য ৰাখি প্ৰয়োজনীয় ধ্বনিলিপিৰ যোগ-বিয়োগৰ যোগেদি গ্ৰহণ কৰি অগ্ৰগতিৰ পথত অগ্ৰসৰ হোৱা পৰিলক্ষিত হৈছে। অসমৰ বিভিন্ন জনজাতীয় ভাষা-সাহিত্য সংস্কৃতি অনুষ্ঠান-প্ৰতিষ্ঠানবোৰে আনুষ্ঠানিকভাৱে ধ্বনিলিপি গ্ৰহণৰ সমীক্ষাত দেখা যায় যে (১) বড়ো ভাষাৰ কাৰণে এই শতিকাৰ সত্তৰ দশকত প্ৰথমতে অসমীয়া লিপি গ্ৰহণেৰে বড়ো ভাষাত শিক্ষা প্ৰচলন কৰি পৰৱৰ্তী দশকত সেই লিপি সলনি কৰি পুনৰ ৰোমান লিপি গ্ৰহণ কৰিছিল আৰু অৱশেষত তাকো সলনি কৰি আশীৰ দশকত আকৌ দেৱনাগৰী লিপি গ্ৰহণ কৰি ১৯৮৬ চনৰ হাইস্কুল শিক্ষান্ত পৰীক্ষাত অৱতীৰ্ণ হৈছে। কাৰ্বি ভাষাৰ কাৰণে এই শতিকাৰ আশী দশকতে অসমীয়া লিপি গ্ৰহণ কৰি প্ৰাথমিক পৰ্যায়ত শিক্ষা দিয়াৰ পাচত আৰু তাক সলনি কৰি যোৱা ১৯৭৮ চনৰ পৰা পুনৰ ৰোমান লিপি গ্ৰহণ কৰি বৰ্তমান প্ৰাথমিক পৰ্যায়ত কাৰ্বি ভাষাৰে শিক্ষা প্ৰদান কৰি আছে। মিচিং ভাষাৰ কাৰণে ৰোমান লিপি গ্ৰহণ কৰি ১৯৮৬ চনৰ পৰা প্ৰাথমিক পৰ্যায়ত মিচিং ভাষাক বিষয় ভাষা হিচাপে তৃতীয় শ্ৰেণীৰ পৰা শিক্ষা দিবলৈ যোৱা প্ৰস্তুতিৰ কথা কাৰো অবিদিত নহয়।

ৰাভা ভাষাৰ কাৰণে অসমীয়া লিপি আৰু তিৱা ভাষাৰ কাৰণে ৰোমান লিপি গ্ৰহণ কৰি ভাষাৰ বিকাশ সাধন কৰিবলৈ প্ৰচেষ্টা কৰি থকাৰ কথা উল্লেখ কৰিব পাৰি। ডিমাচা আৰু দেউৰী ভাষাৰ কাৰণে আনুষ্ঠানিকভাৱে কি লিপি গ্ৰহণ কৰিছে এই সমীক্ষাত সঠিকভাৱে আজি দাঙি ধৰিব পৰা নগ'ল।

জনজাতীয় ভাষাসমূহৰ বিকাশ সাধনৰ কাৰণে বা চৰ্চাৰ কাৰণে অনানুষ্ঠানিক পৰ্যায়ৰ ধ্বনি লিপি গ্ৰহণৰ কথাটো মুক্ত বা কোনো বাধাৰ সন্মুখীন হ'বলগা কাৰণ নাই যদিও আনুষ্ঠানিক শিক্ষা প্ৰদানৰ ক্ষেত্ৰত মুক্ত নহয়, কাৰণ শিক্ষা প্ৰচাৰ আৰু প্ৰচলনৰ কথাটো চৰকাৰী পৰ্যায়ৰ কথা। গতিকে জনজাতি ভাষা-সাহিত্য সংস্কৃতি অনুষ্ঠান-প্ৰতিষ্ঠানবোৰৰ লিপি গ্ৰহণৰ ক্ষমতা উৰ্দ্ধতন ক্ষমতা হোৱাটো কাম্য যদিও স্বকীয় লিপি নথকাৰ কাৰণে সেই ক্ষমতা প্ৰযোজ্য হোৱা নাই আৰু এইখিনিতেই লিপি গ্ৰহণৰ সমস্যাই বিভ্ৰাটৰ সৃষ্টি কৰি সমস্যাৰ পিচত সমাধানহীন সমস্যা সৃষ্টি কৰাটো কাৰো অবিদিত নহয়।

পৃথিৱীৰ সকলো ভাষাৰে ধ্বনিলিপি একে নহয়, ধ্বনি লিপিৰ সাদৃশ্য-বৈসাদৃশ্য থকাটো স্বাভাৱিক আৰু ই ভাষাগত বৈশিষ্ট্য। আমি ভাষাগতভাৱে সুকীয়া ধ্বনি লিপি গ্ৰহণ কৰিব পৰাটো বিজ্ঞানসন্মত কথা। এই প্ৰসংগত তিব্বতবৰ্মী,

ভাষাসমূহৰ কিছু কিছু ধ্বনি লিপি আমাৰ সান্নিধ্যত থকা অসমীয়া, দেৱনাগৰী, ৰোমান লিপিত নোপোৱাটো স্বাভাৱিক। এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত তিব্বত বৰ্মী ভাষাসমূহৰ কিছু ধ্বনি লিপি আধুনিক ছপাশালৰ প্ৰতি লক্ষ্য ৰাখি সহজে পাব পৰা আৰু তৈয়াৰ কৰি ল'ব পৰা ধ্বনি লিপিৰ কথাও চিন্তা কৰাটো উল্লেখযোগ্য কথা।

অসমৰ শিক্ষাৰ ঘাঁই সুঁতিৰ লগত জনজাতীয় ভাষাসমূহৰ খাপ খুৱাই ভাষা প্ৰয়োগৰ ক্ষেত্ৰত পৰ্যালোচনা কৰি চালে দেখা যায় যে বিভিন্ন ভাষা-ভাষী জনগোষ্ঠীৰে বসবাস কৰি থকা বহুভাষী অসম ৰাজ্যত কেন্দ্ৰীয় চৰকাৰে প্ৰৱৰ্তন কৰা "ত্ৰিভাষা সূত্ৰ" প্ৰযোজ্য নহয় আৰু এই কথা আমাৰ দ্বাৰা এই শতিকাৰ সত্তৰ দশকৰ পৰাই যুক্তিৰে সৈতে সুদৃঢ়ভাৱে প্ৰতিপন্ন কৰি আহিছোঁ। "ত্ৰিভাষা সূত্ৰ" মতে (১) মাতৃভাষা, (২) ৰাষ্ট্ৰীয় ভাষা, (৩) আন্তৰ্জাতিক ভাষা, ৰাজ্যিক ভাষা তথা উচ্চ শিক্ষাৰ মাধ্যম অসমীয়া ভাষাক এই ত্ৰিভাষা সূত্ৰৰ ভিতৰত খাপ খুৱাই ল'ব পৰা নহয় সেয়ে প্ৰকৃতপক্ষে অসম ৰাজ্যত (১) মাতৃভাষা, (২) আঞ্চলিক ভাষা, (৩) ৰাষ্ট্ৰীয় ভাষা, (৪) আন্তৰ্জাতিক ভাষা শিক্ষাৰে চাৰিটা ভাষাৰ সূত্ৰহে প্ৰযোজ্য।

আজি ত্ৰিভাষা-সূত্ৰ গ্ৰহণ কৰি যিবোৰ জনজাতি ভাষাৰ মাধ্যমেৰে শিক্ষা দি আহিছে সেইবোৰ শিক্ষাৰ্থীয়ে অসমীয়া আখৰ তথা অসমীয়া ভাষাৰ লগত পৰিচিত হোৱা নাই। গতিকে হাইস্কুল শিক্ষান্ত পৰীক্ষাত অসমীয়া তৃতীয় ভাষাৰ পৰীক্ষা দিব লগা হোৱাত এক বিপৰ্যয়ৰ সন্মুখীন হোৱাটো স্বাভাৱিক আৰু সেয়া ত্ৰিভাষা সূত্ৰ গ্ৰহণৰ প্ৰতিক্ৰিয়াৰ ফলাফল বা সমস্যাৰ পৰিণাম।

বহুভাষী অসম ৰাজ্যত একে কেন্দ্ৰীয় চৰকাৰৰ দ্বাৰা পৰিচালিত হোৱাৰ কাৰণে সৰ্বভাৰতীয় পৰ্যায়ৰ কথা নিবিড়ভাৱে জড়িত হৈ আছে। আমাৰ শিক্ষাৰ্থীৰ কাৰণে চাৰিটা ভাষা শিকাৰ প্ৰয়োজন আছে বুলিয়েই যে হাইস্কুল শিক্ষান্ত পৰীক্ষাত ক'ব নোৱাৰা ভাষাৰ যোজাৰে চাৰিটা ভাষাত বাধ্যতামূলকভাৱে শিক্ষাৰ্থীয়ে পৰীক্ষা দিব লাগিব তাৰ কোনো যুক্তিযুক্তিতা থাকিব নোৱাৰে। বৰ্তমানে যেনেকৈ ৰাষ্ট্ৰীয় ভাষা "হিন্দী" ভাষাৰ শিক্ষা সপ্তম শ্ৰেণীত শেষ কৰা হৈছে তেনেভাৱে ভাষা শিকাৰ পাঠ্যক্ৰমত খাপ খুৱাই ৰচনা কৰাটো অসমৰ শিক্ষা পৰিষদবোৰৰ দায়িত্ব আৰু দায়বদ্ধতাৰ কথা। চৰকাৰী ভাষা-নীতিৰ (পলিচি) লগত খাপ খোৱাকৈ (এডজাষ্টমেণ্ট) ভাষা শিকাৰ পাঠ্যক্ৰম গ্ৰহণযোগ্য আৰু ফলপ্ৰসূ হিচাপে বিবেচনা কৰিব পৰাটো শিক্ষা পৰিষদবোৰৰ অন্যতম স্বীকৃতি।

এই প্ৰসংগত অপ্ৰিয় হ'লেও সত্য যে অসম শিক্ষা পৰিষদৰ পাঠ্যক্ৰমত

পাঁচটা শ্ৰেণীত দেৱনাগৰী আৰু ৰোমান এই দুটা লিপিৰ হিন্দী ভাষা আৰু ইংৰাজী ভাষাৰ শিক্ষা একেলগে আৰম্ভ কৰিবলৈ নিদিয়া সত্ত্বেও কম বয়সীয়া শিক্ষাৰ্থীৰ কাৰণে এটা ভাষাৰ বৰ নোৰাবা বোজা হৈ পৰিছে, ফলত ভাষা শিকাৰ প্ৰতি শিক্ষাৰ্থীৰ ধাউতি বা আগ্ৰহ কমিছে আৰু মনো বিজ্ঞানৰ ফালৰ পৰা সমৰ্থনযোগ্য নহয়।

ভাষা প্ৰয়োগৰ অন্য এটা দিশ হৈছে শিক্ষাৰ্থীৰ আগ্ৰহ, ইচ্ছা আৰু অনিচ্ছা। আমি নিৰপেক্ষভাৱে ভৱিষ্যৎ বিপুল সম্ভাৱনাভাৰী বংশধৰসকলৰ অধিক ভাষা শিকাৰ আগ্ৰহ থকা শিক্ষাৰ্থীক সেই সুবিধাৰ পৰা বঞ্চিত কৰাটো বা অধিক ভাষা শিকাৰ কাৰণে অনিচ্ছুক শিক্ষাৰ্থীৰ ওপৰত অধিক বৰ নোৰাবা ভাষাৰ বোজা জাপি দিয়াটো কাৰো কাম্য নহয়। আমাৰ বোধেৰে অধিক ভাষা শিক্ষাৰ সুবিধা পোৱাটো শিক্ষাৰ্থীৰ ভাগ্য বিপৰ্যয়ৰ কথা নহয় বৰঞ্চ সৌভাগ্যৰে কথা, গতিকে এনে ভাষা প্ৰয়োগৰ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত অধিক ভাষা শিকাৰ কথাটো ঐচ্ছিক (এডিচনেল) বিষয় ভাষা হিচাপে ইচ্ছুক শিক্ষাৰ্থীক সুবিধা দিব পৰাটো শিক্ষা পৰিষদবোৰৰ দক্ষতাৰে পৰিচায়ক।

জনজাতীয় ভাষাসমূহৰ প্ৰয়োগৰ ক্ষেত্ৰত শিক্ষাৰ মাধ্যমৰ কথা বিশেষভাৱে লক্ষ্য ৰাখিব লাগিব। অসমবাসীৰ জীৱনধাৰা, উচ্চ শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষাৰ লগত আৰু শিক্ষাৰ্থীক শিক্ষা পৰিবেশৰ লগত অবিচ্ছেদ্য সম্পৰ্কৰ কথা কোনেও নুই কৰিব নোৱাৰে। এই প্ৰসংগত অসমৰ বিভিন্ন ভাষা-ভাষী জনজাতিৰ লোক অসমৰ বিভিন্ন লোকেৰে সৈতে সংমিশ্ৰিতভাৱে বিস্তৃত অঞ্চলত বাস কৰি থকাৰ কথাও বিশেষভাৱে লক্ষ্য কৰিব লাগিব।

জনজাতিসকলৰে ভিতৰত জনজাতীয় ভাষাসমূহৰ প্ৰয়োগৰ পৰিবেশৰ সুবিধা পোৱা কিছু শিক্ষাৰ্থীয়ে জনজাতীয় ভাষাত শিক্ষা লাভ কৰাৰ সুবিধা পোৱাটো আৰু কিছুমান জনজাতি শিক্ষাৰ্থী সেই সুবিধাৰ পৰা বঞ্চিত হোৱাটো আমাৰ কাম্য নহয়। গতিকে আমি বাস্তৱ দৃষ্টিভংগীৰে চাবলৈ গ'লে সকলো জনজাতি অধ্যুষিত অঞ্চলতে তেওঁলোকৰ ভাষাসমূহৰ মাধ্যমৰ সকলো পৰ্যায়ৰ শিক্ষানুষ্ঠান গঢ়ি নুঠালৈকে ইয়াক আবেগিকভাৱে প্ৰয়োগ কৰা সম্ভৱ নহয় বৰঞ্চ পৰিবেশ চাই প্ৰয়োগ কৰা উচিত।

আমি জনজাতিৰ ভাষাসমূহৰ প্ৰয়োগৰ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত অসমীয়া ভাষাৰ মাধ্যমত পঢ়া জনজাতি শিক্ষাৰ্থীক 'বিষয় ভাষা' হিচাপে শিকিব পৰাৰ পাঠ্যক্ৰমৰ কথাও চিন্তা কৰিব লাগিব যিহেতু প্ৰাথমিক পৰ্যায়ত ভাষাক "বিষয় ভাষা" হিচাপে গণ্য কৰা নহয় আৰু শিকোৱাৰ ব্যৱস্থা আজিও প্ৰৱৰ্তন হোৱা নাই। সৰু সৰু আঠ-ন বছৰীয়া শিক্ষাৰ্থীক তেনে ব্যৱস্থা কৰিলে হয়তো বৰ নোৱাৰা

ভাষাৰ বোজা জাপি দিয়া হ'ব আৰু ইয়াৰ প্ৰতিক্ৰিয়া পৰিপন্থী হোৱাৰো আশা নোহোৱা নহয় বা এটা বংশধৰ (জেনেৰেচন) পংগু হৈ যাব পাৰে।

জনজাতীয় ভাষাসমূহৰ প্ৰয়োগৰ ক্ষেত্ৰত উদ্ভৱ হোৱা সমস্যা সমাধানৰ অন্য এটা কাৰ্যকৰী ব্যৱস্থা বা ফলপ্ৰসূ শিক্ষা ব্যৱস্থা হৈছে প্ৰাথমিক পৰ্যায়ৰ পৰা ক্ৰমান্বয়ে দ্বিভাষাৰ মাধ্যম বা দুটা ভাষাৰ মাধ্যম জনজাতি ভাষাৰ মাধ্যম থকা অনুষ্ঠানত আঞ্চলিক ভাষাৰ সংযোগ ঘটাই মাধ্যম প্ৰৱৰ্তন কৰা আৰু এইটো পূৰ্ব্বৱৰ্তী শাসক দলে ১৯৭৫ চনতে নীতিগতভাৱে মানি লোৱাৰ নথি-পত্ৰ অসম চৰকাৰৰ ঘৰত নোহোৱা নহয় মাথোন এতিয়া প্ৰয়োগৰহে কথা।

এই দ্বিভাষা মাধ্যমৰ শিক্ষানীতি প্ৰৱৰ্তন কৰিলে জনজাতি ভাষাৰ মাধ্যমেৰে পঢ়িব ইচ্ছা কৰা শিক্ষাৰ্থীয়ে তেনে শিক্ষা অনুষ্ঠানত পঞ্চম শ্ৰেণীৰ পৰা বা অষ্টম শ্ৰেণীৰ পৰা ভৰ্তি হ'বগৈ পাৰিব আৰু আঞ্চলিক ভাষাৰ মাধ্যমত পঢ়িবৰ ইচ্ছা কৰা শিক্ষাৰ্থীয়ে তাতো ভৰ্তি হ'বলৈ পাৰিব অৰ্থাৎ শিক্ষাৰ্থীৰ কাৰণে মাধ্যমৰ কথাটো মুক্ত থাকিব আৰু ভাষা শিকাৰ কাৰণে উদ্ভৱ হোৱা জটিল সমস্যাৰো সমাধান হ'ব বুলি ভাবো।

জনজাতীয় ভাষাসমূহৰ প্ৰয়োগৰ পৰিবেশ আমাৰ পৰ্যালোচনাৰ দৃষ্টিৰে বিচৰা পৰিবেশ সকলো অঞ্চলতে সকলো পৰ্যায়ৰ শিক্ষা অনুষ্ঠানৰ পৰিবেশ পোৱা নহয় আৰু তৎকালে গঢ়ি উঠাৰো সম্ভাৱনা নাই। বৰ্তমান চলিত সকলোবোৰ শিক্ষা অনুষ্ঠানৰে পৰিচালনা সুকীয়া সুকীয়া পৰিবেশ নোহোৱা নহয়। এনেবোৰ সমস্যাৰ ক্ষেত্ৰত শিক্ষা অনুষ্ঠান পৰিচালনা কৰা আৰু জনজাতীয় ভাষাসমূহৰ প্ৰয়োগৰ সমস্যা সমাধান কৰা সকলোবোৰ দিশৰ প্ৰতি লক্ষ্য ৰাখি অসমৰ শিক্ষা পৰিষদবোৰে স্পষ্ট ভাষা নীতি নিৰ্ধাৰণ কৰাটো সমস্যা সমাধানৰ অন্যতম পথ আৰু সকলোৰে কাম্য। ■

---

*'দূত' (গুৱাহাটী ) আৰু "ডলুক মিকচি" (লখিমপুৰ) কাকতত প্ৰকাশিত ঃ ১৯৮৮ ঃ সম্পাদক*

# সংযোগী ভাষা শিকাৰ প্ৰয়োজনীয়তা

## (এক)

ভাৰতবৰ্ষৰ বহুভাষী ৰাজ্যবোৰত বাস কৰা জনসাধাৰণৰ মাজত সামাজিক ঐক্য-সম্প্ৰীতি, আত্মীয়তা, বন্ধুত্ব-ভ্ৰাতৃত্ব তথা জাতীয় সংহতি ৰক্ষাৰ ক্ষেত্ৰত জনসংযোগী আঞ্চলিক ভাষাৰ ভূমিকা অনন্য।

বহু ভাষা-ভাষী জনগোষ্ঠীৰে পৰিবেষ্টিত এই বিশাল পৰ্বত-পাহাৰেৰে বিস্তৃত উত্তৰ-পূৰ্বাঞ্চলৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ যিদৰে সৰ্বাধিক গুৰুত্ব আছে সেইদৰে বিভিন্ন জনগোষ্ঠীবোৰৰ গোষ্ঠীসত্ত্বা তথা বৃহত্তৰ অসমীয়া জাতিৰ জাতীয়ত্ব ৰক্ষাৰ ক্ষেত্ৰতো আনুষংগিক জনগোষ্ঠীৰ ভাষাবোৰৰ প্ৰয়োজনীয়তা আৰু প্ৰতিক্ৰিয়াৰ কথা আমি নুই কৰিব নোৱাৰো। পূত-পবিত্ৰ বহুভাষী অসম ৰাজ্যত জন্মগ্ৰহণ কৰিবলৈ পোৱাটো এক সৌভাগ্যৰ কথা কিন্তু আ্চলিক পৰিবেশৰ প্ৰয়োজনীয় ভাষা-নীতি গ্ৰহণ কৰি স্ব-অনুশাসনেৰে পৰিচালিত নোহোৱাটো অকল দুৰ্ভাগ্যই নহয় জাতীয়ত্ব ৰক্ষাৰ ক্ষেত্ৰত বিপৰ্যয়ৰো কাৰণ। গতিকে, শুদ্ধ ভাষানীতি প্ৰৱৰ্তন আৰু গ্ৰহণৰ অবিহনে জাতীয় জীৱনৰ সৰ্বাংগীন উন্নতি তথা প্ৰগতি আৰু শিক্ষায়তনিক দিশ ফলপ্ৰসূ হোৱা আশা কৰিব নোৱাৰি।

(১) ভাষাতাত্ত্বিক দিশৰ পৰা পৰ্যালোচনা কৰি চালে দেখা যায়— ভাষা প্ৰকৃততে কোনো ব্যক্তিৰে জন্মগতভাৱে লাভ কৰা সহজাত প্ৰবৃত্তিৰ বস্তু নহয়। মানৱ ভাষাক পৰিবেশৰ প্ৰভাৱত আৰু জীৱনৰ প্ৰয়োজনীয়তাৰ ভিত্তিতে আয়ত্ত কৰি বিকাশ সাধন কৰা হয়। এই দৃষ্টিভংগীৰ পৰা চাবলৈ গ'লে ভাষা কোনো ব্যক্তি তথা জনগোষ্ঠীৰ স্পৰ্শকাতৰ বিষয় হ'ব নোৱাৰে কিন্তু ভাষা বিকাশৰ ক্ষেত্ৰত জনসংস্কৃতিৰ প্ৰক্ৰিয়াই অধিকভাৱে প্ৰভাৱ বিস্তাৰ কৰা পৰিলক্ষিত হয়। আমি ব্যৱহাৰিক জীৱনৰ প্ৰয়োজনীয়তাৰ পৰিপ্ৰেক্ষিতত প্ৰধানতঃ জনগণৰ আবেগিক ঐক্য আৰু শিক্ষায়তনিক দিশৰ প্ৰতি লক্ষ্য ৰাখি গোষ্ঠীগত ভাষাবোৰৰ লগত আঞ্চলিক ভাষাক (ৰাজ্যিক বা প্ৰশাসনিক) আনুষংগিক সংযোগী ভাষা হিচাপে গ্ৰহণ কৰাৰ বাহিৰে প্ৰশস্ত পথ নাই।

সাম্প্ৰতিক কালত অসম ৰাজ্যত যি ভাষা শিকাৰ পাঠ্যক্ৰম আৰু ভাষানীতি

প্ৰচলিত হৈছে এই ভাষানীতি অদূৰ ভৱিষ্যতৰ ভাৱী বংশধৰসকলৰ কাৰণে সঠিক পথ প্ৰদৰ্শক ভাষা-নীতি নহয় বৰঞ্চ এই ভাষানীতিয়ে বহুক্ষেত্ৰতে আমাৰ জাতীয় জীৱনলৈ বিভ্ৰাট অনাই নহয় বিপৰ্যয়বো সৃষ্টি কৰিছে আৰু গুৰুনী নমৰা ব্যাধিৰ দৰে সময়ে সময়ে উক দি নতুন নতুন ভাষা-সমস্যাৰ সৃষ্টি কৰিছে।

(২) যুগ পৰিবৰ্তন আৰু ৰাষ্ট্ৰৰ উত্থান-পতনৰ লগে লগে ভাষা-নীতিৰো পৰিবৰ্তন হৈ থকাটো দেশ তথা জাতিৰ কাৰণে শুভ লক্ষণ নহয় তথাপি এই পৰিবৰ্তন স্বাভাৱিক হৈ পৰা দেখা যায়। আমাৰ সাধাৰণ ধাৰণা যে যুগৰ সমস্যা যুগে সমাধান কৰিলেও আবেগিকভাৱে ভাষা সমস্যা সমাধান কৰা বিষয় নহয়। যুগে যুগে জনসাধাৰণে প্ৰয়োজনৰ ভিত্তিতে ভাষাৰ বিকাশ আৰু উৎকৰ্ষ সাধন কৰি আত্মপ্ৰতিষ্ঠা কৰিলেও ভাষাবো এটা স্বতঃস্ফূৰ্ত ধাৰা নোহোৱা নহয়। গতিকে শিক্ষায়তনিক দিশত ভাষা-সমস্যা সমাধান কৰিবলৈ হ'লে প্ৰধানকৈ আঞ্চলিক তথা ৰাজ্যিক পৰ্যায়ৰ পৰিবেশৰ (এনভাইৰণমেণ্ট) প্ৰভাৱ আৰু বাস্তৱসন্মত প্ৰয়োজনীয়তাক আমি অস্বীকাৰ কৰিব নোৱাৰো। আনহাতেদি সৰ্বভাৰতীয় তথা আন্তৰ্জাতিক পৰ্যায়ত ইয়াৰ প্ৰয়োজনীয়তাৰ সাপেক্ষেহে শিক্ষণীয় ভাষা শিকাৰ পাঠ্যক্ৰম ৰচনা কৰাটো নিতান্ত বাঞ্ছনীয়।

(৩) মানৱ শিশুৰ ভাষা শিকা তথা ভাষা আয়ত্ত কৰা প্ৰক্ৰিয়া আৰম্ভ হয় মাতৃৰ কোলাত থকা কালৰ পৰা আৰু প্ৰাকপ্ৰাথমিক পৰ্যায়ৰ শিক্ষানুষ্ঠানক কেন্দ্ৰ কৰি আনুষ্ঠানিক লিখন-পঠন-কথনৰ মাজেদি অগ্ৰগতিৰ পথেদি ধাবিত হয়। গতিকে আমি শিশুৰ ভাষা-পাঠ্যক্ৰম ৰচনা কৰোতে সামাজিক তথা ৰাজ্যিক পৰিবেশ; বিভিন্ন সময়ত গঠিত শিক্ষা আয়োগে দিয়া গ্ৰহণযোগ্য পৰামৰ্শৱলী; বিভিন্ন ভাষাৰ মৰ্যাদা তথা সাংবিধানিক অধিকাৰ সাব্যস্ত কৰি আৰু লগতে কেন্দ্ৰীয় প্ৰশাসনে গ্ৰহণ কৰা ভাষানীতি পুংখানুপুংখৰূপে চালিজাৰি চাইহে শিশুৰ কল্পপ্ৰসূ ভাষা-নীতি প্ৰাথমিক পৰ্যায়ৰ পৰা আৰম্ভ কৰি মাধ্যমিক পৰ্যায়ৰ পৰা আৰম্ভ কৰি মাধ্যমিক পৰ্যায়ৰ ভাষাৰ মাধ্যমৰ লগত নিৰৱচ্ছিন্নভাৱে সম্পৰ্ক ৰক্ষা কৰি আৰু শিক্ষাৰ্থীৰ ভৱিষ্যতৰ 'মাধ্যম-ভাষা', 'বিষয়-ভাষা', 'ঐচ্ছিক-ভাষা', আদি উচ্চশিক্ষাৰ প্ৰতি লক্ষ্য কৰি সংগতিপূৰ্ণভাৱে ভাষাৰ পাঠ্যক্ৰম ৰচনা কৰিব লাগিব। এইদৰে শিক্ষণীয় ভাষাৰ সকলোবোৰ প্ৰয়োজনীয় দিশ পৰ্যালোচনা কৰি চাই যি ভাষানীতিৰ নতুন পাঠ্যক্ৰম ৰচনা কৰা হ'ব তাত মেধাৱী, কম মেধাৱী, ইচ্ছুক শিক্ষাৰ্থীক অধিক ভাষা শিকাৰ পৰা প্ৰতিবন্ধকতা সৃষ্টি কৰি বঞ্চিত কৰা আৰু অনিচ্ছুক শিক্ষাৰ্থীকো সীমিত ভাষাৰ পাঠ্যক্ৰমৰ বাহিৰে ভাষা শিকাৰ নামত বহ নোৱাৰা বোজা জাপি দি বিভ্ৰাট কৰা কাৰো কাম্য হ'ব নোৱাৰে। এইদৰে নতুন ভাষা পাঠ্যক্ৰমত যাতে হাইস্কুল শিক্ষান্ত

পৰীক্ষাত (১) প্ৰথম ভাষা মাধ্যম ভাষা, (২) দ্বিতীয়— ভাষা ইংৰাজী ভাষা, (৩) তৃতীয়— ভাষা প্ৰয়োজনভিত্তিক ঐচ্ছিক ভাষাহে হ'ব লাগে আৰু চাব লাগে যাতে তিনিটাতকৈ অধিক ভাষাৰ পৰীক্ষা দিবলগা নহয়। গতিকে তৃতীয় ভাষাটো বিভিন্ন মাতৃভাষী শিক্ষাৰ্থীৰ, বিভিন্ন মাধ্যমৰ শিক্ষাৰ্থীৰ অৰ্থাৎ সকলো শিক্ষাৰ্থীৰ কাৰণে অনুকূল পৰিবেশৰ ঐচ্ছিক (ইলেকটিভ লেংগুৱেজ পেপাৰ) ভাষাৰ কাকত হ'ব লাগে আৰু হাইস্কুল শিক্ষান্ত পৰীক্ষাত ইয়াক কৃতকাৰ্য বা অকৃতকাৰ্যতাৰ কাৰণে বিষয় ভাষা হিচাপে গণ্য কৰিব নালাগে কিন্তু সকলো শিক্ষাৰ্থীয়েই তৃতীয় ভাষা হিচাপে এটা ঐচ্ছিক ভাষাৰ (বিষয় ভাষাৰ) পৰীক্ষা দিয়াটো নিয়ম কৰিব লাগে।

(৪) সাম্প্ৰতিক কালত অসম ৰাজ্যত প্ৰচলিত ভাষানীতি পুংখানুপুংখৰূপে পৰ্যালোচনা কৰি চালে প্ৰাথমিক পৰ্যায়ৰ শিক্ষণীয় ভাষাৰ লগত মাধ্যমিক পৰ্যায়ৰ ভাষাৰ সঠিকভাৱে সংগতি ৰক্ষিত হোৱা দেখা নাযায়। গতিকে তেনেবোৰ শিক্ষাৰ্থীয়ে ভৱিষ্যতে সকলো প্ৰকাৰে শিক্ষালাভৰ ক্ষেত্ৰত উপকৃত হ'বলৈ হ'লে প্ৰাথমিক পৰ্যায়ৰ পৰাই মাতৃভাষাৰ মাধ্যমৰ বাহিৰেও ৰাজ্যিক বা প্ৰশাসনিক ভাষাৰ লগত সংগতি ৰক্ষা কৰি সংযোগী ভাষা হিচাপে "দ্বিভাষানীতি" বা দুটা ভাষাৰ প্ৰচলন নীতি গ্ৰহণ কৰিব লাগিব।

আমি উপলব্ধি নকৰিলেও শিশু শিক্ষাৰ ক্ষেত্ৰত মৌখিকভাৱে আৰু লিখিতভাৱে দ্বি-ভাষাৰ মাধ্যম সদায়েই প্ৰয়োগ কৰি আহিছো, উদাহৰণস্বৰূপে 'অন্য মাতৃ-ভাষী-অসমীয়া'ৰ বিভিন্ন ভাষা-ভাষী জনগোষ্ঠীৰ শিশুক অসমীয়া ভাষাৰ শব্দৰ অৰ্থজ্ঞান দিওঁতে শিশুক জাত মাতৃভাষাৰ শব্দেৰে আৰু ইংৰাজী বা হিন্দী আদি ভাষা নজনা শব্দৰ অৰ্থজ্ঞান শিশুৱে জনা বা বুজি পোৱা ভাষাৰ প্ৰতিশব্দৰ মাধ্যমৰ কেন্দ্ৰীয় বিদ্যালয়বোৰতো ইংৰাজীৰ শব্দজ্ঞান হিন্দীৰে বা হিন্দীৰ শব্দজ্ঞান ইংৰাজীৰে নতুবা শিক্ষকে জনা আৰু শিক্ষাৰ্থীৰ সম্যক জ্ঞান থকা বা জনা দ্বি-ভাষাৰ সহায়ত এটা ভাষাক মাধ্যম হিচাপে আৰু আনটো ভাষাক বিষয় ভাষা হিচাপে পৰিবেশৰ লগত খাপ খুৱাই শিকোৱাৰ কথা উল্লেখ কৰিব পাৰি। আজি শিক্ষিত লোকৰ মাজত বিভিন্ন দেশী-বিদেশী ভাষা শিকাৰ কাৰণে সেহতীয়া পদ্ধতি গ্ৰহণ কৰি শিকাবলৈ প্ৰয়াস কৰিলেও অনুবাদ পদ্ধতিৰে শিশু ভাষা শিকাৰ ক্ষেত্ৰত উপকৃত হোৱাৰ কথা একেবাৰে উলাই কৰিব নোৱাৰো আৰু এই পদ্ধতিৰ সম্পূৰ্ণ সলনি (চুইটচ্ অভাৰ) সময় সাপেক্ষেহে হোৱা সম্ভৱ।

(৫) আমাৰ শিক্ষাৰ্থীয়ে সাম্প্ৰতিক প্ৰত্যাখ্যান কৰিব নোৱাৰাকৈ পৰ্যায়ক্ৰমে মাতৃভাষাৰ বাহিৰেও আঞ্চলিক পৰ্যায়ৰ পৰিবেশৰ...?

(২)

আমি অসম ৰাজ্যৰ ভাষাবোৰৰ স্থিতি সম্পৰ্কে পৰ্যালোচনা কৰি চালে পাওঁ যে যোৱা ১৯৮৬ চনলৈকে নীতিগতভাৱে স্বীকৃত ভাষাবোৰ হৈছে বঙলা, হিন্দী, মণিপুৰী, বড়ো, গাৰো, নেপালী, মিজো, খাছী, মাৰ, তেলেগু, বিষ্ণুপ্ৰিয়া, কাৰ্বি, মিচিং আৰু ৰাভা ভাষাকে ধৰি এই চৈধ্যটা ভাষাৰ ভিতৰত বঙলা, হিন্দী, মণিপুৰী, বড়ো ভাষা মাধ্যমিক পৰ্যায়লৈকে শিক্ষাৰ মাধ্যম হিচাপে প্ৰবৰ্তিত হৈছে আৰু "আধুনিক ভাৰতীয় ভাষা" হিচাপেও এই চাৰিটা ভাষাই উচ্চ শিক্ষাৰো স্বীকৃতি পোৱাটো উল্লেখ কৰিব পাৰি।

অসম ৰাজ্যত স্বীকৃত ভাষাবোৰে গ্ৰহণ কৰা ধ্বনিলিপিৰ সমীক্ষা বিচাৰ কৰিলে বঙলা, মণিপুৰী, বিষ্ণুপ্ৰিয়া, ৰাভা ভাষাৰ কাৰণে 'অসমীয়া বঙলা লিপি, হিন্দী, বড়ো, নেপালী ভাষাৰ কাৰণে দেৱনাগৰী লিপি আৰু গাৰো, মিজো, খাছি, মাৰ, কাৰ্বি, মিচিং ভাষাৰ কাৰণে 'ৰোমান লিপি' গ্ৰহণ কৰা পাওঁ (দ্ৰাবিড় ভাষাগোষ্ঠীৰ তেলেগু ভাষাৰ সম্পৰ্কে যথেষ্ট তথ্যপাতি নথকাত ইয়াত পৰ্যালোচনা কৰা হোৱা নাই) এই প্ৰসংগত বৰ্তমানে মিচিং আৰু ৰাভা ভাষা পৰীক্ষামূলকভাৱে প্ৰাথমিক পৰ্যায়ৰ তৃতীয় শ্ৰেণীৰ পৰা পূৰ্ব প্ৰচলিত অসমীয়া ভাষাৰ মাধ্যমৰ লগতে আনুষংগিকভাৱে সংযোগী 'বিষয় ভাষা' হিচাপে প্ৰবৰ্তিত হৈছে।

আমি শিশুৰ ভাষা শিকাৰ লগতে ধ্বনি লিপি শিকাৰো গুৰুত্ব নুই কৰিব নোৱাৰো। প্ৰাক্‌প্ৰাথমিকত শিশুৰ মাতৃভাষাৰ কাৰণে গ্ৰহণ কৰা লিপিৰ ভিত্তিত পৰৱৰ্তী কালত পৰ্যায়ক্ৰমে লিখন, পঠন প্ৰক্ৰিয়া আৰম্ভ হয়। গতিকে প্ৰাথমিক পৰ্যায়ৰ মাধ্যম ভাষাৰ লিপি যদি একে নহয় বা সাদৃশ্য নাথাকে তেতিয়া শিক্ষাৰ পৰিৱেশ নথকা বিশেষকৈ অনগ্ৰসৰ জনগোষ্ঠীৰ শিশুৱে সুকীয়া সুকীয়া দুবিধ লিপিৰে দুটা ভাষা আয়ত্ত কৰা কিছু জটিল হৈ পৰিব পাৰে, কিন্তু পৰ্যায়ক্ৰমে অনুকূল পৰিৱেশ ৰচনা কৰি শিক্ষা দিলে সেই জটিল সমস্যাৰ সমাধান কৰা অসম্ভৱ নহ'ব। আমি বহু সময়ত আধুনিক নগৰে-চহৰে শিক্ষিত নাগৰিকৰ পৰিৱেশত ডাঙৰ-দীঘল হোৱা শিশুৰ লগত গ্ৰাম্য পৰিৱেশৰ শিশুৰ তুলনা কৰি পৰিস্থিতিৰ কথা চিন্তা কৰিবলৈ পাহৰি যাওঁ। এই প্ৰসংগতে হিন্দী আৰু ইংৰাজী মাধ্যমৰ কেন্দ্ৰীয় শিক্ষা অনুষ্ঠানত তৃতীয়, চতুৰ্থ শ্ৰেণীতে অঞ্চল বিশেষৰ আঞ্চলিক ভাষাৰ লিপি আৰু ভাষাৰ সম্যক জ্ঞান দি পঞ্চম শ্ৰেণীৰ পৰা মাধ্যম ভাষাত গুৰুত্ব আৰোপ কৰে। মাধ্যমিক পৰ্যায়ত সংস্কৃত ভাষাৰো সম্যক জ্ঞান দিয়া আৰু এইদৰে ইংৰাজী 'কনভেণ্ট' আদি শিক্ষা অনুষ্ঠানত নগৰীয়া পৰিৱেশৰ শিশুৱে নিজকে খাপ খুৱাই ৰোমান, দেৱনাগৰী, অসমীয়া লিপি আয়ত্ত কৰা বৰ্তমানে গতানুগতিক হৈ পৰা কথা উল্লেখযোগ্য।

শিশুৱে পোনতে আয়ত্ত কৰা লিপি আৰু ভাষাৰ সহায়ত আনবোৰ নতুন লিপি, নতুন ভাষা ক্ৰমাগতভাৱে শিকি যোৱাটো শিশু মনোবিজ্ঞানসম্মত শিক্ষানীতি, কিন্তু আৰম্ভণিতে যদি শিশুক লিপি আৰু ভাষা শিকাৰ প্ৰতি আগ্ৰহ জন্মাব পৰা নাযায় তেতিয়াহ'লে শিশুৱে গোটেই জীৱনলৈকে ভাষা শিকাৰ প্ৰতি ধাউতি নোহোৱা হৈ বিৰাগ জন্মিব পাৰে। সাধাৰণ শিক্ষাৰ পাঠ্যক্ৰমৰ লগত শিক্ষাৰ্থীৰ বিভিন্ন ভাষা শিকা বিষয় ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। অসমীয়া মাধ্যমৰ শিক্ষাৰ্থীয়ে অসমীয়া ভাষাৰ ব্যুৎপত্তিগত তাত্ত্বিক দিশৰ কথা, ভাৰতীয় সভ্যতা-সংস্কৃতি, ঐতিহ্য, ধৰ্ম-দৰ্শন, জ্ঞান-বিজ্ঞান, মনস্তাত্ত্বিক দিশৰ নিহিত হৈ থকা কথাবোৰৰ সম্যক উপলব্ধিৰ কাৰণেই সংস্কৃত, পালি-প্ৰাকৃত আৰু ইছলামীয় তাত্ত্বিক, চিন্তাধাৰা, বিভিন্ন দিশৰ সম্যক জ্ঞান লভিবলৈকে আৰবিক, উৰ্দু, পাৰ্চী আদি ভাষা "তৃতীয় ভাষা" হিচাপে অধ্যয়ন কৰাটো অপৰিহাৰ্য কথা। এইদৰে অন্য-মাতৃভাষী মাধ্যমৰ শিক্ষাৰ্থীয়ে "তৃতীয় ভাষা" হিচাপে ৰাজ্যৰ প্ৰশাসনিক ভাষা নিশিকিলে ৰাজ্যৰ পদ-প্ৰাৰ্থী, কৰ্মসংস্থান, পাৰস্পৰিক আদান-প্ৰদান, যোগাযোগ, ব্যৱসায়-বাণিজ্য, চাকৰি-বাকৰি আদিৰ ক্ষেত্ৰত নিজকে খাপ খুৱাই লোৱাত ভাষা সমস্যাই বিভ্ৰান্তিকৰ পৰিৱেশৰ সৃষ্টি কৰিব। আমি শিক্ষণীয় ভাষা-পাঠ্যক্ৰমৰ সকলোবোৰ দিশ পৰ্যালোচনা কৰি চাই বিভিন্ন ভাষা শিকাৰ অনুকূল পৰিৱেশ ইচ্ছুক শিক্ষাৰ্থীৰ প্ৰতিবন্ধক সৃষ্টি কৰি অপৰিণামদৰ্শী হোৱাটো বাঞ্ছা নকৰো আৰু সম্ভাব্য জটিল পৰিস্থিতিবো যাতে আশু সমাধান হয় তাৰ কাৰণে প্ৰাথমিক পৰ্যায়ৰ পৰাই আনুষংগিক সংযোগী ভাষাৰ শিক্ষা দিয়া পাঠ্যক্ৰম ৰচনা কৰি প্ৰৱৰ্তন কৰাই প্ৰশস্ত পথ (এই 'তৃতীয় ভাষা শিক্ষাৰ পাঠ্যক্ৰম কলিকতা বিশ্ববিদ্যালয়ৰ তলত থাকোতেও আছিল।)

অসম ৰাজ্যৰ স্বীকৃত ভাষাবোৰ পৰ্যালোচনা কৰি চালে দেখা যায় যে প্ৰাথমিক পৰ্যায়ত মাতৃভাষাৰ যোগেদি শিক্ষা দিয়া ভাষানীতি প্ৰৱৰ্তিত হ'লেও কিছুমান স্বীকৃত ভাষাই আজিও মাধ্যমিক পৰ্যায়ত মাধ্যম হিচাপে স্বীকৃতি লাভ কৰা নাই (নেপালী, মাৰ, গাৰো আদি ভাষা এম ই পৰ্যায়ত প্ৰৱৰ্তিত হৈছে) আৰু তেনে শিক্ষা অনুষ্ঠানত শিক্ষা লাভ কৰি অহা বিভিন্ন ভাষা-ভাষীৰ শিক্ষাৰ্থীয়ে মাধ্যমিক শিক্ষা ল'বগৈ লাগিব ই এক আগন্তুক নিশ্চিত প্ৰশ্ন? কোনো শিক্ষাৰ্থীকে উচ্চশিক্ষা লাভৰ পৰা বঞ্চিত কৰাটো কাৰো কাম্য নহয় আৰু অন্যহাতেদি অবাঞ্ছিত নিষ্প্ৰয়োজনীয় ভাষাৰ বোজা জাপি দিয়াও উদ্দেশ্য হ'ব নোৱাৰে। গতিকে তেনেবোৰ শিক্ষানুষ্ঠানৰ পৰা শিক্ষা লৈ অহা শিক্ষাৰ্থীৰ মাধ্যম ভাষাৰ সাল-সলনি হোৱাটো স্বাভাৱিক। এই সম্ভাব্য পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত মাধ্যম ভাষাৰ সমস্যা সমাধানৰ কাৰণেই মাতৃভাষাৰ মাধ্যমৰ বাহিৰেও অসম ৰাজ্যৰ প্ৰায়

অঞ্চলতে প্ৰৱৰ্তিত শিক্ষা অনুষ্ঠান আৰু অনুকূল পৰিৱেশৰো লগত খাপ খোৱা সহজলভ্য ৰাজ্যিক ভাষাক আনুষংগিক সংযোগী ভাষা হিচাপে প্ৰাথমিক পৰ্যায়ৰ পৰাই ক্ৰমাগতভাৱে 'বিষয় ভাষা'ৰ শিক্ষা দি অহাৰ বাহিৰে গত্যন্তৰ নাই আৰু এই সমস্যাৰ প্ৰতি লক্ষ্য ৰাখি বাস্তৱসন্মত অনুকূল পৰিৱেশ সৃষ্টিৰ নতুন পাঠ্যক্ৰম প্ৰস্তুত কৰি প্ৰৱৰ্তন কৰাই একমাত্ৰ ভাষা সমস্যা সমাধানৰ প্ৰশস্ত পথ।

আজি আমি আঞ্চলিক, ৰাজ্যিক তথা সৰ্বভাৰতীয় পৰ্যায়ৰ শিক্ষণীয় ভাষা শিকাৰ শিক্ষায়তনিক দিশৰ কথা তুলনামূলকভাৱে পৰ্যালোচনা কৰি চালে সৰ্বভাৰতীয় ভাষানীতিৰ পাঠ্যক্ৰমেৰে পৰিচালিত শিক্ষানুষ্ঠান কেন্দ্ৰীয় বিদ্যালয়বোৰ দুবিধ লিপিৰে দুটা ভাষা (ইংৰাজী আৰু হিন্দী) প্ৰাথমিক পৰ্যায়ৰ পৰাই সমপৰ্যায়ত সমমৰ্যাদাৰে সমানে গুৰুত্ব আৰোপ কৰি শিক্ষা দিয়া হৈছে। সৰ্বভাৰতীয় যিকোনো প্ৰতিযোগিতাত নিজৰ পাৰদৰ্শিতা অক্ষুণ্ণ ৰখা, কোনো মাধ্যমৰ মাধ্যমিক শিক্ষানুষ্ঠানত উচ্চ শিক্ষা লাভৰ ক্ষেত্ৰত যাতে ভাষাৰ মাধ্যম সমস্যাই বাধাৰ সৃষ্টি কৰিব নোৱাৰে তাৰ প্ৰতি লক্ষ্য কৰি এই ভাষানীতি প্ৰৱৰ্তন কৰা হৈছে আৰু শেহতীয়াকৈ হ'লেও শিক্ষায়তনিক দিশত ইতিবাচক স্বস্তিৰে নিশ্বাস ল'ব পৰা হৈছে। ■

---

*সামাজিক শিক্ষা বিভাগৰ মুখপত্ৰ জনশিক্ষা'ত প্ৰকাশিত : ১৯৮৯ চন : সম্পাদক*

# শিক্ষানুষ্ঠানৰ অনুকূল পৰিৱেশত চতুঃভাষা আৰু থলুৱা ভাষাৰ প্ৰায়োগিক দিশ

(এক)

শিক্ষাৰ লগত ভাষাৰ নিৰবচ্ছিন্ন সম্পৰ্ক আৰু সকলো লোকৰ কাৰণে ই এক স্পৰ্শকাতৰ সমস্যা। শিক্ষাৰ্থীৰ শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত প্ৰধানকৈ মাধ্যম-ভাষা হিচাপে আৰু বিভিন্নধৰণৰ পাৰম্পৰিক জ্ঞান-বিজ্ঞান প্ৰযুক্তি বিদ্যা আদিৰ সমস্যক জ্ঞান অৰ্জনৰ বাহক হিচাপে ভাষাৰ ভূমিকা অনন্য।

অসম ৰাজ্য এখন বিভিন্ন ভাষা-ভাষী নানা জাতি-উপজাতি-প্ৰজাতিৰে ভৰা বহুভাষী ৰাজ্য, সেয়ে তুলনামূলকভাৱে ভাৰতবৰ্ষৰ অনবোৰ বহুৰাজ্যৰ লগত অসম ৰাজ্যৰ ভাষা সমস্যাৰ অমিল হোৱা পৰিলক্ষিত হয়। আজি যুগ-সাপেক্ষিকভাৱে প্ৰয়োজন আৰু অনুকূলৰ পৰিৱেশৰ ভিত্তিত অসমৰ থলুৱা ভাষাবোৰ বিকাশ আৰু উৎকৰ্ষ সাধনৰ পথ ক্ৰমাগতভাৱে ধাৱিত হৈ আহিছে। ইয়াৰে কিছুমান ভাষাই প্ৰাথমিক পৰ্যায়ৰ শিক্ষাৰ মাধ্যম হোৱাৰ উপৰিও উচ্চশিক্ষা কলেজ পৰ্যায়তো আধুনিক ভাৰতীয় ভাষা হিচাপে স্বীকৃতি পাইছে।

প্ৰকৃততে শিক্ষাৰ্থীৰ ভাষা শিকাৰ বুনিয়াদ ৰচনা কৰাৰ সময় হৈছে মাধ্যমক শিক্ষাৰ কালছোৱাত এই কালছোৱাৰ প্ৰথম পৰ্যায়তে শিক্ষাৰ্থীয়ে এটা ভাষা মাধ্যম ভাষা হিচাপে গ্ৰহণ কৰাৰ উপৰিও একাধিক ভাষা "বিষয় ভাষা" বা "চাবজেক্ট লেংগুৱেজ" হিচাপে গ্ৰহণ কৰে (কেন্দ্ৰীয় বিদ্যালয়ৰ পাঠ্যক্ৰমত কিন্তু ইংৰাজী আৰু হিন্দী দুয়োটা ভাষাই মাধ্যম, কাৰণ কেন্দ্ৰীয় বিদ্যালয়ৰ শিক্ষাৰ্থীৰ অভিভাৱকক ভাৰতবৰ্ষৰ অন্য ৰাজ্যবোৰলৈ বদলি কৰিলে যাতে শিক্ষাৰ্থীয়ে উক্ত ভাষাৰ মাধ্যম থকা শিক্ষা অনুষ্ঠানত মাধ্যম-ভাষা গ্ৰহণ কৰাত অসুবিধাত নপৰে) সেই অনুক্ৰমে পৰ্যায় বিশেষত পৰৱৰ্তী শ্ৰেণীত শিক্ষণীয় পাঠ্যক্ৰমৰ লগত সম্পৰ্ক ৰাখি মাধ্যম ভাষাটোক মুক্তভাৱে আৰু বিষয়-ভাষাবোৰ যৌথভাৱে গ্ৰহণ কৰি সম্যক জ্ঞানেৰে ধাৱিত হয়।

মাধ্যমিক শিক্ষাৰ কালছোৱাত শিক্ষাৰ্থীৰ অপৰিহাৰ্য শিক্ষণীয় ভাষাবোৰক বাধ্যতামূলক ভাষা হিচাপে আৰু বিষয়-ভাষাবোৰক ঐচ্ছিক ভাষা হিচাপে গণ্য কৰাৰ কথাটো উল্লেখযোগ্য। ভাষা শিকাৰ প্ৰতি আগ্ৰহ আৰু ধাউতি থকা শিক্ষাৰ্থীয়ে ভৱিষ্যতৰ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখি ঐচ্ছিক ভাষাবোৰৰ পৰা

ইচ্ছাকৃতভাৱে ভাষা নিৰ্বাচন কৰি শিক্ষানুষ্ঠানৰ সামৰ্থ তথা পৰিৱেশৰ অনুকূল সাপেক্ষে ভাষা শিকাৰ সুবিধা প্ৰদান কৰাটো সমীচিন। এইদৰে ইচ্ছুক শিক্ষাৰ্থীক অধিক ভাষা শিকাৰ সুবিধাৰ পৰা বঞ্চিত কৰাটো আৰু অনিচ্ছুক ভাষা শিকাৰ শিক্ষাৰ্থীৰ ওপৰত বাধ্যতামূলকভাৱে অধিক ভাষাৰ বোজা জাপি দিয়াটো কোনো সচেতন নাগৰিকৰে কাম্য নহয়। শিক্ষাৰ্থীসকলৰ কাৰণেও এনে ভাষা শিকাৰ সুচল পৰিৱেশ পোৱাটো এক পৰম সৌভাগ্যৰ কথা আৰু ভৱিষ্যতৰ প্ৰয়োজনীয়তাৰ পৰিপ্ৰেক্ষিতৰ কাৰণে ভাষাতত্ত্বৰ প্ৰতি জিজ্ঞাসু মনোভাব থকা অনুৰাগী শিক্ষাৰ্থীৰ কাৰণে ই এক সোপানস্বৰূপ।

আজি আমি দেশৰ নতুন প্ৰজন্মৰ কাৰণে অপৰিহাৰ্য শিক্ষণীয় ভাষাৰ পৰ্যালোচনা কৰিবলৈ যাওঁতে বহুভাষী ৰাজ্য হিচাপে অসমৰ পৰিৱেশ অৰ্থাৎ "এনভাইৰণমেণ্ট'ৰ কথা অস্বীকাৰ কৰিলে সঠিকভাৱে পৰ্যালোচনা কৰা নহ'ব। আমি বাস্তৱসন্মত দৃষ্টিভংগীৰে কোনো ৰাষ্ট্ৰনীতিৰ বশৱৰ্তী নহৈ অসমবাসীৰ ভৱিষ্যতৰ বৃহত্তৰ জাতীয় সংহতিৰ স্বাৰ্থৰ প্ৰতি লক্ষ্য ৰাখি সামূহিক আৰু নিৰপেক্ষভাৱে বিচাৰ-বিশ্লেষণ কৰি চালে প্ৰকৃতাৰ্থত এজন অসম তথা ভাৰতীয় নাগৰিকক সাধাৰণভাৱে জীৱন-যাপন কৰিবলৈকে (১) মাতৃভাষা (২) আঞ্চলিক ভাষা (৩) ৰাষ্ট্ৰীয় ভাষা (৪) আন্তৰ্জাতিক ভাষাৰ সম্যক জ্ঞানৰ নিতান্ত প্ৰয়োজনীয়তাৰ কথা নুই কৰিব নোৱাৰো। অৰ্থাৎ লিখিব পঢ়িব নাজানিলেও ব্যৱসায়-বাণিজ্য, বজাৰ-সমাৰ কৰিবৰ কাৰণেই দৈনন্দিন জীৱন-যাত্ৰাত নিতান্ত প্ৰয়োজন হয় কথোপকথন, ভাব বিনিময়ৰ সম্যক জ্ঞান আৰু আমাৰ প্ৰত্যেক নতুন প্ৰজন্মৰ তথা শিক্ষাৰ্থীৰ ক্ষেত্ৰতো ই প্ৰযোজ্য।

আমি সাম্প্ৰতিক কালত ৰাজ্যিক পৰিৱেশৰ ফালৰ পৰা নিৰপেক্ষভাৱে চাবলৈ গ'লে অসমৰ খিলঞ্জীয়া বা থলুৱা ভাষাবোৰৰ প্ৰয়োজনীয়তাৰ কথাও অস্বীকাৰ কৰিব নোৱাৰো আৰু সেইদৰে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ জনসাধাৰণৰ মাজৰ একমাত্ৰ জনসংযোগী বা আঞ্চলিক ভাষা তথা প্ৰশাসনীয় ৰাজ্যিক ভাষা আৰু উচ্চ শিক্ষাৰো অন্যতম মাধ্যম ভাষা হিচাপে অসম ৰাজ্যত অসমীয়া ভাষাৰ সৰ্বাধিক গুৰুত্বৰ কথা কোনেও নুই কৰিব নোৱাৰে।

আনহাতে একেখন ৰাষ্ট্ৰীয় পতাকাৰ তলত ভাৰতবৰ্ষৰ সমগ্ৰ ৰাজ্যবোৰক লৈ যি এক জাতীয় ঐতিহ্যৰ ভাৰতীয় সত্বা তাৰ আত্মপ্ৰকাশৰ কাৰণে গ্ৰহণ কৰা ৰাষ্ট্ৰীয় ভাষা হিন্দীকো গৌণভাৱে ল'ব নোৱাৰো। এইদৰে আভ্যন্তৰীণ দেশীয় ভাষাবোৰৰ বাহিও আন্তৰ্জাতিক ভাষা হিচাপে পূৰ্বৰ পৰা প্ৰভাব বিস্তাৰ কৰি অহা অৰ্থাৎ হাড়ে-হিমজুৰে সোমাই থকা আধুনিক জ্ঞান-বিজ্ঞান-সাহিত্য-দৰ্শন তথা পুথিভঁৰালৰ ভাষা হিচাপে প্ৰতিজন শিক্ষাসম্পন্ন ভাৰতীয় লোকেই ইংৰাজী ভাষাৰ

গুৰুত্বৰ কথা নুই কৰিব নোৱাৰে।

এই চাৰিটা ভাষাৰ উপৰিও জনজীৱনৰ ৰন্ধ্ৰে-ৰন্ধ্ৰে অন্তর্নিহিত হৈ থকা ধৰ্ম-দৰ্শন, নৈতিক জ্ঞান, আধ্যাত্মিক ধ্যান-ধাৰণা আদিৰ দিশত প্ৰভাৱ বিস্তাৰ কৰি থকা অফুৰন্ত জ্ঞানৰ ভঁৰাল শাস্ত্ৰীয় পৰ্যায়ৰ বিভিন্ন ভাষাবোৰৰ লগতে সংস্কৃত, পালি-প্ৰাকৃত, আৰবিক, ফাৰ্চী আদি ভাষাৰ প্ৰয়োজনীয়তাৰ কথাও আমি উলাই কৰিব নোৱাৰো। গতিকে সকলোবোৰ দিশৰ যুক্তিসংগত কথাবোৰ ফঁহিয়াই চাই মাধ্যমিক শিক্ষাৰ কালছোৱাতে ভৱিষ্যত জীৱনযাত্ৰাৰ অপৰিহাৰ্য সম্পৰ্ক ৰক্ষিত শিক্ষণীয় একাধিক ভাষাৰ সম্যক শিক্ষাজ্ঞান শিক্ষাৰ্থীয়ে লোৱাটো নিতান্তই প্ৰয়োজনীয় কথা।

## (দুই)

আমি মাধ্যমিক শিক্ষাৰ কালছোৱাত বিশেষকৈ অপৰিহাৰ্য শিক্ষণীয় ভাষাবোৰ খাপ খুৱাই লোৱা বিষয়টো শিক্ষা বিভাগৰ কতৃত্বাধীন পৰিষদৰ ওপৰত নিৰ্ভৰ কৰে। এইক্ষেত্ৰত পৰ্যালোচনা কৰি চালে পাওঁ যে পঞ্চম শ্ৰেণীৰ পৰা সপ্তম শ্ৰেণীলৈকে এটা স্তৰ আৰু অষ্টম শ্ৰেণীৰ পৰা দশম শ্ৰেণীলৈকে এটা স্তৰ অৰ্থাৎ দুটা পৰ্যায়ত ভাগ কৰি বৰ্তমানৰ চলিত শিক্ষানীতি গ্ৰহণ কৰা হৈছে। আমি ভাবো যে পঞ্চম শ্ৰেণীত দুবিধ (ৰোমান আৰু দেৱনাগৰী) আখৰেৰে দুটাকৈ নতুন ধ্বনিলিপি, দুটাকৈ নতুন ভাষা শিকোৱা আৰম্ভ নকৰি প্ৰাথমিক পৰ্যায়ৰ পৰা শিক্ষাৰ্থীয়ে যি মাধ্যমৰ ভাষাত শিক্ষা লৈ আহিছে তাৰ লগত ইংৰাজী ভাষাৰ ৰোমান ধ্বনি লিপি আৰু ভাষাৰ সংযোগ ঘটাই (১৯৯৯ চনৰ পৰা দ্বিভাষাৰ পৰিচয় ঘটোৱা সাম্প্ৰতিক কালত প্ৰবৰ্তন কৰিছে) পৰৱৰ্তী ষষ্ঠ শ্ৰেণীৰ পৰা হিন্দী ভাষাৰ ধ্বনিলিপি দেৱনাগৰী সংযোগ ঘটাই শিক্ষা দিয়াৰ ব্যৱস্থা কৰাটো সমীচিন আৰু সপ্তম বা অষ্টম শ্ৰেণীতে হিন্দী ভাষাৰ শিক্ষা সমাপ্ত কৰিব লাগে যাতে পৰৱৰ্তী শ্ৰেণীত ভাষাৰ বোজা কমি যায়। আনহাতেদি ইচ্ছুক শিক্ষাৰ্থীয়ে হিন্দী ভাষাটো অতিৰিক্ত ভাষা হিচাপে শিক্ষানুষ্ঠানৰ অনুকূল পৰিৱেশত শিকাৰ সুবিধা পায় তাৰ ব্যৱস্থা ৰাখিব লাগে আৰু চাব লাগিব যে মাধ্যমিক শিক্ষাৰ শিক্ষান্ত পৰ্যায়ত তিনিটাতকৈ ভাষাৰ বোজা যাতে বেছি নহয়।

ইয়াৰ পৰৱৰ্তী অষ্টম শ্ৰেণীত মাধ্যম ভাষা, ইংৰাজী ভাষাৰ লগতে যিসকল শিক্ষাৰ্থীৰ মাধ্যম ভাষা অসমীয়া ভাষা নাছিল সেইসকল শিক্ষাৰ্থীয়ে অসমীয়া বা আঞ্চলিক ভাষাক বিষয়-ভাষা হিচাপে আৰু অসমীয়া মাধ্যমৰ শিক্ষাৰ্থীয়ে সংস্কৃত, আৰবিক, হিন্দী, বাংলা, মিচিং, বাভা, কাৰ্বি আদি যিকোনো স্বীকৃতিপ্ৰাপ্ত ভাষা এটা যাতে বিষয় ভাষা হিচাপে শিকাৰ সুবিধা পায় কিন্তু চাব লাগিব যাতে হাইস্কুল শিক্ষান্ত পৰীক্ষাত সকলো শিক্ষাৰ্থীৰ কাৰণে ভাষাৰ বোজা সমানে সংৰক্ষিত হয়

আৰু তিনিটা ভাষাৰ ভিতৰতে যাতে অপৰিহাৰ্য শিক্ষণীয় ভাষাৰ সীমা সীমাবদ্ধ হয়।

এই তিনিটা ভাষাৰ উপৰিও অধিক ভাষা শিকাৰ ইচ্ছুক শিক্ষাৰ্থীৰ কাৰণে ব্যৱস্থা কৰিব পৰা কথাটো অঞ্চল বিশেষৰ পৰিৱেশ, কৰ্তৃত্বশীল কৰ্তৃপক্ষৰ সুবিধা প্ৰদানৰ ব্যৱস্থা, শিক্ষানুষ্ঠান পৰিচালনা কৰিব পৰা নোৱাৰা আদি অনুকূল পৰিৱেশৰ ওপৰতে নিৰ্ভৰ কৰিব। এইদৰে তিনিটা ভাষাতকৈ অধিক প্ৰচলিত ভাষাবোৰক ঐচ্ছিক ভাষা হিচাপে বা অতিৰিক্ত ভাষা হিচাপে গণ্য কৰিলে হয়তো কোনোধৰণৰ বাধ্য-বাধকতা নাথাকিব আৰু এই জটিল ভাষা সমস্যাটোৰ সমাধান হ'ব, কাৰো আপত্তি নাথাকিব।

আমি অষ্টম শ্ৰেণীৰ পৰা নতুনকৈ সংযোগ ঘটা তৃতীয় ভাষাটোক সহজসাধ্য কৰিবৰ কাৰণে পাঠ্যক্ৰম ৰচনা কৰোতে সম্ভৱপৰ কিছুমান জনপ্ৰিয় সাহিত্যৰ ওপৰত্তি 'বিপিদ-বিডাৰ' পাঠ্যপুথিত সন্নিবিষ্ট কৰিবলৈ পৰামৰ্শ আগবঢ়াব পাৰো। যদিহে প্ৰশ্নকাকতৰ মুঠ নম্বৰ এশ হয় তেন্তে মূল পাঠ্যপুথিৰ সাহিত্য ব্যাকৰণ আদিৰ পৰা পঞ্চাশ নম্বৰ বা ৭৫ নম্বৰ ধৰি বাকী ৫০ নম্বৰ বা ২৫ নম্বৰ ওপৰত্তি বিপিদ বিডাৰৰ পৰা শিক্ষাৰ্থীৰ মাধ্যম-ভাষালৈ সহজতে অনুবাদ কৰা, ভাবাৰ্থ লিখা, সাৰাংশ লিখা প্ৰশ্নৰ যোগেদি সহজতে প্ৰশ্নৰ উত্তৰ দি নম্বৰ পোৱাৰ ব্যৱস্থা হ'ব (কাণখোৱা, ভীমচৰিত আদিৰ দৰে জনপ্ৰিয় আঞ্চলিক ভাষাৰ পুথি ল'ব পাৰি)। তৃতীয় ভাষাটো শিকাৰ সাধাৰণ উদ্দেশ্য হৈছে ভাষাটো পাৰস্পৰিকভাৱে বুজিব-জানিব লাগে, লিখিব পাৰিব লাগে, ক'ব পৰা সম্যক জ্ঞান হ'ব লাগে। আমি ভাবো এনেভাৱে পাঠ্যক্ৰম ৰচনা কৰিলে যিকোনো মাধ্যমৰ শিক্ষাৰ্থীৰে হাইস্কুল শিক্ষান্ত পৰীক্ষাত কৃতকাৰ্য হোৱাৰ অসুবিধা নাথাকিব আৰু ভাষা শিকাৰ একাধিক ভয়-ভ্ৰান্তি বা কঠিনভাষী হ'ব বুলি শিক্ষাৰ্থীয়ে কৰা ধ্যান-ধাৰণা নোহোৱা হ'ব আৰু তৃতীয় ভাষাটো শিকাৰ প্ৰতি আগ্ৰহ বাঢ়িব, পৰীক্ষাত কৃতকাৰ্য হোৱাৰো বাধা নাথাকিব। (এনে পাঠ্যক্ৰম কলিকতা বিশ্ববিদ্যালয়ৰ তলত থাকোতেও আছিল)।

সাম্প্ৰতিক কালত থলুৱা ভাষাৰ মাধ্যমেৰে প্ৰাথমিক পৰ্যায়ত শিক্ষা দিয়াৰ ব্যৱস্থা প্ৰবৰ্তিত হৈছে আৰু ই কাৰো অবিদিত নহয়। এই থলুৱা ভাষা-ভাষীসকল অসমৰ বিভিন্ন প্ৰান্তত বিক্ষিপ্তভাৱে বাস কৰি আছে আৰু অধিকসংখ্যক লোক অসমীয়া ভাষা-ভাষীৰ মাজত সংমিশ্ৰিতভাৱে বাস কৰা পৰিলক্ষিত হৈছে। আমি কামনা নকৰো যে এই থলুৱা ভাষা-ভাষীৰ শিক্ষাৰ্থীৰ কিছুৱে স্বকীয় মাতৃভাষাৰ মাধ্যমৰ সুবিধা পাওক আৰু কিছুমান শিক্ষাৰ্থীয়ে মাতৃভাষাৰ মাধ্যমৰ পৰা বঞ্চিত হৈ থাকক। আমাৰ আন্তৰিক কামনা যে এনে মাধ্যমৰ সুবিধা সকলো আঞ্চলিক ভাষাৰ মাধ্যমত পঢ়া শিক্ষাৰ্থীয়েও তৃতীয় বিষয় ভাষা হিচাপে সুবিধা পাওঁক।

বৰ্তমান বাস্তৱক্ষেত্ৰত দেখা গৈছে যে একে থলুৱা ভাষা-ভাষী অঞ্চল বিশেষত স্বকীয় মাতৃভাষাৰ মাধ্যমেৰে প্ৰাথমিক পৰ্যায়ত শিক্ষা শেষ কৰাৰ পাচৰ স্তৰত এই ভাষাৰ মাধ্যম থকা মাধ্যমিক পৰ্যায়ৰ এম ই বা এম ভি স্কুল সকলো অঞ্চলতে পোৱা নাযায় বা সম্ভৱো নহয় আৰু শীঘ্ৰে তেনে স্কুল গঢ়ি উঠাৰো সম্ভাৱনা নাথাকে। যিবোৰ অঞ্চলত কমেও চাৰি-পাঁচখন একে ভাষাৰ মাধ্যমৰ প্ৰাইমেৰী স্কুল থাকে তেনে অঞ্চলত এখন এম ই স্কুল গঢ়ি উঠা আশা কৰিব পাৰি কিন্তু য'ত দুখন-এখন স্কুল আছে সেই অঞ্চলত এখন এম ই স্কুল গঢ়ি উঠা সম্ভৱ নহয়।

শিক্ষাৰ ঘাই সুঁতিৰ লগত ভাষা শিক্ষানীতিৰো অবিচ্ছেদ্য সম্পৰ্ক। এখন ৰাজ্যৰ শিক্ষানীতিৰ ওপৰত দেশৰ বৃহত্তৰ স্বাৰ্থ, দেশৰ সৰ্বাংগীণ উন্নয়ন, জাতীয়ত্ব ৰক্ষা কৰা, সামাজিক ঐক্য-সম্প্ৰীতি তথা জাতীয় সংহতি, জাতীয় আত্মচেতনা আদি বহুবোৰ কথা নিৰ্ভৰ কৰে। অসম ৰাজ্যত সাম্প্ৰতিক কালত ভাষা শিক্ষানীতিৰ যি বিভ্ৰাট ঘটিছে সেয়া দেশৰ নিশ্চয় শুভ লক্ষণ নহয় ইয়াৰ এটা সুনিৰ্দিষ্ট নীতি ৰক্ষিত হোৱাটো সকলোৰে কাম্য।

একমাত্ৰ ৰাজনৈতিকভাৱে ই সিদ্ধান্ত হোৱা উচিত নহয়। বাস্তৱসন্মত হোৱা একান্ত বাঞ্ছনীয়। সময় সাপেক্ষিকভাৱে এখন চৰকাৰ আহিব আৰু সলনি হৈ যাব কিন্তু দেশৰ শিক্ষায়তনিক দিশত সঘনে ভাষানীতি, লিপিনীতি সলনি হৈ থকাটো মাংগলিক কাৰ্য নহয়, ইয়াৰ সুস্থিৰ নীতি ৰক্ষিত হোৱাটো নিতান্ত প্ৰয়োজন।

অসমৰ ভাষা শিক্ষাৰ ঘাই সুঁতিৰ লগত থলুৱা ভাষাটো যাতে মিলি যাব পাৰে আৰু ভৱিষ্যতে বিকাশ-উৎকৰ্ষ সাধিত হ'ব পাৰে তাৰ প্ৰতি আনুষংগিক ৰক্ষিত হোৱাটো সকলোৰে কাম্য। গতিকে আমি এনে এটা সকলোৰে গ্ৰহণযোগ্য ভাষা-সমস্যা সমাধানৰ ভাষা-শিক্ষাৰ নীতিৰ সূত্ৰ উদ্ভাৱন কৰিব লাগিব যে যি ভাষানীতি গ্ৰহণ কৰিলে কোনো জনগোষ্ঠীৰ থলুৱা ভাষাৰ ক্ষতিগ্ৰস্ত নহয়, স্বকীয় ভাষাবোৰৰ বিকাশ-উৎকৰ্ষ সাধনত ৰৰঙণি যোগাব পাৰে, কোনো জনগোষ্ঠীৰ স্পৰ্শকাতৰ চেতনাত আঘাত হানিব নোৱাৰে, তেনেবোৰ কথাৰ প্ৰতি লক্ষ্য ৰাখি বাস্তৱসম্মতভাৱে আলোচনা-বিলোচনাৰ মাজেৰে অসম ৰাজ্যৰ ভাষানীতি আজি গ্ৰহণ কৰাৰ বাহিৰে আমাৰ গত্যন্তৰ নাই। ■

---

*অসম জাতীয়তাবাদী যুব-ছাত্ৰ পৰিষদে ১৭-৮-৮৬ তাৰিখে আয়োজন কৰা "অসমৰ ভাষানীতি" শিতানৰ আলোচনাচক্ৰত পাঠিত নিবন্ধ আৰু প্ৰয়োজনসাপেক্ষে উদ্ধৃতিৰ উল্লেখেৰে সংক্ষিপ্ত নিবন্ধ। সম্পাদক।*

# অসমীয়া ভাষাৰ লগত মিচিং ভাষাৰ সম্পৰ্ক

একে ভৌগোলিক পৰিবেষ্টনেৰে পৰিবেষ্টিত অসম ভূমিৰ বিভিন্ন অঞ্চলত বাস কৰা বিভিন্ন জনগোষ্ঠী, বিভিন্ন ভাষা-ভাষী, নানান ধৰ্মাৱলম্বী লোকৰ মধুৰ সমন্বয়ত গঢ়ি উঠা অসমীয়া জাতিৰ সামাজিক ঐক্য-সম্প্ৰীতি তথা জাতীয় সংহতি নিৰ্ভৰ কৰিছে আঞ্চলিক ভাষাৰ ওপৰত। আঞ্চলিক ভাষাৰ মাধ্যমেৰে সমগ্ৰ দেশৰ লোক পৰস্পৰে পৰস্পৰৰ লগত ভাবৰ আদান-প্ৰদান, ভাব বিনিময় কৰি আগবাঢ়ি গৈছে। গতিকে অসমবাসীৰ জনসংযোগী ভাষা হিচাপে অসমীয়া আঞ্চলিক ভাষাৰ গুৰুত্ব সৰ্বাধিক।

ভাষা হৈছে, লোক-সংস্কৃতিৰ অন্যতম শ্ৰেষ্ঠ উপাদান। আমি অসমীয়া জাতি, অসমীয়া ভাষা আৰু অসমৰ লোক-সংস্কৃতি গঠনৰ প্ৰক্ৰিয়াৰ কথা যদি ফঁহিয়াই চাওঁ, তেন্তে প্ৰধানতঃ অষ্ট্ৰিক, মংগোলীয়, দ্ৰাবিড়ী আৰু আৰ্য নামে খ্যাত বিভিন্ন জনগোষ্ঠীবোৰৰ সাংস্কৃতিক উপাদানৰাজিৰ মধুৰ সমন্বয়তে অসমীয়া জাতি তথা অসমৰ লোক-সংস্কৃতি গঢ়ি উঠা দেখিবলৈ পাওঁ আৰু ইয়াত মংগোলীয় জনগোষ্ঠীৰ সাংস্কৃতিক অৱদান অনন্য।

মিচিংসকল (অমিচিঙে দিয়া 'মিৰি' নামেৰে স্বীকৃত) মংগোলীয় ভৈয়ামীয়া জনজাতিৰ অন্যতম এটা প্ৰধান ঠাল আৰু মিচিং ভাষাক 'তিব্বত বৰ্মী' ভাষা পৰিয়ালৰে 'উত্তম অসম শাখাত'ত অন্তৰ্ভুক্ত কৰা হৈছে। এই 'উত্তম অসম শাখা' ভাষা পৰিয়ালৰ নামকৰণটো ভৌগোলিক নামকৰণেই হওক বা ভাষাতাত্ত্বিক নাকৰমেই হওক ই প্ৰধানত : (১) অকা বা হ্ৰুছু (২) ডফলা বা নিচি, (৩) আবৰ বা আদি (৪) মিৰি বা মিচিং আৰু (৫) মিচিমি এই পাঁচোটা নামেৰে গঠিত। ইয়াৰ ভিতৰত আদি আৰু মিচিং ভাষা একেটা পৰিয়ালৰ বুলি ঠাৱৰ কৰা হৈছে।

ভৈয়ামীয়া জনজাতিসকলৰ সংখ্যাগৰিষ্ঠ বড়ো ভাষীসকলৰ পাচতে দ্বিতীয় সংখ্যাগৰিষ্ঠ হিচাপে মিচিংভাষীসকল খ্যাত। মিচিংসকল অসমৰ প্ৰধানকৈ ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাট, লখিমপুৰ আৰু শোণিতপুৰ, নগাঁও জিলাৰ বিভিন্ন নদ-নদী উপনদীৰ পাৰাপাৰজুৰি বিস্তৃত অঞ্চলবোৰত আৰু অৰুণাচলৰ চিয়াং, লোহিত, সোৱণশিৰি জিলাত বাস কৰে। ১৯৭১ চনৰ অসমৰ লোকপিয়লত মিচিঙৰ জনসংখ্যা হিচাপ ২,৫৯,৫৫১ জন দেখুওৱা হৈছে যদিও ই সঠিক হিচাপ নহয়। আমাৰ নিজা হিচাপমতে দহ লাখতকৈয়ো অধিক বুলি অনুমান কৰা হৈছে আৰু ইয়াৰ কাৰণে মাজুলী, চকুৱাখানা, ধেমাজি, জোনাই আদি মিচিং জনবসতিপূৰ্ণ

অঞ্চলৰ অসম বিধানসভাৰ সংৰক্ষিত সমষ্টিবোৰৰ প্ৰামাণ্যই প্ৰণিধানযোগ্য।

ইতিহাসে ঢুকি পোৱা দিনৰ পৰাই প্ৰাকৃতিক সৌন্দৰ্যৰে পৰিবেষ্টিত বিশাল বিস্তৃত উত্তৰ-পূব ভাৰতৰ এই ভূখণ্ড জনসংযোগী ভাষা হিচাপে অসমীয়া ভাষাই বিশেষ ভূমিকা গ্ৰহণ কৰি আহিছে। আৰু ছশ বছৰীয়া আহোম ৰাজত্বৰ কালছোৱাত ৰাষ্ট্ৰপৃষ্ঠপোষকতাত অসমীয়া আঞ্চলিক ভাষাই প্ৰাধান্য লাভ কৰি অসমীয়া জাতি গঠনত বিপুল বৰঙণি যোগাই আহিছে। আমি আহোম ৰাজত্বৰ পূৰ্ববৰ্তী চুটীয়া ৰজাসকলে শদিয়াত ৰাজত্ব কৰা কালৰ পৰাই মিচিংসকলৰ অসমত অৱস্থিতি আৰু চৌদিশে বিস্তৃতি লাভ কৰাৰ কথা পাওঁ আৰু অসম দেশত তেতিয়া ভাষাৰ মাধ্যম লৈ কোনো সমস্যাৰ উদ্ভৱ হোৱা নাছিল বৰঞ্চ তেতিয়াৰ সকলো অসমবাসীয়ে স্বকীয় ভাষাবোৰৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষা গ্ৰহণ কৰি তাৰ ব্যুৎপত্তিহে সাধন কৰিছিল।

মিচিংসকলৰ মাজতো বহুত খেল বা ফৈদ আছে আৰু সেই ফৈদবোৰৰ সকলো লোকেই স্বকীয় মিচিং ভাষা কয়। ইয়াৰ ভিতৰত অধিকভাৱে অসমীয়া ভাষা-ভাষীৰ পাৰিপাৰ্শ্বিক প্ৰভাৱত প্ৰভাৱান্বিত হৈ মিৰাং বা চামুগুৰীয়া, বকোৱাল, বেবেজীয়া, তামাৰ গঞা আদি ফৈদৰ লোকে নিজৰ সামাজিক পৰিৱেশতো মিচিং-অসমীয়া মিশ্ৰিত ভঙা ভঙা অসমীয়া ভাষা ব্যৱহাৰ কৰা পৰিলক্ষিত হৈছে।

অসমৰ বিস্তৃত অঞ্চলবোৰত অমিচিং ভাষা-ভাষী লোকৰ পৰিৱেশৰ অবেষ্টনিত বিশেষকৈ অসমীয়া ভাষাৰ সান্নিধ্যত বাস কৰা লেখা-পঢ়া নজনা মিচিং পুৰুষ-তিৰোতাসকলেও সহজে অসমীয়া ভাষা বুজি পায় আৰু ভঙা ভঙা অসমীয়াতে আদান-প্ৰদান, ভাব বিনিময় কৰি আহিছে। মিচিং গাঁৱৰ সামাজিক পৰিৱেশত মিচিং মাধ্যমেৰে আৰু অমিচিং ভাষা-ভাষীৰ পৰিৱেশত অসমীয়া মাধ্যমেৰে ভাব বিনময় কৰিলেও অশিক্ষিত মিচিং পুৰুষ-তিৰোতাৰ মুখত সঠিক বা শুদ্ধ অসমীয়া উচ্চাৰণ আশা কৰিব নোৱাৰি।

ইয়াৰ মূলতে হৈছে মিচিং ভাষাৰ ধ্বনিলিপিত মহাপ্ৰাণধ্বনিৰ ব্যৱহাৰ নাই, সকলোবোৰ অল্পপ্ৰাণ ধ্বনিৰে মিচিং ভাষা উচ্চাৰিত হয়। ভাষাতাত্ত্বিক দিশৰ পৰা পৰ্যালোচনা কৰি চালে পাওঁ যে 'তিব্বত-বৰ্মী' ভাষাবোৰৰ সকলো জনগোষ্ঠীৰ ভাষাতে মহাপ্ৰাণ ধ্বনি পোৱা নাযায়, সেয়া হৈছে ভাষাগত বৈশিষ্ট্য। উত্তৰ-পূব প্ৰান্তৰ সাতখন ৰাজ্যত যিমানবোৰ তিব্বত-বৰ্মী ভাষাৰ প্ৰচলন আছে তাৰ তুলনাত সংস্কৃত মূলীয় ভাষাৰ সিমান প্ৰচলন নাই। আজিও এশতকৈয়ো অধিক 'তিব্বত-বৰ্মী' ভাষাৰ প্ৰচলন আছে আৰু তাৰ তুলনাত সংস্কৃতমূলীয় ভাষাৰ সিমান প্ৰচলন নাই। আজিও এশতকৈয়ো অধিক 'তিব্বত-বৰ্মী' ভাষা পৰিয়ালৰ ভাষাৰ প্ৰচলন আছে আৰু ইয়াৰে কিছুমান ভাষা কথিত ৰূপত, কিছুমান লিখিত ৰূপত আৰু বৰ্তমানে প্ৰয়োজনীয়তাৰ ভিত্তিত কিছুমান ভাষাই নতুনকৈ লিখিত ৰূপ লোৱাৰ

উপক্ৰম হৈছে। ভিন্ন ভিন্ন মাতৃমূলীয় ভাষাৰ ধ্বনি ভিন্ন ভিন্ন হোৱাটো স্বাভাৱিক, সেয়ে আমি এটা ভাষাৰ সকলো ধ্বনিলিপি আৰু ভাষাগত সকলো বৈশিষ্ট্য আন এটা ভাষাত নাপাওঁ আৰু সেই জটিল বৈসম্যৰ সমস্যা 'তিব্বত-বৰ্মী' ভাষা পৰিয়ালৰ মাজত সদায় বিদ্যমান হৈ থাকিব।

আমি 'তিব্বত-বৰ্মী' ভাষা পৰিয়ালৰ ধ্বনিলিপিৰ কথা সূক্ষ্মভাৱে বিশ্লেষণ কৰি চালে (হ্ৰস্ব স্বৰ আৰু দীৰ্ঘ স্বৰৰ কথা বাদ দি) মিচিং ভাষাত স্পষ্টকৈ পোৱা যায় " (৭+১৬) ই, অ্, উ, অী, এ, আ, অ; প, ত, ক, ব, দ, গ, ম, ন, ঞ, ঙ, ল, ৰ, চ, জ, ৱ, য়"। ইয়াৰ ভিতৰত মহাপ্ৰাণ ধ্বনি নাই কিন্তু বড়ো ভাষাৰ ধ্বনি লিপি— (৬+১৮) " ই, উ, এ, আ অ, আ; ফ, ব, থ, দ, খ, গ, ম, ন, ঙ, ল, ৰ, ছ, জ, স (চ) হ, ৱ, য়; (J) ৎ ( ় )" ইয়াৰ ভিতৰত কিন্তু মহাপ্ৰাণ ধ্বনি বিদ্যমান।

গতিকে মিচিং ভাষা-ভাষী লোকৰ দৰে 'তিব্বত-বৰ্মী' ভাষা পৰিয়ালৰ লোকে অসমীয়া ভাষা কওঁতে তেওঁলোকৰ স্বকীয় ভাষাৰ উচ্চাৰণ মজ্জাগত স্বাভাৱিক ধ্বনিৰ দৰেই অসমীয়া ধ্বনিও উচ্চাৰণ কৰি কয়। কাৰণ উচ্চাৰণত অপভ্ৰংশ হোৱাটো স্বাভাৱিক আৰু তুচ্ছ-তাচ্ছিল্য বা ভেঙুচালি কৰা কৰোতাজনৰে অনভিজ্ঞতাৰ পৰিচায়ক আৰু তেনে পৰিস্থিতি পৰিতিক্ৰিয়াই ক্ষেত্ৰত বিশেষত ঐক্য সম্প্ৰীতিৰে বাস কৰা সামাজিক জীৱনলৈ বিভ্ৰাট ননাকৈয়ো থকা নাই আৰু কোনো কোনো ক্ষেত্ৰত এই বিভ্ৰাটে আবেগিক ৰূপত প্ৰতিক্ৰিয়াৰো সৃষ্টি কৰা কাৰো অবিদিত নহয়।

মিচিং ভাষাৰ কাৰণে অসমীয়া ভাষা মূলত সংযোগী ভাষা আৰু তেনেকৈ মিচিং ভাষাও অসমীয়া ভাষাৰ সহযোগী ভাষাৰূপে ভূমিকা গ্ৰহণ কৰি আহিছে। মিচিং ভাষা বিকাশৰ ক্ষেত্ৰত অসমীয়া ভাষাই কোনো প্ৰতিবন্ধকৰ সৃষ্টি নকৰে আৰু অসমীয়া ভাষাৰ উৎকৰ্ষ সাধনতো মিচিং ভাষা তথা 'তিব্বত-বৰ্মী' ভাষাই কোনো বাধ্য-বাধকতাৰ সৃষ্টি নকৰে বৰঞ্চ সংযোগী আৰু সহযোগী ভাষা হিচাপে পৰস্পৰৰ মাজত ভাষাৰ সমৃদ্ধি সাধনত সৌষ্ঠৱহে বঢ়াইছে।

আজিলৈকে (আগষ্ট/১৯৮৫ চন) মিচিংসকলৰ কাৰণে প্ৰাথমিক পৰ্যায়ৰ পৰা শিক্ষাৰো মাধ্যম অসমীয়া ভাষা আৰু তাকে বহুতে 'মিচিং লিখিত মাতৃভাষা অসমীয়া' বুলি গণ্য কৰে। মিচিং ভাষাক উন্নত বা উচ্চমানবিশিষ্ট ভাষালৈ উন্নীত কৰিবলৈ হ'লে এই ভাষাত সকলো ভাব প্ৰকাশৰ প্ৰয়োজনীয় শব্দ সম্ভাৰ অপৰ্যাপ্ত পৰিমাণে থাকিব লাগিব। কিন্তু পৃথিৱীৰ চহকী ভাষাবোৰো এই দিশত সমৃদ্ধ নহয়। এইক্ষেত্ৰত স্বকীয় ভাষাত যথেষ্ট শব্দ ভাণ্ডাৰ থাকিলেও কোনো কোনো বিষয়ৰ অৰ্থৰ ব্যাপকতা বা প্ৰতিশব্দৰ অৰ্থৰ প্ৰতি লক্ষ্য ৰাখি স্বকীয় শব্দৰ উপৰিও অন্য

ভাষাৰ শব্দ ভাণ্ডাৰ গ্ৰহণ কৰাটো ভাষাগত ৰীতি বা শব্দৰ উঁৰাল চহকী কৰি ভাষাটো সৰ্বতোপ্ৰকাৰে উচ্চমানবিশিষ্ট কৰাটো ভাষাৰ অন্যতম বৈশিষ্ট্য।

এই প্ৰসংগত মিচিং ভাষাত এটা দিশত স্বকীয় শব্দ থকা সত্ত্বেও পৰিবেশৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ অসমীয়া ভাষাৰ শব্দ মিচিং ভাষাত সংযোগী শব্দ হিচাপে ব্যৱহৃত হোৱাটো উল্লেখযোগ্য আৰু এনেবোৰ শব্দ ধ্বনিমূলক হিচাপে অনুপ্ৰৱেশ ঘটিছে—

| | |
|---|---|
| গাখীৰ— গাকৃৰ্ | আকাল—আংকাল |
| ঘোৰা— গুৰেঃ | ঈশ্বৰ-ইচৰ্ |
| চাহ—চাং | উৰুকা—উৰ্কাং |
| চেহেৰা— চেৰাং | ঐ— আই |
| জহ্নী— জংনি | চাকি— চেৰাকি |
| তিয়ঁহ— তিয়ং | টেঙৰ— তাঁঙৰ |
| তুলসী— তুলকি | টেপৰ— তাম্পৰ্ |
| পৰীক্ষা— পৰিকাং | টেমা— তাঁমা |
| বৰশী— বৰ্কি | টোকাৰী— তুকাৰি |
| বাৰিষা— বাৰ্কাং | তেতেলি— তেন্তেলি |
| ভকত— বকত্ | বিহু— বিউৱা |
| ভোমোৰা— বুকমা | যতৰ— জন্তৰ্ |
| ৰভা— ৰবা | শালিকা— আল্কি |
| ৰিহা— ৰিয়া | ইন্দুৰ— ইন্দুৰ |
| নামঘৰ— নাম্গৰ্ | ইত্যাদি। |

মিচিং ভাষাৰ শব্দৰ ধ্বনিলিপি বিশ্লেষণ বা বৰ্ণবিন্যাস কৰি চালে কিছুমান স্বকীয় ধ্বনি হেৰুৱাৰো কথা উপলব্ধি কৰা যায় আৰু অসমীয়া ভাষাৰ প্ৰভাৱত পৰি কিছুমান ধ্বনিৰো অনুপ্ৰৱেশ ঘটাও পৰিলক্ষিত হৈছে। এইদৰে দুয়োটা ভাষাৰ মাজত ধ্বনিৰ বিনিময় ঘটাৰ ফলত ভাষাতাত্ত্বিক দিশৰ কিছুমান গুণ-বৈশিষ্ট্য কথন ভংগী, কথা-ৰীতিৰ ঢং, বাক্যৰীতি ঠাঁচ, প্ৰকাশ ভংগী হেৰুৱাইছে—

চেবয়, চেব্য়, চেব্য়ক্
অকক, অক্ক, অক্কম্
বাত, বাঃত, বাত্তক্
কত, কখত কদ্ত, কদ্তক্ ইত্যাদি।

আঞ্চলিক অসমীয়া ভাষাই যিদৰে থলুৱা দেশী-বিদেশী, তৎসম, অৰ্দ্ধ-তৎসম, তদ্ভৱ আদি শব্দ সম্ভাৰেৰে চহকী হৈছে মিচিং ভাষায়ো পৰিবেশৰ সান্নিধ্যত থকা আৰু পাৰিপাৰ্শ্বিক প্ৰভাৱত অজানিতে অনুপ্ৰৱেশ ঘটা অসমীয়া ভাষাৰ শব্দৰাজিৰ সম্ভাৰেৰে ক্ৰমবিকাশৰ পথত অগ্ৰসৰ হৈছে। ইয়াৰ ভিতৰত প্ৰধানতঃ (১) ৰূপতাত্ত্বিক (মৰফলজিকেল) (২) ধ্বনিতাত্ত্বিক (ফন'লজিকেল), (৩) শব্দমূলকভাৱে (প্লাচাৰিয়েল) বিনিময় ঘটিছে। ইয়াৰ পৰা 'তিব্বত-বৰ্মী' ভাষা-ভাষী আৰু 'সংস্কৃতমূলীয়' ভাষা-ভাষীৰ মাজত ভাৱৰ আদান-প্ৰদানত বুজাবুজিত তেওঁলোক উপকৃত হৈছে।

আজি অসমীয়া ভাষাই জনসংযোগী, শিক্ষা-দীক্ষা, জ্ঞান-বিজ্ঞানৰ শিক্ষাৰ মাধ্যম আৰু প্ৰশাসনীয় বা ৰাজ্যিক ভাষা হিচাপে মৰ্যাদা লাভ কৰিছে, সেয়ে আঞ্চলিক ভাষাৰ ওপৰত অধিকভাৱে গুৰুত্ব আৰোপ কৰাটো প্ৰতিজন অসমবাসীৰে কৰ্তব্য। জাতিৰ অস্তিত্ব ৰক্ষাৰ ক্ষেত্ৰত ভাষাৰ ভূমিকা সৰ্বাধিক। অসমীয়া ভাষাই অতীজৰ বহু বিপদ শংকুল, বহু বাধা-বিঘিনি অতিক্ৰম কৰি আজিৰ ৰূপত আত্মপ্ৰতিষ্ঠা কৰিছে আৰু তাৰকাৰণে অগ্ৰগামীসকল আমাৰ চিৰনমস্য হৈ থাকিব।

আঞ্চলিক ভাষাই আজি অঞ্চলটোৰ বিশাল পৰিধিৰ মাজত প্ৰচলিত 'তিব্বত-বৰ্মী ভাষাকে ধৰি সকলোবে সংযোগী ভাষাৰ প্ৰতি সহৃদয়েৰে অনুকম্পা প্ৰদৰ্শন কৰি অনুপ্ৰেৰণা যোগাই সমন্বয় সাধনেৰে সকলো ভাষাৰ উৎকৰ্ষ সাধনত ইন্ধন যোগাই সাৰ্বজনীন ভাব বহন কৰাৰ প্ৰতি লক্ষ্য ৰাখি নিজকে প্ৰস্তুত কৰাৰ দিন আজি সমাগত হৈছে।

বিশাল ভাৰতবৰ্ষত ভাষাভিত্তিক ৰাজ্য পুনৰ গঠন কৰাৰ পাচতো আকৌ আঞ্চলিক ভাষাৰ নতুন সংজ্ঞা বিচাৰি এচামে নতুন ব্যাখ্যাৰো সূত্ৰপাত নকৰাকৈ থকা নাই কিন্তু ই গণতান্ত্ৰিক দেশৰ সাৰ্বভৌমত্ব ৰক্ষা কৰাৰ শুভ লক্ষণ নহয়। আজি সমগ্ৰ পৃথিৱীজুৰি ক্ষুদ্ৰ ক্ষুদ্ৰ জাতিসত্তাৰ অস্তিত্ব ৰক্ষাৰ কাৰণে ক্ষুদ্ৰাতি ক্ষুদ্ৰ ৰাজ্যৰ জন্ম-যন্ত্ৰণাৰ উন্মেষ হোৱাৰ কথা সকলোৱে উপলব্ধি কৰিছে। গতিকে এনে এটা সময় সন্ধিক্ষণৰ পৰা পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত আঞ্চলিক অসমীয়া ভাষাই স্বকীয় ভাষা বৈশিষ্ট্যৰ সমস্যা সমাধান কৰি দেশৰ সকলোবোৰ সংযোগী ভাষাৰ লগত মধুৰ সম্পৰ্ক ৰক্ষা কৰি, অসমীয়া সাহিত্য, সংস্কৃতিত নতুন বিকাশৰ ধাৰাৰে ৰাজ্যখনৰ সামাজিক ঐক্য-সংস্কৃতিত নতুন বিকাশৰ ধাৰাৰে ৰাজ্যখনৰ সামাজিক ঐক্য-সম্প্ৰীতি তথা জাতীয় সংহতি ঐতিহ্য ৰক্ষা কৰি জাতীয় প্ৰগতিৰ পথেৰে ধাবিত হোৱাটো প্ৰতিজন নাগৰিকৰে কাম্য। ■

# আঞ্চলিক ভাষালৈ মিচিং শব্দৰ আগমন

সমগ্র উত্তৰ-পূব ভাৰতৰ জনসংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব সৰ্বাধিক। অসমৰ ৰাজ্যিক তথা প্রশাসনীয় ভাষা আৰু উচ্চশিক্ষাৰো মাধ্যম ভাষা হিচাপে ইয়াৰ সুকীয়া মৰ্যাদা আছে। একোটা ভাষাৰ জনপ্রিয়তা আৰু তাৰ মৰ্যাদাৰ কথা বিশেষভাৱে নিৰ্ভৰ কৰে শব্দসম্ভাৰ আৰু শব্দ ভাণ্ডাৰৰ ওপৰত। অসমীয়া ভাষাৰ শব্দৰাজিৰ গঠনৰ প্রক্রিয়াৰ কথা যদি বিশ্লেষণ কৰি চাওঁ তেন্তে আমি পাম প্রধানতঃ তৎসম, তদ্ভৱ, দেশী তথা থলুৱা শব্দ, অৰ্দ্ধতৎসম আৰু বিদেশী ভাষাৰ শব্দৰাজিৰ আগমনৰ সম্ভাৰেৰে সমৃদ্ধি লাভ কৰি অসমীয়া ভাষাৰ শব্দৰ ভঁৰাল চহকী হৈছে।

দেশী বা থলুৱা শব্দৰাজিৰ ভিতৰত খিলঞ্জীয়া জনগোষ্ঠীবোৰৰ বিভিন্ন ভাষাৰ শব্দৰাজি আৰু প্রতিবেশী ৰাজ্যবোৰৰ ভাষাৰ শব্দৰাজিৰ ভূমিকাৰ কথা বিশেষভাৱে লক্ষ্য কৰা যায়। অসমৰ থলুৱা ভাষাৰ তিব্বত-বৰ্মী ভাষা পৰিয়ালৰ ভিতৰত অসম-বৰ্মী, উত্তৰ অসম শাখা আৰু চীন-শ্যামীয় ভাষা পৰিয়ালৰ ভিতৰত টাই বা থাই ভাষাৰ শব্দৰাজিৰ বিনিময়ৰ বৰঙণি বেছি আৰু সেইবোৰ শব্দ সম্ভাৰেৰে অসমীয়া ভাষা চিৰসমৃদ্ধ।

উত্তৰ পূৰ্বাঞ্চলৰ এই একে ভৌগোলিক পৰিবেষ্টনিৰে পৰিবেষ্টিত ভূখণ্ডৰ পৰিৱেশত বাস কৰি থকা বিভিন্ন জনগোষ্ঠীৰ মাজত পাৰস্পৰিক ভাবৰ আদান-প্রদান, ভাব বিনিময় কৰোতে স্বাভাৱিকতে দেশী-বিদেশী শব্দৰাজিৰ বিনিময় ঘটিছে। ইয়াৰ ভিতৰত প্রধানতঃ কিছুমান শব্দ ধ্বনিতাত্ত্বিক ৰূপেৰে ৰূপান্তৰিত হৈ আৰু কিছুমান শব্দ ৰূপতাত্ত্বিক ৰূপেৰে ৰূপান্তৰিত হৈ আগমন হৈছে।

এইক্ষেত্রত বৈয়াকৰণিক বিশ্লেষণেৰে শব্দৰ ব্যুৎপত্তিগত দিশলৈ লক্ষ্য কৰিলেও দেখা যায় চীন-তীব্বত-বৰ্মী ভাষাবোৰৰ প্রভাৱেৰে প্রভাৱান্বিত হৈ বৈয়াকৰণিক ৰীতিৰো সাল-সলনি নোহোৱাকৈ থকা নাই। এইদৰে আগমন হোৱা শব্দৰাজিক অসমীয়া ভাষাৰ ব্যাকৰণ নিয়মেৰে সিদ্ধ কৰি আপোন কৰি লোৱা পৰিলক্ষিত হয় আৰু আনবোৰ জনগোষ্ঠীৰ থলুৱা ভাষাবোৰেও তেনেভাৱে স্বকীয় ভাষাৰ বৈয়াকৰণিক ৰীতিৰে অসমীয়া ভাষাৰ শব্দৰাজি সিদ্ধ কৰি আপোন ভাষাৰ শব্দ গ্রহণ কৰা দেখা গৈছে। এনে প্রক্রিয়াৰে অসমীয়া ভাষাৰ শব্দ ভাণ্ডাৰলৈ বিবোৰ দেশী শব্দৰ আপোনা-আপুনি আগমন হৈছে আৰু সেই শব্দৰাজিৰ বিনিময়েৰে আমাৰ জাতীয় ঐক্যৰ-সম্প্রীতি, সমন্বয় সাধন পৰোক্ষ আৰু প্রত্যক্ষভাৱে বিপুল বৰঙণি যোগাই আছে।

"উত্তৰ অসম শাখা" ভাষা পৰিয়ালৰ ভিতৰত মিচি বা মিচিং ভাষা-ভাষীৰ জনগোষ্ঠীৰ লোক অন্যতম। যোৱা ১৯৭১ চনৰ লোকপিয়ত বৰ্তমানৰ কামৰূপ, কোকৰাঝাৰ, নগাঁও জিলাত মিচিং বসতি দেখুৱালেও প্ৰধানকৈ মিচিং অধ্যুষিত প্ৰধান অঞ্চল হৈছে লখিমপুৰ, শিৱসাগৰ, যোৰহাট, ডিব্ৰুগড়, ধেমাজি শোণিতপুৰ বুৰৈ-বুৰুলী নদীলৈকে অসমৰ বিশাল বিস্তৃত অঞ্চলৰ নদ-নদী, উপনদীৰ পাৰপাৰ জুৰি বসতি বিস্তাৰ কৰি আছিল। ১৯৮১ চনৰ চৰকাৰী পৰিসংখ্যাৰ বিভাগীয় নথিপত্ৰমতে মিচিং মানুহৰ জনসংখ্যা ২,৫৯,৫৫১ জন দেখুৱালেও নিজাববীয়াকৈ তেওঁলোকে আঠ লাখতকৈয়ো অধিক জনসংখ্যাৰ কথা কয়।

যিবোৰ অঞ্চলত মিচিংসকলে বাস কৰে সেইবোৰ অঞ্চলৰ গাঁৱৰ নাম, নদীৰ নাম, চাপৰিৰ নাম, বনাঞ্চলৰ নাম, বিলৰ নাম, ঘাটৰ নাম, ৰে'লষ্টেচনৰ নাম, বাদ্যযন্ত্ৰৰ নাম আদিত মিচিং নামবাচক শব্দৰাজি চৰকাৰী নথি-পত্ৰৰ আৰু শিক্ষা বিভাগৰ ভূগোল পাঠ্যপুথিৰ যোগেদি আগমন হৈ অসমীয়া ভাষাৰ শব্দৰ ভঁৰাল টনকিয়াল কৰাত সহায়ক হৈছে।

মিচিং ভাষাৰ বৈশিষ্ট্য থকা জনপ্ৰিয় আৰু জনজাতি গাঁৱৰ কিছুমান নাম হৈছে মুৰকংচেলেক গাঁও, ৰাংকপ্গাঁও, বৃগৰি গাঁও, তাৰি গাঁও, চুললি গাঁও, চুম্কুৰাং গাঁও, দৃকাৰি গাঁও, তালীম গাঁও, জাম্জং গাঁও, চম্কং গাঁও, চিমেন্ গাঁও, চিচি ৰবগাঁও, চিলাবৰ গাঁও, পিদ্য়াং গাঁও অকাজান গাঁও, কাৰীংগাঁও, দৰ্গৈ গাঁও, আৰ্কেপ্ গাঁও, নামচিং গাঁও, মিংমাং গাঁও, আৰকেপ গাঁও, কগ্জ্ গাঁও, দুকাৰি গাঁও, বুলি গাঁও অয়েট্টিয়া গাঁও, দাম্ৰুক গাঁও, তায়ে গাঁও ইত্যাদি।

নদীৰ নামবাচক মিচিং ভাষাৰ শব্দৰাজিৰ কিছুমান হৈছে চিয়াং নদী, চিমং নদী, চিমাং নদী, চিচেৰি নদী, চিলে নদী, চিলুক নদী, কীমি নদী, চিমেন নদী, ৰাংকপ্ নদী, জনাই নদী, ৰত্কে নদী, ৰীৰুনী নদী, দৃকাৰি নদী, মেন্জেগ নদী, চি নদী, চেচা নদী, অৰনৰি নদী, চিলা নদী, জংনীকাৰী নদী, তঙানি নদী, বুৰৈ নদী, বুৰুলি নদী ইত্যাদি।

নদী চাপৰিৰ ভিতৰত চাপৰিৰ নামত আগমন হোৱা মিচিং নামবাচক শব্দৰাজিৰ কিছুমান হৈছে— কবু চাপৰি, মুৰকংচেলেক্ চাপৰি, দৰকাং চাপৰি, চিকুৰ চাপৰি, ভাৰি চাপৰি, দৰ্পুং চাপৰি, আৰুনী চাপৰি, কমলাং চাপৰি, মেচাকি চাপৰি, পিদ্য়াং চাপৰি, দাংদৰা চাপৰি, কয়ুম্ চাপৰি, দৰজি চাপৰি, আৰৰ চাপৰি, কাৰীং চাপৰি, কাংকান্ চাপৰি ইত্যাদি।

অংগলী বা ফৰেষ্টৰ মিচিং নামবাচক শব্দৰাজি অসমীয়া ভাষালৈ আগমন হৈছে— কবু বিজাৰ্ভ, গালি বিজাৰ্ভ, চিমেন্ট বিজাৰ্ভ, পাব বিজাৰ্ভ, জামজিং বিজাৰ্ভ ইত্যাদি।

বিলৰ নামবাচক মিচিং শব্দবাজি হৈছে—তালৃ-পাঃতাং বিল, কামপুং-পাঃতাং বিল, চৃমৃন্-পাঃতাং বিল, গুপা-পাঃতাং বিল ইত্যাদি।

ৰে'লষ্টেচনৰ মিচিং নামবাচক শব্দবাজি অসমীয়া ভাষালৈ আগমন হোৱাটো উল্লেখ কৰিব পাৰি— মুৰকংচেলেক ষ্টেচন, জুন-কৰাং ষ্টেচন, তালীম ষ্টেচন, চৃমৃন চিমেণ্ট চাপৰি ষ্টেচন, চিচি ষ্টেচন, চিলে ষ্টেচন, চিলাপতাৰ—চিলাপথাৰ ষ্টেচন, চিচি বৰগাঁও ষ্টেচন ইত্যাদি।

নদীৰ পাৰঘাটৰ নামবাচক মিচিং শব্দবাজি হৈছে— কবু ঘাট, অইৰাম-বাৰ ঘাট, আৰু বাদ্যযন্ত্ৰ মিচিং শব্দবাজি হৈছে— দুমদুম- ঢোল, পেম্‌পা- পেঁপা, গুংগাং- গগণা আৰু অন্য দিশৰ প্ৰাসংগিক শব্দৰ ভিতৰত বিশেষকৈ কাঁবাং, মুবং, আপং, লিংলাং ইত্যাদি।

এইদৰে মাতৃচুগ্- মিত দা, লাং-লা, তাকু-টোকেন, তবীপ্- তপৰ, চিংলগ্-শলখ, দাই-দেই, কাই-ককাই, বাই-বাই, আতাই-আতই আদি শব্দবাজি অসমীয়া ভাষালৈ ৰূপান্তৰিত হৈ আগমন হৈছে যেন লাগে।

---

১৯৭০-৮০ চনৰ ভিতৰত এই প্ৰবন্ধটো প্ৰকাশিত হৈছিল ঃ সম্পাদক

# উত্তৰ-পূৰ্বাঞ্চলৰ উমৈহতীয়া ভাষা

মানুহক নিজৰ মনৰ ভাব আৰু পৰস্পৰৰ মাজত ভাব বিনিময়ৰ কাৰণে ভাষাৰ প্ৰয়োজন সেয়ে বহু ভাষা-ভাষী ৰাজ্যত এক উমৈহতীয়া ভাষাৰ নিতান্ত প্ৰয়োজন। উত্তৰ-পূৰ্বাঞ্চলৰ এই বিশাল-বিস্তৃত অঞ্চলৰ পাহাৰ-ভৈয়াম, গিৰি-গুহা-গহ্বৰত বাস কৰা বিভিন্ন ভাষা-ভাষী লোকৰ উমৈহতীয়া তথা জনসংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব সৰ্বাধিক।

আমি সাধাৰণতে উমৈহতীয়া ভাষাৰ গুৰুত্বৰ কথা পৰ্যালোচনা কৰি চালে প্ৰধানকৈ দুটা দিশৰ কথা পাওঁ— ইয়াৰে এটা দিশ হৈছে দৈনন্দিন ব্যৱহাৰিক আৰু আনটো হৈছে শিক্ষায়তনিক অৰ্থাৎ বিদ্যায়তনিক দিশ।

ব্যৱহাৰিক দিশত দেখা যায় সুকীয়া সুকীয়াকৈ বসবাস কৰা বিভিন্ন জনগোষ্ঠীৰ লোক গাঁৱৰ এক পৰিসীমাৰ মাজত থাকি স্বকীয় ভাষাৰে ভাবৰ আদান-প্ৰদান, ভাব বিনিময় কৰি চলে কিন্তু যেতিয়া তেওঁলোকে নিজৰ গাঁৱৰ চাৰিসীমা অতিক্ৰম কৰি অন্য ভাষা-ভাষী লোকৰ সংস্পৰ্শলৈ আহিব লগা হয় তেতিয়াই প্ৰয়োজন হৈ পৰে উমৈহতীয়া তথা জনসংযোগী ভাষাৰ।

এই প্ৰসংগত ভাষাতাত্ত্বিক দিশৰ পৰা পৰ্যালোচনা কৰি চালে কোনো ডাঙৰ নদী-পৰ্বত, হাবি-জংঘল, বিল-সাগৰে বিচ্ছিন্ন কৰি ৰখা কোনো জনসমষ্টিৰ জীৱন যাত্ৰাৰ অন্য ভাষাৰ সংস্পৰ্শলৈ আহিলেই এক সংমিশ্ৰিত ভাষাৰ সৃষ্টি হয় আৰু সেই ভাষা উমৈহতীয়া ভাষাৰ ৰূপত গঢ় লয়। এনেদৰে সামাজিক পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত প্ৰয়োজনভিত্তিত গঢ়ি উঠা ভাষাই লিখিত ৰূপত বা ব্যাকৰণৰ কোনো নীতি-নিয়ম মানি নচলাকৈয়ে কথিত বা গ্ৰাম্য ভাষাৰ ৰূপত জনসমাজৰ মাজত বুজাবুজিৰ ভাষাৰূপে প্ৰচলিত হৈ থাকে।

আমাৰ অল্পআক্ষৰিক, অনাক্ষৰী লিখিব-পঢ়িব নজনা অথচ অন্যৰ ভাষা কমকৈ বুজা কমকৈ ক'ব পৰা কমকৈ জনা মাথোন নিজৰ মাতৃভাষাকে সম্পূৰ্ণকৈ জনা এনে জনসমাজৰ মাজত দৈনন্দিন ব্যৱসায়-বাণিজ্যৰ মেলামেলৰ কাৰণে উমৈহতীয়া ভাষাই একমাত্ৰ আদান-প্ৰদান, বুজাবুজিৰ ব্যৱহাৰিক ভাষা। আমাৰ অঞ্চল বিশেষত এনে প্ৰচলিত ভাষাৰ গুৰুত্ব নোহোৱা নহয় বৰঞ্চ ভাষাতাত্ত্বিক গৱেষণাৰ দিশত মান্য ভাষাতকৈয়ো এনে কথিত ভাষাই অধিক ওচৰ চপা ভাষা। বৰ্তমান আমাৰ উত্তৰ-পূৰ্বাঞ্চলৰ এনে সংমিশ্ৰিত উমৈহতীয়া ভাষাবোৰৰ ভিতৰত — নাগামিজ, নেফামিজ, ভুটামিজ, মেঘামিজ, মিজোমিজ, বাংলামিজ আদি সীমামূৰীয়া ভাষাবোৰৰ কথা বিশেষভাৱে উল্লেখযোগ্য।

আমাৰ উত্তৰ-পূৰ্বাঞ্চলত বিভিন্ন জনগোষ্ঠীৰ ভাষাৰ সংমিশ্ৰণত প্ৰচলিত উমৈহতীয়া ব্যবসায়-বাণিজ্য, হাট-বজাৰৰ কথোপকথনৰ আদান-প্ৰদানৰ ভাষাবোৰ অঞ্চলত বিশেষত অসমৰ আঞ্চলিক অসমীয়া ভাষাই যে প্ৰাধান্য লাভ কৰে তাক ক'ব পৰা নাযায়, বৰঞ্চ অঞ্চলবিশেষত সংখ্যাগৰিষ্ঠ লোকৰ অন্য জাতি-প্ৰজাতিৰ ভাষায়ো প্ৰাধান্য লাভ কৰা দেখা যায়। এই প্ৰসংগত সাম্প্ৰতিক কালত অসমৰ প্ৰধান ঠাই, নগৰ-চহৰবোৰত সৃষ্টি হোৱা তেনে ভাষাবোৰৰ ভিতৰত বাংলামিজ আৰু হিন্দীমিজ ভাষাৰ কথা অধিক অনুমেয়।

ভাষাৰ বিভিন্ন দিশৰ বিষয়ে বিশদভাবে পৰ্যালোচনা কৰি "ভাষা-বিজ্ঞান" পুথিত ডঃ উপেন্দ্ৰনাথ গোস্বামীদেৱে লিখিছে—

"ভাষা শব্দটো সংস্কৃত ভাষ্ (ভাষ্+ আ) ধাতুৰ পৰা সিদ্ধ। তাৰ অৰ্থ হৈছে 'ব্যক্ত-বাণী'। ব্যক্ত-বাণীৰ অৰ্থ হ'ল স্পষ্ট আৰু পূৰ্ণ অভিব্যঞ্জন। সি আকৌ উচ্চাৰিত বাচিক ভাষাতে সম্ভৱ। কাৰণ তাত সূক্ষ্মতকৈও সূক্ষ্ম অৰ্থবোধক অনন্দ ধ্বনি প্ৰতীক থাকে। গতিকে ভাষা শব্দ প্ৰয়োগ মানুহৰ ভাষাৰ ক্ষেত্ৰতহে প্ৰযোজ্য, ভাব প্ৰকাশৰ আন মাধ্যমৰ ক্ষেত্ৰত নহয়।

গতিকে ভাষা-উপবাষাৰ সৃষ্টিৰ মূল কাৰণ হ'ল সাংস্কৃতিক কেন্দ্ৰৰ সাল-সলনি; কোনো ভাষাৰ নিজস্ব গুণ বা দোষ বা অশুদ্ধতা নহয়। কোনো ভাষাৰ গঠন, বিকাশ আৰু ভাঙনৰ গতিবিধি ভাষাৰ লগত সম্বন্ধ নথকা বাহিৰা ঐতিহাসিক কাৰণৰ দ্বাৰা বিশেষকৈ সভ্যতাৰ গতিবিধিৰ দ্বাৰা নিৰূপিত হয়।"

অসমীয়া ভাষা গঠনত যেনেকৈ সংস্কৃত মাতৃমূলীয় তৎসম, তদ্ভব, অৰ্দ্ধতৎসম, থলুৱা, দেশী-বিদেশী, আৰবীক ব্ৰজাবলী পালি-প্ৰাকৃত, অপভ্ৰংশ আদি ভাষাতাত্ত্বিক উপাদানৰাজিৰ বাহিৰেও আদিম অধিবাসী প্ৰাগ্জ্যোতিষৰ অষ্ট্ৰিক আৰু চীন মাতৃমূলীয়া তিব্বত-বৰ্মী জনগোষ্ঠীবোৰৰ ভাষাৰ ধ্বনি-তাত্ত্বিক, ৰূপ-তাত্ত্বিক দিশত ৰূপান্তৰিত হৈ বিভিন্ন ভাষাৰ উপাদানৰ সংমিশ্ৰণ ঘটি অসমীয়া ভাষাক আঞ্চলিক জনসংযোগী ভাষাৰ ৰূপত সমৃদ্ধিৰে সৌষ্ঠৱ বঢ়াইছে— যেনেকৈ উমৈহতীয়া ভাষাটোৰো গঠন প্ৰচলন, ক্ৰিয়া-প্ৰক্ৰিয়া আৰু প্ৰতিক্ৰিয়াৰ গুৰুত্বৰ কথাও অতীব অনুমেয়।

আমি সৌ-সিদিনাৰ অবিভক্ত উত্তৰ-পূৰ্বাঞ্চলৰ অসম প্ৰদেশৰ শিক্ষায়তনিক বিদ্যায়তনিক দিশৰ কথা পৰ্যালোচনা কৰি চালে জনসংযোগী অসমীয়া ভাষাৰ সময় সাপেক্ষিক প্ৰভাৱ আৰু গুৰুত্বৰ ক্ষেত্ৰত পৰিবেশৰ প্ৰাধান্যৰ কথা পাওঁ। প্ৰাচীন কালত ভাষাৰ বিশ্ব দৰবাৰত উচ্চ শিখৰত আত্মপ্ৰতিষ্ঠা লাভ কৰা দেৱভাষা অৰ্থাৎ সংস্কৃত ভাষাৰ প্ৰচলন যেতিয়া সমগ্ৰ ভাৰতবৰ্ষৰ জনসাধাৰণৰ মাজত

অপ্ৰচলিত হৈ আহিল তেতিয়াৰ পৰাই উত্তৰ-পূব ভাৰতৰ এই ভূখণ্ডত কামৰূপী, মাগধী, অষ্ট্ৰিক, তিব্বত-বৰ্মী আদি ভাষাৰ সংমিশ্ৰণত এক সুকীয়া ভাষা গঢ় লৈ আঞ্চলিক অসমীয়া ভাষাৰ ৰূপত আত্মপ্ৰতিষ্ঠাৰে জনসমাজ তথা শাসক-শাসিতৰ মাজত মধুৰ সম্পৰ্ক অনুকূল পৰিৱেশ ৰচনাৰে প্ৰাধান্য লাভ কৰি আহিছে।

খ্ৰীষ্টাব্দ ১৮২৬ চনৰ পাচৰ পৰা অসমত পাশ্চাত্য বিদেশী শাসকৰ কবলত পৰি বিদেশী ভাষাৰ প্ৰভাৱে শিক্ষায়তনিক দিশত সাত সাগৰ তেৰ নদী সিপাৰৰ ইংৰাজী ভাষাই দেশ প্ৰতিকূল পৰিৱেশতো বাহ্যিক পৰিৱেশৰ সূচনা কৰি সৰ্বভাৰতীয় পৰ্যায়তো গোজেই গছ হৈ পৰিছিল কিন্তু স্বৰাজোত্তৰ সাম্প্ৰতিক কালত আকৌ স্বদেশীয় আঞ্চলিক ভাষাবোৰে দেশত অনুকূল পৰিৱেশ ৰচনাৰে অগ্ৰসৰ হোৱা পৰিলক্ষিত হৈছে, গতিকে উত্তৰ-পূৰ্বাঞ্চলৰ এই একে ভৌগোলিক পৰিবেষ্টনেৰে পৰিবেষ্টিত অসম ৰাজ্যক কেন্দ্ৰ কৰি উমৈহতীয়া ভাষাই শিল্প-বাণিজ্যৰ ক্ষেত্ৰত আঁত ধৰি থকাটো ভাষা-বৈশিষ্ট্যৰে অন্যতম নিদৰ্শন।

আমি এই প্ৰসংগতে উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ ভাষাবোৰৰ সমীক্ষাত্মক পৰ্যালোচনা কৰি চালে ১৯৮৬ চনলৈকে বিভক্ত অসম ৰাজ্যত— বঙলা, হিন্দী, মণিপুৰী, বড়ো, খাছী, নেপালী, গাৰো, তেলেগু, মাৰ, মিজো, বিষ্ণুপ্ৰিয়া, কাৰ্বি, মিচিং, ৰাভা আদি ভাষা সাধাৰণ ভাষা হিচাপে স্বীকৃত আৰু তাই, ডিমাছা, তিৱা, দেউৰী ভাষা আদি ভাষা হিচাপে স্বীকৃত পথত অগ্ৰসৰ হৈছে আৰু অস্বীকৃত বহুবোৰ ভাষাৰ জীৱিত ৰূপ আৰু প্ৰচলিত ৰূপৰ কথাও আজি প্ৰাসংগিক।

আজি আমি ৰাজ্যিক পৰ্যায়ৰ কোনো এটা অনুষ্ঠানত জনগোষ্ঠীবোৰৰ প্ৰতিনিধিত্ব কৰিবলৈ গৈ উপযুক্ত ভাষাত প্ৰত্যেকেই যদি নিজৰ নিজৰ প্ৰজাতীয় ভাষাত বক্তব্য দাঙি ধৰিবলৈ যাওঁ তেনে অৱস্থাত কোনে কাৰ কথা বুজি পাব? ই "টাৱৰ অব লণ্ডন" সজাৰ নিচিনা হ'ব আৰু এনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিততে পাৰস্পৰিক ভাব বিনিময়ৰ কাৰণে উমৈহতীয়া তথা জনসংযোগী ভাষাৰ কথা গভীৰভাৱে উপলব্ধি কৰা যায়, গতিকে উত্তৰ-পূৰ্বাঞ্চলৰ উমৈহতীয়া ভাষা হিচাপে লেখা-পঢ়া জনা-নজনা, ক'ব পৰা-নোৱাৰা, বুজাবুজিৰ প্ৰয়োজনত জনসাধাৰণ মাজত অসমীয়া ভাষাৰ গুৰুত্বৰ কথা আজিও নুই কৰিব নোৱাৰো আৰু অদূৰ ভৱিষ্যতেও নোৱাৰিম।

আজি ইংৰাজী আৰু হিন্দী ভাষাক সৰ্বভাৰতীয় পৰ্যায়ত উপলব্ধি কৰাটো প্ৰধানতঃ শিক্ষিত সমাজৰ কাৰণেহে ৰক্ষাকৱচ্ মাথোন. অনাক্ষৰী, কম ভাষা বুজা, কম ভাষা জনা, কম ভাষা বুজি পোৱা জনগণৰ কাৰণে অপ্ৰাসংগিক, তথাপি সাম্প্ৰতিক কালৰ গণ-মাধ্যমৰ প্ৰচাৰৰ ক্ষেত্ৰত এক বলিষ্ঠ পদক্ষেপেৰে শাসকীয়

অনুষ্ঠান-প্ৰতিষ্ঠানবোৰৰ যোগেদি এনে পৰিবেশ ৰচনা কৰিবলৈ কৰা প্ৰচেষ্টা সকলোৰে অনুমেয় আৰু সকলোৰে জ্ঞাত আৰু ইয়াৰ প্ৰতিক্ৰিয়াৰ কথা যুগে যুগে নিৰ্ণয় কৰিব।

সাম্প্ৰতিক কালত সৰ্বভাৰতীয় পৰ্যায়ত শিক্ষায়তনিক দিশত ত্ৰিভাষা সূত্ৰ প্ৰবৰ্তন কৰা হৈছে আৰু আঞ্চলিকভাৱে নতুনকৈ মাধ্যম প্ৰবৰ্তিত জনগোষ্ঠীৰ ভাষাবোৰৰ ক্ষেত্ৰতো এই ভাষানীতি গ্ৰহণ কৰা পৰিলক্ষিত নোহোৱাকৈ থকা নাই। এই সূত্ৰমতে মাতৃভাষা, ইংৰাজী, হিন্দী ভাষাক সামৰা হৈছে আৰু ইংৰাজী, হিন্দী দুয়োটা ভাষাই এই নীতিত মাধ্যম, সেয়ে এই ভাষানীতিয়ে একালৰ অবিভক্ত উত্তৰ-পূৰ্বাঞ্চলৰ উমৈহতীয়া আঞ্চলিক তথা ৰাজ্যিক ভাষাৰ বিভ্ৰাটবো সৃষ্টি নকৰাকৈ থকা নাই। আজি অসম ৰাজ্যত ভাষা প্ৰয়োগৰ দিশত বাস্তৱসন্মত তাত্ত্বিক মতাদৰ্শৰ পৰ্যালোচনা কৰি চাই প্ৰাথমিক পৰ্যায়ৰ পৰাই মাতৃভাষাৰ লগত সংগতি ৰাখি জনসংযোগী আঞ্চলিক ভাষাক সংযোগী ভাষা হিচাপে গণ্য কৰি দ্বিভাষাৰ মাধ্যম প্ৰচলনৰ পোষকতা কৰা দেখা গৈছে, আৰু এই প্ৰসংগত 'মিচিং ভাষা' আৰু 'ৰাভা ভাষা'ৰ মাধ্যমত দ্বি-ভাষাৰ নীতি গ্ৰহণ কৰা প্ৰাসংগিক আৰু পৰ্যায়ক্ৰমে এই নীতিয়ে বৰ্তমানে অসম ৰাজ্যত প্ৰবৰ্তিত শিক্ষানীতিৰ শিক্ষায়তনিক বিদ্যায়তনিক দিশত উমৈহতীয়া ভাষাৰ অনুকূল পৰিবেশ ৰক্ষা কৰাত সহায়ক হোৱা সম্ভব, অন্যথাই ৰাজ্যিক ভাষাক বাদ দি ত্ৰিভাষা সূত্ৰই সৃষ্টি কৰা বিভ্ৰাটে জাতীয় সত্তাত বিপৰ্যয়বো সৃষ্টি কৰিয়েই থাকিব।

প্ৰশাসনীয় প্ৰায়োগিক দিশৰ কথা পৰ্যালোচনা কৰি চালে আমি পাওঁ যে বহুভাষী ৰাজ্যৰ ক্ষেত্ৰত প্ৰশাসনিক ভাষাৰ লগত শিক্ষায়তনিক, বিদ্যায়তনিক ভাষাৰ অবিচ্ছেদ্য সম্পৰ্ক সেয়ে আনুষংগিকভাৱে সহযোগী ভাষাৰ কথাও উপলব্ধি কৰা যায় আৰু এই কাৰণে বৰ্তমান বিভক্ত অসম ৰাজ্যৰ জিলা পৰ্যায়ত ইংৰাজী, অসমীয়া, ইংৰাজী-বড়ো, ইংৰাজী-বঙলা, ইংৰাজী-অসমীয়া-বঙলা আদি ভাষাবোৰৰ প্ৰচলন নীতিও গ্ৰহণ কৰিছে।

শিক্ষায়তনিক দিশত বিভিন্ন ভাষা শিকাৰ কথাটো বাধ্যতামূলকভাৱে প্ৰবৰ্তন কৰিবলৈ গ'লে বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন শাস্ত্ৰীয় দৰ্শনৰ জ্ঞান আহৰণৰ তথা ধ্যান-ধাৰণাৰ আৰু গৱেষণাৰ ক্ষেত্ৰত বিদ্যাৰ্থীক ব্যাহত কৰাও হয়। আজি মেধাৱী ইচ্ছুক শিক্ষাৰ্থীৰ কাৰণে বহু ভাষা শিকাৰ শিক্ষায়তনিক দিশৰ কথাটো নিৰ্ভৰ কৰিছে ভাষা-শিক্ষা-নীতি আৰু শিক্ষানুষ্ঠানৰ অনুকূল পৰিবেশ ৰচনাৰ ওপৰত। এইক্ষেত্ৰত বহুভাষা শিকাৰ অনুকূল পৰিবেশ পোৱা শিক্ষাৰ্থীসকল সঁচাকৈয়ে পৰম ভাগ্যবান কিন্তু অনিচ্ছুক শিক্ষাৰ্থীৰ কাৰণে প্ৰতিকূল পৰিবেশত অধিক শিকনীয় ভাষা কম নোহোৱা ভাষাৰ বোজা হোৱাও কাৰো কাম্য নহয়

কাৰণ নিতান্ত প্ৰয়োজনীয় ভাষা শিকা আৰু আয়ত্ত কৰাৰ ওপৰত শিক্ষাৰ্থীৰ অদূৰ ভৱিষ্যত জীৱনো সৰ্বান্তকৰণে নিৰ্ভৰ কৰে।

আজি উত্তৰ-পূৰ্বাঞ্চলৰ উমৈহতীয়া ভাষা হিচাপে অসমীয়া ভাষাক গুৰুত্ব দিয়াৰ ক্ষেত্ৰত ৰাজ্যিক প্ৰশাসনে সৰ্বতোপ্ৰকাৰে ইয়াৰ উন্নতিকল্পে অনুকূল পৰিৱেশ ৰচনা কৰি গুৰুত্ব আৰোপ কৰাৰ বাহিৰে গত্যন্তৰ নাই। আমাৰ ৰাজ্যিক পৰ্যায় আৰু সৰ্বভাৰতীয় পৰ্যায়ত সকলো ৰাজ্যৰে ভাষাৰ পৰিৱেশ একে নহয় যদিও ভৌগোলিক পৰিসীমাৰ এটা অনুকূল পৰিৱেশ নথকা নহয় কিন্তু ভাষাৰ ক্ষেত্ৰত উত্তৰ-পূৰ্বাঞ্চলৰ ঐতিহাসিক ভূমিকা আৰু ঐতিহ্যৰ কথাও আমি নুই কৰিব নোৱাৰো।

আজি উত্তৰ-পূৰ্বাঞ্চলৰ ভাষা বিকাশত অনুকূল পৰিৱেশ ৰচনা কৰাত ৰাষ্ট্ৰৰ ভূমিকা অনস্বীকাৰ্য— সেয়ে ভাষা প্ৰয়োগৰ ক্ষেত্ৰত সৰ্বভাৰতীয় পৰ্যায়ৰ সংগতি ৰক্ষা কৰিবলৈ যাওঁতে প্ৰশাসন যন্ত্ৰই কেতিয়াবা বিপৰীত প্ৰতিক্ৰিয়াবো সৃষ্টি নকৰাকৈ থকা নাই আৰু নিজৰ হাতৰ কুঠাৰো ভৰিত মৰা পৰিলক্ষিত হৈছে। ৰাজ্যিক পৰ্যায়ত উমৈহতীয়া ভাষাৰ অনুকূল পৰিৱেশ ৰক্ষিত নহ'লে শিক্ষায়তনিক দিশত স্বাভাৱিকতে বিভ্ৰাট ঘটে আৰু আমাৰ সাতামপুৰুষীয়া সামাজিক ঐক্য-সম্প্ৰীতি, বন্ধুত্ব-ভ্ৰাতৃত্ব, আত্মীয়ৰ এনাজৰীডাল সুদৃঢ় কৰাত বিপৰ্যস্ত হয় আৰু এই প্ৰসংগত জাতীয় সত্তাৰ লগত হাড়ে-হিমজুৰে নলগা বিদেশী ভাষাৰ প্ৰাদুৰ্ভাৱৰ কথা অতীৱ প্ৰাসংগিক।

ভাষাতাত্ত্বিক পৰ্যালোচনাত সকলো ক্ষেত্ৰতে, সকলো পৰিৱেশতে ভাষা স্পৰ্শকাতৰ বিষয়বস্তু নহয়, কাৰণ মানব ভাষা জন্মগত বস্তু নহয়, জন্মজ নহয় প্ৰয়োজন ভিত্তিত পৰিৱেশৰ প্ৰভাৱত আয়ত্ত কৰা বিষয়বস্তু অৰ্থাৎ স্বাভাৱিক প্ৰবৃত্তি নহয়, জন্মৰ লগত লাগি অহা সহজাত প্ৰবৃত্তিৰ উপাদান নহয়, ই সময়-সাপেক্ষিক আৰু প্ৰয়োজনভিত্তিত ইয়াক শিকোৱা, শিকা, শিকি লোৱা সাংস্কৃতিক প্ৰক্ৰিয়াৰে আয়ত্ত কৰা উপাদান মাথোন। প্ৰত্যেকে নিজৰ মাতৃভাষাক ভাল পোৱাটোৱে আনৰ ভাষাক বেয়া পোৱাটো নুবুজায়। প্ৰয়োজনভিত্তিত ভাষাৰ জন্ম, সৃষ্টি, বিকাশ আৰু উৎকৰ্ষ সাধিত হয় আৰু অপ্ৰয়োজনৰ ভিত্তিত সময়-সাপেক্ষিকভাৱে কালৰ বুকুত বিলুপ্ত হোৱাৰ, মৃত্যু ঘটাৰ নজিৰ পৃথিৱীৰ অথবা বুৰঞ্জীত নোহোৱা নহয়। সেয়ে আজিও কিছুমান ভাষা কথিত ৰূপতহে, কিছুমান ভাষা লিখিত ৰূপতহে, কিছুমান ভাষা আকৌ অকথিত ৰূপত মাথোন লিখিত ৰূপত, কিছুমান ভাষা কথিত আৰু লিখিত দুয়োটা ৰূপত পোৱা যায় আৰু ভাষাৰ এই জন্ম-মৃত্যুৰ প্ৰক্ৰিয়া চিৰন্তন প্ৰক্ৰিয়া আৰু ই চলিয়েই থাকিব। কোনো এটা ভাষাই আন এটা ভাষাৰ বিকাশৰ ক্ষেত্ৰত প্ৰতিবন্ধকৰ সৃষ্টি নকৰে বৰঞ্চ সহায়হে কৰে আৰু তেনে নজিৰ পৃথিৱীৰ ভাষা

বিকাশৰ বুৰঞ্জীত পোৱা নাযায়। ভাষা বিকাশৰ ক্ষেত্ৰত হেজাৰ প্ৰতিবন্ধকৰ সৃষ্টি কৰিলেও প্ৰয়োজনৰ ভিত্তিত সময়-সাপেক্ষিকভাৱে ইয়াৰ সংৰক্ষণ, পুনৰ-উত্থান, সংবৰ্ধন সাধিত হ'বই, ই ভাষাৰ স্বকীয় ধৰ্ম। জন-মানৱে প্ৰয়োজনৰ ভিত্তিত সৃষ্টি কৰা ভাষাৰ স্বকীয়তা নোহোৱা নহয় আৰু ই স্বাভাৱিক ধাৰৰে ধাবিত হৈ স্বকীয় ৰূপত গঢ় লয় সেয়া ভাষাৰ চিৰন্তন ধৰ্ম, মানৱে মাথোন প্ৰয়োগৰ দ্বাৰা ভাষাৰ বিকাশ আৰু উৎকৰ্ষহে সাধন কৰে।

প্ৰত্যেক মানৱ ভাষাৰে একো একোটা নিজস্ব ৰূপ আৰু সুকীয়া স্বকীয় গতি আছে। এইদৰে সুকীয়া সুকীয়া গতিত বিকশিত হয় আৰু প্ৰায়োগিক দিশত বিভিন্ন ক্ষেত্ৰত প্ৰয়োজনসাপেক্ষে পৰিৱেশ ৰচনাৰে ভাষাৰ মাধ্যমেৰে সভ্যতাৰ ফালে গতি কৰে— গতিকে যি ভাষাৰ লগত জাতীয় ঐতিহ্য নিহিত থাকে, জাতীয় সত্ত্বা বৰ্তি থাকে সেই ভাষাই জাতীয়ত্বৰ উন্মেষেৰে দেশবাসীক উদ্বুদ্ধ কৰি জাতীয় প্ৰতিচ্ছবি কায়া আৰু ছাঁয়াৰ দৰে প্ৰতিফলিত কৰে, সেই হাড়ে-হিমজুৰে লগা জাতীয় অস্তিত্ব বহনকাৰী উত্তৰ-পূৰ্বাঞ্চলৰ উমৈহতীয়া অসমীয়া ভাষাৰ অনুকূল পৰিৱেশ ৰচনা কৰাত আত্মনিয়োগ কৰা প্ৰত্যেক অসমবাসীৰে নৈতিক কৰ্তব্য। ■

---

*৩২ তম মিচিং বানে কেবাঙ'ৰ বিলমুখ (বিলাসীপাৰা) লখিমপুৰ জিলা অধিবেশনৰ স্মৃতিগ্ৰন্থ ২১, ২২, ২৩ এপ্ৰিল ১৯৯৪ চনত প্ৰকাশিত; সম্পাদিকা— শ্ৰীমতী ৰাণী নৰহ : সম্পাদক*

# প্ৰজাতীয় ভাষাত সাহিত্য সৃষ্টিৰ আধাৰ

প্ৰজাতীয় সত্ত্বাৰ পৰিচায়ক হৈছে তেওঁলোকৰ বৰ্ণাঢ্য সংস্কৃতি। সংস্কৃতিৰ পৰিধি ব্যাপক আৰু সুদূৰপ্ৰসাৰী। ইয়াৰ উৎকৃষ্ট উপাদানৰাজিৰ সকলোবোৰ অন্তৰ্নিহিত কথাই ভাষা- সাহিত্যৰ মাজেদি আত্মপ্ৰকাশ কৰে। গতিকে প্ৰজাতীয়ৰ প্ৰকৃত প্ৰতিচ্ছবি আৰু স্বৰূপ নিৰ্ণয় কৰিব পাৰি তেওঁলোকৰ ভাষা-সাহিত্যৰ ভিত্তিত।

প্ৰজাতীয় ভাষাত সাহিত্য সৃষ্টি কৰিবলৈ কি আধাৰ গ্ৰহণ কৰা সমীচীন তাক নিৰ্দিষ্টকৈ নিৰ্ধাৰণ কৰি দিব নোৱাৰিলেও যে স্বাভাৱিকতে কোনো প্ৰতিষ্ঠিত সাহিত্যৰ আধাৰেৰে ধাৱিত নহ'ব তাকো ক'ব নোৱাৰি। এইক্ষেত্ৰত স্বকীয় লোক-সাহিত্যৰ লগত আনুষংগিকভাৱে দেশীয় তথা জাতীয় সাহিত্যৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত হোৱাৰ কথাও নুই কৰিব নোৱাৰি। দেশীয় লোক-ভাষা আৰু লোক-সাহিত্যৰ তুলনাত প্ৰজাতীয় লোক-ভাষা-সাহিত্য চহকী নহ'লেও দুখীয়া নহয়। সাহিত্য পৰিক্ৰমাৰ দৃষ্টিভংগীৰে তাত্ত্বিক পৰ্যালোচনাত লোক-সাহিত্য হৈছে সাহিত্য সৃষ্টিৰো আধাৰ বা বুনিয়াদ।

সাহিত্য ৰচনাৰ প্ৰধান উপাদান হৈছে শব্দ সম্ভাৰ। সকলো প্ৰকাৰৰ সাহিত্য-ৰস পৰিস্ফুট কৰি প্ৰকাশ কৰিব পৰাকৈ প্ৰজাতীয় ভাষাৰ শব্দ-ভাণ্ডাৰ চহকী নহ'লে উৎকৃষ্ট সাহিত্য ৰচনা কৰা সম্ভৱ নহয়। সাহিত্যৰ মৌলিক বিচাৰত ভাষা হৈছে সাহিত্যৰ বাহ্যিক আভৰণ; সাহিত্য হৈছে ভাষাৰ আত্মাস্বৰূপ আৰু সাহিত্য-ৰস হৈছে নান্দনিক সৌন্দৰ্য বৰ্ধনৰ উপাদান।

জনজাতি তথা তিব্বত-বৰ্মী ভাষা-ভাষীৰ ক্ষেত্ৰত বিভিন্ন জনগোষ্ঠীক 'উপ-জাতি' বা ভাষাবোৰক 'উপভাষা' নামেৰে নামকৰণ কৰি প্ৰয়োগ কৰি আহিছে যদিও প্ৰকৃতাৰ্থত ইয়াৰ সঠিক প্ৰয়োগৰ প্ৰযোজ্য হৈছে বুলি উপলব্ধি কৰিব নোৱাৰি। মূল জনগোষ্ঠী বা জাতিৰ পৰা কালক্ৰমত বংশোদ্ভৱ বিভিন্ন জনগোষ্ঠীৰ ক্ষেত্ৰত 'উপজাতি' আৰু মূল-ভাষাৰ পৰা সৃষ্টি হোৱা ভাষাবোৰকে 'উপ-ভাষা' নামেৰে নামকৰণ কৰি প্ৰয়োগ কৰাটো সঠিকভাৱে প্ৰযোজ্য যেন লাগে।

এইক্ষেত্ৰত নৃতাত্বিক আৰু ভাষাতাত্বিক দিশৰ পৰা পৰ্যালোচনা কৰি চালে পোৱা যায় যে আৰ্যমূলীয় বংশোদ্ভৱ বিভিন্ন জনগোষ্ঠীৰ ভাষা-ভাষীসকলৰ ভাষা দেৱ-ভাষামূলীয় আৰু বাকীবোৰ আৰ্যেতৰ। গতিকে এই যুক্তিৰে ক্ষেত্ৰ বিশেষত

'প্ৰজাতি', তথা 'প্ৰজাতীয়' নামেৰে নামকৰণ কৰাই সমীচীন আৰু অতীৱ প্ৰযোজ্য যেন লাগে।

অতীজৰ বিশাল-বিস্তৃত উত্তৰ-পূব ভাৰতৰ এই ভূমিখণ্ডৰ বহু প্ৰজাতীয় ভাষাই ইতিমধ্যে আনুষ্ঠানিক আৰু ৰাজকীয়ভাৱে স্বীকৃতি লাভ কৰি বিভিন্ন পৰ্যায়ত শিক্ষাৰো মাধ্যম হৈছে আৰু কিছুমান ভাষাত বিভিন্নধৰণৰ সাহিত্যও ৰচিত নোহোৱাকৈ থকা নাই; কিন্তু সেইবোৰ সাহিত্য-সম্ভাৰ বৰ্তমানো মূল্যাংকনৰ মাপকাঠিৰে বিচাৰ-বিশ্লেষণ কৰিবলৈ পৰ্যাপ্ত নহয়। এই প্ৰসংগত ৰাজকীয়ভাৱে স্বীকৃতি লাভ কৰা আৰু শিক্ষাৰ বিভিন্ন পৰ্যায়লৈ মাধ্যম ভাষা হিচাপে উন্নীত কৰা প্ৰজাতীয় আটাইবোৰ ভাষাই যে সৰ্বজন সমাদৃত আৰু ভাষাগত বৈশিষ্ট্যৰে সমাদৃত হৈ পূৰ্ণাংগ ৰূপত উচ্চমানবিশিষ্ট ভাষাৰ মৰ্যাদা লাভ কৰিব পাৰিছে সিও প্ৰত্যয় যাব নোৱাৰাটো উল্লেখযোগ্য। এনে ভাষাবোৰৰ সামগ্ৰিক বিকাশৰ কাৰণে অনুকূল পৰিৱেশ সৃষ্টি হোৱাও পৰিলক্ষিত হোৱা নাই। আনহাতেদি আবেগিকভাৱে ৰাজকীয় শিক্ষাৰ মাধ্যম ভাষা স্বীকৃতিৰ স্পষ্টীকৰণে প্ৰজাতীয় ভাষাবোৰ মানবিশিষ্ট ভাষাৰ মৰ্যাদালৈ উন্নীত হোৱা নুসূচায়; মাথোন বিকাশ সাধনত ৰাজকীয় পৃষ্ঠপোষকতাৰ কথাকে সূচায়।

ভাষাৰ সৃষ্টি আৰু বিকাশবো স্বতঃস্ফূৰ্ত ধাৰা নোহোৱা নহয় কিন্তু প্ৰত্যেক ভাষাই যে জন্মলগ্নৰ পৰা স্বকীয় বৈশিষ্ট্যৰে স্বয়ংসম্পূৰ্ণ হৈ আছে তাৰো যুক্তি নাই। যুক্তিসাপেক্ষে প্ৰয়োজনৰ ভিত্তিত যিদৰে ভাষাৰ সৃষ্টি সেইদৰে বিকাশো হয়। পৰিৱেশ আৰু পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত আকৌ অপ্ৰয়োজনৰ হেতুকে প্ৰতিষ্ঠিত ভাষা স্তিমিত হোৱা পৰিলক্ষিত হয়। অন্যহাতেদি জনজাগৰণ আৰু তেওঁলোকৰ ঐকান্তিক প্ৰচেষ্টাত মৃত্যুগামী বা অৱলুপ্তিৰ প্ৰজাতীয় লোক-ভাষাই আকৌ পুনৰুত্থান নোহোৱাকৈয়ো থকা নাই। গতিকে ভাষাৰ অৱলুপ্তি-বিলুপ্তি আৰু পুনৰুত্থান বিকাশো যুগসাপেক্ষ এক প্ৰয়োজন-অপ্ৰয়োজনীয়তাৰ প্ৰক্ৰিয়া মাথোন।

ৰাজকীয় উত্থান-পতনো ভাষা প্ৰক্ৰিয়াৰ অন্যতম কাৰণ কিন্তু আবেগিকভাৱে ভাষাই স্থিৰ গতিত বিকাশ লাভ নকৰে। জনজীৱনৰ লগত ভাষাৰ মজ্জাগত সম্পৰ্ক। এইক্ষেত্ৰত ৰাজকীয় পৃষ্ঠপোষকতা আৰু ভাষাচৰ্চাৰ অনুকূল পৰিৱেশ ৰচনা কৰাত ৰাজকীয় দায়বদ্ধতাৰ কথাও উপলব্ধি নকৰা নহয়। আৰ্থ-সামাজিক দিশত সবল আৰু স্বচ্ছন্দ জীৱনধাৰাও প্ৰজাতীয় ভাষা বিকাশৰ অন্যতম অনুকূল পৰিৱেশ। কলা-সাহিত্য-সংস্কৃতি অনুৰাগী সাধকসকলৰ সৃষ্টিশীল প্ৰতিভাক মৰ্যাদা প্ৰদান কৰাও ৰাজকীয় কৰ্তব্যৰ পৰিচায়ক।

ৰাজকীয় শাসন-প্ৰশাসনৰ পৃষ্ঠপোষকতা কৰা মাধ্যম ভাষা, শিক্ষা-দীক্ষাৰ

প্ৰায়োগিক ভাষাৰ মাধ্যম, শিক্ষানুষ্ঠানৰ মধুৰ পৰিৱেশত আৰু সামূহিকভাৱে বাস কৰা শিক্ষাৰ্থীৰ অনুকূল পৰিৱেশত বিভিন্ন ভাষা-ভাষীৰ সংমিশ্ৰণ ঘটি পাৰস্পৰিক ভাব-বিনিময়ৰ মাধ্যম হিচাপে ভাষাৰ যি প্ৰক্ৰিয়া সেইবোৰেও মান্য-ভাষা গঠন আৰু বিকাশ সাধনত বৰঙণি যোগায়। গ্ৰাম্য জনশিক্ষাৰ ক্ষেত্ৰত আলোচনী-বাতৰি কাকত, বিভিন্ন প্ৰকাৰৰ প্ৰচাৰ মাধ্যমৰ পুস্তক-পত্ৰিকা,ৰেডিঅ’-টেলিভিছন, কথাছবিৰ প্ৰাদুৰ্ভাৱৰ দৰে প্ৰচাৰ মাধ্যমৰ ভাষাই লোক-ভাষাৰ উৎকৰ্ষ সাধনত ইন্ধন যোগায়।

কোনো কোনো যুগত ধৰ্মগুৰুৱে আধ্যাত্মিক ধ্যান-ধাৰণা প্ৰচাৰ কৰিবলৈ গৈ কথিত বা প্ৰাকৃত ভাষাক মান্যভাষাৰ ৰূপ দি লিখিত ভাষা হিচাপে ধৰ্মপ্ৰচাৰৰ মাধ্যম কৰি লোৱা, শাসন-পদ্ধতিৰ কাৰণে আইন-কানুন ৰচনা কৰিবলৈ গৈ লোক-ভাষাক লিখিত ৰূপ দিয়া, ৰাজনৈতিক প্ৰভাৱশালী নেতাই পৰিচালনা কৰা সংগঠন-অনুষ্ঠান-প্ৰতিষ্ঠানৰ দ্বাৰা আনুষ্ঠানিক প্ৰচাৰ পত্ৰিকাৰ ভাষাই আৰু কোনো কোনো প্ৰভাৱশালী সাহিত্যিকৰ বিভিন্ন জনপ্ৰিয় ৰচনাৰাজিত প্ৰয়োগ কৰা ভাষাৰ প্ৰভাৱে লোক-ভাষাক ক্ৰমাগতভাৱে মান্যভাষালৈ উন্নীত হোৱাত অনুপ্ৰেৰণা যোগাই আহিছে।

লোকভাষাৰ সংৰক্ষিত সাহিত্যৰ অমূল্য সম্পদৰাজি আৰু শব্দ-সম্ভাৰেৰে চিৰ-সমৃদ্ধ-সমলৰাজি পৰিবৰ্ধিত হৈ মান্যভাষাৰ ৰূপদানত কিভাৱে অৱদান যোগায়— এই সম্পৰ্কে পৰ্যালোচনা কৰি ড° সত্যেন্দ্ৰনাথ শৰ্মাদেৱে তেওঁৰ ‘অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত’ গ্ৰন্থত এনেধৰণৰ তাৎপৰ্যপূৰ্ণ মন্তব্য দিছে : ভাষাই যেতিয়া ভাব, অনুভূতি আৰু অৱস্থা প্ৰকাশ কৰিব পৰা শক্তি অৰ্জন কৰে আৰু উচ্চাৰণ কৰা বিভিন্ন ধ্বনি বুজাবলৈ সাংকেতিক চিহ্ন বা হৰফ সৃষ্টি কৰি লিখাৰ পদ্ধতি প্ৰৱৰ্তন কৰে, তেতিয়াৰ পৰাহে সাহিত্যৰ প্ৰকৃত বুৰঞ্জী আৰম্ভ হয় বুলি ক’ব পাৰি, কিন্তু ভাষাই লিখিত অৱস্থা পোৱাৰ আগতে যে কোনো সাহিত্য উদ্ভৱ হোৱা নাছিল তেনে কথা ক’ব নোৱাৰি। উদাহৰণস্বৰূপে আমি যদি আমাৰ ওচৰ-চুবুৰীয়া পৰ্বতীয়া জাতিবোৰলৈ লক্ষ্য কৰো,তেন্তে দেখিবলৈ পাম তেওঁলোকৰ বহুতৰে লিখিত সাহিত্য নাই; কিন্তু মুখে মুখে প্ৰচলিত গীত-মাত আৰু সাধুকথা প্ৰচলিত আছে। এইদৰে সকলো জাতিৰে সাহিত্যই লিখিত ৰূপ পোৱাৰ আগতে মৌখিক গীত-মাত প্ৰবচন, সাধুকথা থকাৰ প্ৰমাণ পোৱা যায়...। সকলো ভাষাৰ লিখিত আৰু পৰিমাৰ্জিত সাহিত্য সৃষ্টি হোৱাৰ আগতে জন-সমাজে মৌখিক গীত-নৃত্যৰ মাজেদিয়েই জাতিবিশেষে সামূহিক জীৱনৰ আশা-নিৰাশা, প্ৰেম-প্ৰীতি, আনন্দ-উৎসৱৰ ভাব ফুটাই তোলে।”

প্ৰজাতীয় ভাষাক লৈ সময়ে-সময়ে স্পৰ্শকাতৰ পৰিস্থিতিৰো উদ্ভৱ নোহোৱাকৈ

থকা নাই আৰু সেই সমস্যা সৃষ্টিৰ মৌলিক কাৰণ হয়তো প্ৰয়োজনভিত্তিক যুগৰ দাবী আৰু ভাষা সম্পৰ্কীয় সাংবিধানিক অধিকাৰ সাব্যস্ত কৰিবলৈ লোৱাৰ প্ৰতিক্ৰিয়াও হ'ব পাৰে কিন্তু ভাষা প্ৰকৃততে সহজাত প্ৰবৃত্তি বা জন্মজ প্ৰবৃত্তিৰ উপাদান নহয়। জন্মগতভাৱে কোনো মানৱ শিশুৱে ভাষা লাভ কৰি অহা নাই বা নাহে। কোনো মানুহে কোনো ভাষাক জন্মজ বিষয়বস্তু বুলি কোৱাৰো বিজ্ঞানসম্মত যুক্তিযুক্ততা আছে বুলি নাভাবো। ভাষা-বিজ্ঞানৰ দৃষ্টিভংগীৰে সঠিকভাৱে পৰ্যালোচনা কৰি চালে প্ৰকৃতাৰ্থত ভাষা আহৰণ কৰা বা আয়ত্ত কৰা সাংস্কৃতিক প্ৰক্ৰিয়াৰ প্ৰতিফলন মাথোন। ইয়াক ভাষাগতভাৱে প্ৰয়োজনভিত্তিত সৃষ্টি কৰি পৰিৱেশৰ প্ৰভাৱত আয়ত্ত কৰি প্ৰয়োগ কৰা হয়। ভাব-শক্তি নহ'লে বা নাথাকিলে মানুহৰ আত্মপ্ৰকাশৰ ভাব-অনুভূতিৰো সৃষ্টি হ'ব নোৱাৰে। স্বাভাৱিকতে মানুহ আত্মপ্ৰকাশৰ কাৰণে ব্যাকুল আৰু ভাষা সেই আত্মপ্ৰকাশ ভাবৰে অন্যতম মাধ্যম আৰু সেয়ে ভাষা-সংস্কৃতিৰো অন্যতম শ্ৰেষ্ঠ উপাদান। এই প্ৰসংগত ড° উপেন্দ্ৰনাথ গোস্বামীদেৱে ভাষাৰ ক্ৰিয়া-প্ৰক্ৰিয়া-প্ৰতিক্ৰিয়া সম্পৰ্কে পৰ্যালোচনা কৰি 'ভাষা-বিজ্ঞান' গ্ৰন্থত এবাৰ তাৎপৰ্যপূৰ্ণ মন্তব্য দিছে ঃ "নিজকে প্ৰকাশ কৰিবলৈ শিকা ভাষাটো কোনো লোকৰ পিতৃ-মাতৃৰ ভাষা নহ'বও পাৰে। ভাষা জন্মগত বস্তু নহয়। ভাষা পৰিৱেশত আয়ত্ত কৰা বস্তুহে। .... ভাষা এক মানৱিক সত্তা। বাক ভৌতিক সত্তা, ভাষা অমূৰ্ত আৰু মূৰ্ত।"

মানৱ শিশুৱে যি ভাষা-ভাষী জনগোষ্ঠীৰ পৰিয়ালত জন্মগ্ৰহণ কৰে সেই পৰিয়ালৰ মাতৃ-পিতৃ পৰিয়ালৰ পৰাই প্ৰথমে ভাষা আয়ত্ব কৰে আৰু কালক্ৰমত পাৰিপাৰ্শ্বিক প্ৰভাৱেৰে প্ৰভাৱান্বিত হৈ সামাজিক জীৱন যাত্ৰাত সাংস্কৃতিকভাৱে ভাষা শিকি বিকাশ সাধন কৰে। এই প্ৰসংগত সাম্প্ৰতিক কালত অপ্ৰত্যাশিতভাৱে সংগঠিত হোৱা আন্তঃবৰ্ণ বিবাহৰ ভিন্ন ভিন্ন ভাষা-ভাষী মাতৃ-পিতৃ তথা পৰিয়াললৈ আগন্তুক অজান শিশুৰ প্ৰথম ভাষাৰ পৰিৱেশ কি হ'বগৈ পাৰে সি অনুমেয় আৰু এক নতুন যুগসাপেক্ষ চিন্তনীয় বিষয়। মনোবৈজ্ঞানিক দৃষ্টিভংগীৰে পৰ্যালোচনা কৰি চালে দেখা যায় যে ব্যক্তিবিশেষে যি ভাষা অধিকভাৱে আয়ত্ব কৰে বা শিকে সেই ভাষাতে চিন্তা-চৰ্চা কৰি আত্মপ্ৰকাশো কৰে। গতিকে ভাষাৰ ক্ৰিয়া-প্ৰক্ৰিয়া-প্ৰতিক্ৰিয়া প্ৰকৃতাৰ্থত স্পৰ্শকাতৰ বিষয় হিচাপে গণ্য কৰিব নোৱাৰি। বৰঞ্চ ভাষা প্ৰয়োজনভিত্তিক আত্মপ্ৰকাশৰ অভিব্যক্তিৰ উপাদান আৰু পাৰিপাৰ্শ্বিক প্ৰভাৱেৰে প্ৰভাৱান্বিত সাংস্কৃতিক প্ৰতিফলনৰ মাধ্যম হিচাপেহে গণ্য কৰিব পাৰি।

সকলো ভাষাৰ স্বকীয় বৈশিষ্ট্য নোহোৱা নহয়। স্বকীয় ভাষাৰ লালিত্য, ভাবৰ মাধুৰ্য, প্ৰকাশৰ সাৱলীল গতি, বিষয়বস্তুৰ গাম্ভীৰ্য আদি সঠিকভাৱে প্ৰকাশ কৰাৰ ক্ষেত্ৰত প্ৰাধান্য লাভ কৰে শব্দসম্ভাৰে। প্ৰজাতীয় ভাষাত উৎকৃষ্ট সাহিত্য

ৰচনা কৰিবলৈ আৰু সকলো প্ৰকাৰৰ সাহিত্য-ৰস পৰিস্ফুট কৰিবলৈ স্বকীয় ভাষাৰ শব্দ-ভাণ্ডাৰৰ নিতান্তই প্ৰয়োজন। যি ভাষাৰ শব্দ-ভঁৰাল যিমান চহকী, ভাব প্ৰকাশৰ ক্ষেত্ৰতো সেই ভাষাৰ প্ৰকাশিকা শক্তিও অধিক আৰু ই সাহিত্যৰ নান্দনিক সৌষ্ঠৱো বঢ়ায়। প্ৰজাতীয় ভাষাবোৰ যুগ যুগ ধৰি মান্য ভাষালৈ উন্নীত নোহোৱাৰ ফলত ই লঘু-গধুৰ, বিশিষ্ট বিষয়ৰ ভাব প্ৰকাশক শব্দৰাজিকো পাহৰি গৈছে নতুবা অপ্ৰচলিত হোৱাৰ হেতুকে পাহৰণিৰ অতল গৰ্ভত সেইবোৰ শব্দ বিলীন হৈ গৈছে আৰু কালক্ৰমত হয়তো সান্নিধ্যৰ প্ৰভাৱশালী ভাষা-ভাষীৰ সংমিশ্ৰণত মান্য-ভাষাৰ প্ৰভাৱত সেই সেই ভাষাৰ শব্দৰাজিৰ আগমনকে স্বাভাৱিকভাৱে আপোন ভাষাত প্ৰয়োগ কৰি আপোনা শব্দৰূপে আঁকোৱালি লৈ ধাৱিত হৈছে।

এইদৰে বিশ্ব-দৰবাৰত পদাৰ্পণ কৰা আৰু শব্দ-সম্ভাৰেৰে সমৃদ্ধ ভাষাবোৰৰ ক্ষেত্ৰতো শব্দ আহৰণ আৰু শব্দ-বিসৰ্জনৰ প্ৰতিক্ৰিয়া পৰ্যালোচনা কৰি চালে প্ৰয়োজনসাপেক্ষে এটা ভাষাৰ শব্দ আন এটা ভাষাই গ্ৰহণ কৰি স্বকীয় ভাষাক চহকী কৰি আহিছে।

এই প্ৰসংগত উন্নত ভাষায়ো স্বকীয় ভাষাৰ শব্দ-ভাণ্ডাৰ চহকী কৰাৰ লগতে প্ৰতিশব্দৰ অভাব পূৰণ কৰিবলৈ বিভিন্ন শব্দ-সম্ভাৰেৰে সমৃদ্ধ ভাষাৰ পৰাও তৎসম, তদ্ভৱ, অৰ্দ্ধতৎসম, দেশী আৰু বিদেশী শব্দৰাজি সাৰ্বজনীন পদ্ধতিৰে গ্ৰহণ কৰা কথা অপ্ৰাসংগিক নহয়। প্ৰজাতীয় ভাষাৰ ক্ষেত্ৰত প্ৰতিশব্দৰ অভাব পূৰণ কৰিবলৈ যাওঁতে স্বকীয় অবলুপ্তি নতুবা পাহৰি যোৱা আৰু অপ্ৰচলিত শব্দবোৰৰ পুনৰ উত্থান হ'লেও তাক প্ৰয়োগ কৰিলেও সাম্প্ৰতিক কালৰ ভাষাৰ গতানুগতিক চলন্তি-ৰীতিৰ লগত খাপ নাখাবও পাৰে বা আচহুৱা আচহুৱা যেনো লাগিব পাৰে। সেয়ে তেনে শব্দই সৰ্বজনৰ সমাদৃত হোৱাৰো আশা নাই।

পৃথিবীৰ ভাষা দৰবাৰৰ উচ্চ শিখৰত পদাৰ্পণ কৰা আৰ্যমূলীয় ভাষায়ো স্থান বিশেষত খিলঞ্জীয়া বা থলুৱা আৰ্যেতৰ ভাষাৰ শব্দৰাজিক আৰু বিশেষকৈ চীন-তিব্বতবৰ্মী ভাষামূলীয় শব্দৰাজিক আৰ্যীকৰণ কৰি গ্ৰহণ কৰা পৰিলক্ষিত হৈছে। আনহাতেদি সঠিক ভাব প্ৰকাশৰ ক্ষেত্ৰবিশেষত মান্য ভাষায়ো লোক-ভাষাৰ শব্দ আৰু লোকভাষায়ো মান্যভাষাৰ শব্দৰাজি বৈয়াকৰণিক প্ৰক্ৰিয়াৰে সিদ্ধ কৰি গ্ৰহণ কৰাটো ভাষা বিকাশৰে অন্যতম আধাৰ। গতিকে সঠিক ভাব প্ৰকাশৰ পৰিপ্ৰেক্ষিতত ধ্বন্যাত্মক আৰু ৰূপাত্মকভাৱে অপৰিহাৰ্য আৰু প্ৰযোজ্য প্ৰতিশব্দ, পাৰিভাষিক শব্দৰাজি আপোন ভাষাত গ্ৰহণ কৰি প্ৰজাতীয় ভাষাবোৰৰ শব্দ-ভাণ্ডাৰ চহকী কৰাৰ লগতে ভাষাৰো বিকাশ সাধন কৰি সাহিত্য সৃষ্টিত সৌষ্ঠৱ বঢ়োৱাই অন্যতম গ্ৰহণীয় আধাৰ।

ভাষাৰ ক্ৰিয়া-প্ৰক্ৰিয়া-প্ৰতিক্ৰিয়া সম্পৰ্কে পৰ্যালোচনা কৰি ড° গোলোক চন্দ্ৰ গোস্বামীদেৱে "ধ্বনি-বিজ্ঞানৰ ভূমিকা" গ্ৰন্থত মন্তব্য দিছে এনেদৰে— "আদিম

মানৱে মাতৃভাষাৰ বাহিৰে অন্য ভাষাৰ শিক্ষণ আৰু প্ৰশিক্ষণৰ প্ৰয়োজনীয়তা বৰকৈ অনুভৱ কৰা নাছিল। মানৱ সভ্যতাৰ বিকাশ বিস্তাৰৰ লগে লগে ভাৱৰ আদান-প্ৰদান বৃদ্ধি পোৱাত আজি প্ৰগতিশীল জাতিৰ ভাষা-সাহিত্যৰ প্ৰতি মানুহৰ সমাদৰ বৃদ্ধি পাইছে আৰু সেইদৰে ভাষাৰ বহল প্ৰসাৰ হৈছে। আধুনিক যুগত জগতৰ ৰাষ্ট্ৰসমূহৰ মাজত পৰস্পৰ সহায়-সহযোগ আৰু সহ-অৱস্থানৰ প্ৰয়োজনীয়তাই ভাষাৰ শিক্ষা আৰু প্ৰশিক্ষাৰ গুৰুত্ব দুগুণে বঢ়াইছে।

"আন্তঃৰাষ্ট্ৰীয় সমস্যাৰ উপৰি আমাৰ দেশৰ কথালৈ লক্ষ্য কৰিলেও সেই একে কথাই চকুত পৰে। ভাৰতীয় সাংবিধানিক স্বীকৃতি লাভ কৰা চৈধ্যটা ভাষাৰ উপৰি প্ৰত্যেক ৰাজ্যতে অনেক ভিন ভিন ভাষা-ভাষী লোকৰ বসতি। ৰাজ্যিক পৰ্যায়ত আমাৰ অসমৰ ৰাজ্যিক ভাষা অসমীয়া; কিন্তু পৰ্বতে-ভৈয়ামে অসমীয়াৰ বাহিৰে আৰু অন্য ভাষা-ভাষী অনেক লোক আছে। এই সকলোৰে মাজত ভাৱৰ আদান-প্ৰদানৰ দ্বাৰা মৈত্ৰী স্থাপনৰ একমাত্ৰ যোগসূত্ৰ ভাষা। ভাষাই আত্মীয়তাৰ বান্ধোন শকত কৰে। গতিকে ৰাজ্যিক পৰ্যায়ত ৰাজ্যৰ মূল ভাষাবোৰ আৰু ৰাষ্ট্ৰীয় পৰ্যায়ত আঞ্চলিক মূল ভাষাবোৰৰ শিক্ষা আৰু প্ৰশিক্ষা সমগ্ৰ দেশৰ আবেগিক ঐক্যৰ নিতান্ত প্ৰয়োজনীয়। ভাষাৰ এই শিক্ষা আৰু প্ৰশিক্ষাত ধ্বনি তত্বই এক বহল ভূমিকা গ্ৰহণ কৰে।"

অনাগত দিনত প্ৰজাতীয় ভাষায়ো আত্মপ্ৰতিষ্ঠা লাভ কৰি নতুন দিনত নতুন নতুন সাহিত্য সৃষ্টিৰে অগ্ৰগতিৰ সুদূৰপ্ৰসাৰী পথত ধাবিত হ'ব। ভাবী বংশধৰে যুগসাপেক্ষ ৰুচি-অভিৰুচিৰ অনুক্ৰমে সাহিত্য সৃষ্টিৰ উপাদানৰ আমূল পৰিবৰ্তন সাধন কৰিব। বিশ্বৰ উন্নত ভাষা-সাহিত্যৰ ধাৰাক অনুধাৱন বা আধাৰ কৰি ল'লেও প্ৰজাতীয় ভাষা-সাহিত্য অজানিতভাৱেই সাদৃশ্য-বৈসাদৃশ্যৰে আৰু সমন্বয়ৰ মাজেৰে অনুধাৱিত হ'ব। সাহিত্য সৃষ্টিৰ কোনো নিৰ্দিষ্ট পৰিসীমা থাকিব নোৱাৰে; সাহিত্য সৃষ্টি সদায় মুক্ত, ইয়াৰ পৰিধি দিগন্তপ্ৰসাৰী। ■

---

'প্ৰকাশ' : ষোড়শ বছৰ : দশম সংখ্যা : ১৯৯১ চনৰ সংখ্যাত প্ৰকাশিত : সম্পাদক

# জনগোষ্ঠীৰ স্বকীয় সত্ত্বা

লোক-সংস্কৃতিৰ অন্যতম শ্ৰেষ্ঠ উপাদান হৈছে ভাষা। ভাষাৰ ভিত্তিতে আজি বিভিন্ন জনগোষ্ঠীৰ স্বকীয় সত্ত্বাৰ কথা নিৰ্ভৰ কৰে।

অতীজৰ বিশাল বিস্তৃত উত্তৰ-পূব ভাৰতৰ এই ভূখণ্ডত বাস কৰা অষ্ট্ৰিক, মংগোলীয়, দ্ৰাবিড় আৰু আৰ্য আদি নামেৰে খ্যাত মূল জনগোষ্ঠীবোৰৰ স্বকীয় সত্ত্বাৰ পৰ্যালোচনাৰ ক্ষেত্ৰত ভাষাৰ প্ৰামাণ্য এক অকাট্য কথা। সেইবোৰ জনগোষ্ঠীয়ে আজি স্বকীয় ভাষাৰ বিকাশ আৰু উৎকৰ্ষ সাধনৰ প্ৰচেষ্টাত ৰক্ষণাবেক্ষণ তথা ৰাষ্ট্ৰীয় নিৰাপত্তা যিদৰে পাব লাগিছিল ঠিক সেইদৰে পোৱা নাই। আজি ৰাজকীয় উদাসীনতাৰ ফলত সাংবিধানিক ন্যায্য প্ৰাপ্যৰ পৰা নিশ্চয় তেওঁলোক বঞ্চিত হৈ চিৰদলিত-পতিত, নিষ্পেষিত-নিৰ্যাতিত জনগোষ্ঠী হিচাপে পৰিগণিত হৈ আহিছে আৰু সেই চিৰ-নিষ্পেষিতৰ কবলৰ পৰা আত্মৰক্ষা বিচাৰিবলৈ যাওঁতে আমাৰ সাতামপুৰুষীয়া সামাজিক ঐক্য-সম্প্ৰীতিৰ এনাজৰী নিশ্চয় ছিন্ন হৈ যোৱাৰ উপক্ৰম হৈছে।

আজি আমি যদি এই উত্তৰ-পূৰ্বাঞ্চলৰ অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া, ভাষা গঠনৰ প্ৰক্ৰিয়া, অসমৰ লোক-সংস্কৃতি গঠনৰ প্ৰক্ৰিয়াৰ কথা বিশ্লেষণ কৰি চাওঁ তেন্তে দেখিবলৈ পাম যে এই উত্তৰ-পূব প্ৰান্তৰ ভৌগোলিক পৰিবেষ্টনত বাস কৰা থলুৱা খিলঞ্জীয়া জনগোষ্ঠীবোৰে এদিন প্ৰাচীন অসমৰ লোক-সংস্কৃতিৰ বুনিয়াদ ৰচনা কৰিছিল।

তেওঁলোকে যুগ যুগ ধৰি তথাকথিত ৰাজনৈতিক হিতাকাংক্ষী নেতাসকলৰ শান্তিবাণী "জনজাতিসকল সংস্কৃতিৰ ক্ষেত্ৰত চহকী' বোলা কথাষাৰৰ 'অন্তৰ্নিহিত, ইয়াৰ ৰাজনৈতিক কূটনীতিৰ প্ৰকৃত অৰ্থ আজি বুজিব পাৰিছে সেয়ে তেওঁলোকে আজি মৰ্মে মৰ্মে উপলব্ধি কৰিছে যে তেওঁলোকৰ স্বকীয় সত্ত্বা ৰক্ষাৰ একমাত্ৰ সম্বল হৈছে ভাষা। স্বকীয় ভাষা ৰক্ষিত নহ'লে বিভিন্ন জনগোষ্ঠীৰ স্বকীয় সত্ত্ব' কেতিয়াও ৰক্ষা নপৰে।

সেই বিশ্বাসবাদী জনগোষ্ঠীবোৰৰ স্বকীয় ভাষা বিকাশ আৰু উৎকৰ্ষ সাধনৰ প্ৰচেষ্টাত ৰাষ্ট্ৰীয় উদাসীনতাই পদে পদে গণতান্ত্ৰিক সমৰ্বৰ্তনৰ অধিকাৰৰ পৰা তেওঁলোকক বঞ্চিত, লাঞ্ছিত কৰিছে ফলত তেওঁলোকে আজি বিক্ষুব্ধ হৈ উঠিছে

আৰু তেওঁলোকৰ এই চিৰ নিষ্পেষিত স্তূপীকৃত অন্তৰৰ জ্বালামুখী আগ্নেয়গিৰিৰ লাভাবোৰে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ জন্ম-যান্ত্ৰণাৰ স্ফুলিংগৰূপে আজি উদ্‌গীৰণ হ'ব ধৰিছে।

আজিও উত্তৰ-পূব প্ৰান্তৰ বিভিন্ন জনগোষ্ঠীৰ মাজত এশতকৈয়ো অধিক ভাষাৰ প্ৰচলন আছে। এইবোৰৰ ভিতৰত ১৯৭৭ চনলৈকে অসম চৰকাৰৰ স্বীকৃত ভাষাবোৰ হৈছে (১) বাংলা ভাষা, (২) হিন্দী, (৩) গাৰো, (৪) বড়ো, (৫) মণিপুৰী, (৬) নেপালী, (৭)মিজো, (৮) খাছী, (৯) মাৰ (১০) তেলেগু আৰু (১১) বিষ্ণুপ্ৰিয়া ভাষা। ১৯৮৬ চনত (১) কাৰ্বি, (২) মিচিং, (৩) ৰাভা ভাষাক স্বীকৃতি দিছে। ইয়াৰে আধুনিক ভাৰতীয় ভাষা (এম আই এল ) হিচাপে উচ্চ শিক্ষাৰ কলেজ পৰ্যায়ত স্বীকৃত হৈছে— বাংলা, হিন্দী, গাৰো, বড়ো, মণিপুৰী, খাছী, নেপালী, মিজো আৰু মাৰ ভাষা এম, ই পৰ্যায়ত প্ৰৱৰ্তিত হৈছে।

স্বায়ত্তশাসিত মিকিৰ হিল্‌ছ (পাহাৰ) জিলাত কাৰ্বি ভাষা চৰকাৰৰ স্বীকৃত ভাষা নহ'লেও জিলা পৰিষদৰ সাংবিধানিক ক্ষমতাৰ ভিত্তিত এল, পি পৰ্যায়ত প্ৰৱৰ্তিত হৈ আছে যদিও লিপি গ্ৰহণকে ধৰি পৰ্যায়ক্ৰমে প্ৰৱৰ্তন আৰু প্ৰয়োগৰ ক্ষেত্ৰত চৰকাৰৰ অনুমোদনৰ সাপেক্ষে প্ৰচলন কৰিবলৈ দিয়া নীতিটো বনৰীয়া হাতী কৌশলেৰে খেদি আনি গঁড়ালৰ ভিতৰত ভৰাই লৈ হাতী-চিকাৰ কৰাৰ দৰে এক ৰাজকীয় কূট-কৌশল মথোন। এই প্ৰসংগত কাৰ্বি আংলঙৰ লব্ধপ্ৰতিষ্ঠিতি লেখক ছাংছিং হাঞ্চেই "আজি সমগ্ৰ ৰাইজৰ লগতে আচৰিত হৈছো যে সুদীৰ্ঘ ত্ৰিশ বছৰে কোটি কোটি টকাৰ বিভিন্ন উন্নয়নমূলক আঁচনি প্ৰস্তুত কৰিও কঁকালৰ লেংটিডাল কঁকালতে থাকিল। দাৰিদ্ৰতাৰ বাবে মূৰত থাং লৈ অন্নৰ বাবে ওলাই অহা কাৰ্বি তিৰোতাক দেখিলে চকুপানী ওলায়" বুলি আক্ষেপেৰে লেখা কথাষাৰ সেই জনগোষ্ঠীৰ শিক্ষা-দীক্ষা, ভাষা-সাহিত্য-সংস্কৃতি আৰু অৰ্থনৈতিক দিশত বেদনাদায়ক মৰ্মস্পৰ্শী আৰু অতীৱ তাৎপৰ্যপূৰ্ণ।

আজিৰ জগতত ভাষা সমস্যাটো অন্যতম প্ৰধান সমস্যা আৰু জনজাতি লোকৰ বাহিৰে হয়তো অন্য লোকে সেই ভাষাগত চৰম সমস্যাটোৰ কথা গভীৰভাৱে উপলব্ধি কৰিব পৰা নাই। আমাৰ বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন ভাষা-ভাষীৰ লোকে স্বকীয় ভাষাৰ স্বীকৃতি কামনা কৰাটো স্বাভাৱিক।

আজিৰ এই প্ৰবন্ধটো ১৯৮২ চনত ভাষা বুলিলে প্ৰধানত (১) বড়ো ভাষা, (২) মিচিং, (৩) ৰাভা, (৪) কাৰ্বি, (৫) ডিমাছা, (৬) দেউৰী আৰু (৭) তিৱা আদি ভাষাকে বিশেষকৈ বুজায়। ইয়াৰ ভিতৰত বড়ো ভাষাৰ বাহিৰে উপৰোক্ত ছটা ভাষাই আজিও স্বীকৃতি নোপোৱাটো এটা বুজিব নোৱাৰা সাঁথৰ, এটা ৰহস্যপূৰ্ণ প্ৰশ্নবোধক চিহ্ন হৈয়ে আছে।

এই প্ৰসংগত এটা কথা উল্লেখ কৰিলেই সমগ্ৰ জনজাতিৰ ভাষা প্ৰচলন সম্পৰ্কে মেৰ-পাক লগা সমস্যাবোৰৰ তাৎপৰ্য বুজিব পাৰিব। যোৱা ১৯৭৯ চনত অসমৰ জনজাতিৰ ভিতৰত দ্বিতীয় সংখ্যাগৰিষ্ঠ মিচিং ভাষা প্ৰাথমিক পৰ্যায়ত প্ৰচলনৰ কাৰণে চৰকাৰী পৰ্যায়ত কোন কোন মহকুমাত কিমান স্কুলত কিমান মিচিং ছাত্ৰ-ছাত্ৰী আছে তাৰ এটা 'দাতা', তথ্যপাতি বিচৰা হৈছিল আৰু তাৰ বিভাগীয় উত্তৰত উজনি অসমৰ এখন মহকুমাৰ ডেপুটি ইন্সপেক্টৰ অৱ স্কুলছে যিখন মহকুমাত অসংখ্য মিচিং গাঁৱত অসংখ্য প্ৰাইমাৰী স্কুল আছে অথচ সেইখন মহকুমাৰ মিচিং ছাত্ৰ-ছাত্ৰীৰ সমীক্ষাৰ উত্তৰত লিখিতভাৱে জনাইছিল "ডেয়াৰ ইজ নৌ মিচিং ষ্টুডেণ্ট ৰিদিং ইন এনি প্ৰাইমাৰী স্কুল অৱ দিছ ছাব-ডিভিজন, এছ চাছ ডেয়াৰ ইজ নৌ স্কপ্ ফৰ্ ইণ্ট্ৰডাকচন অৱ মিচিং লেংগুৱেজ, এট্ দি প্ৰাইমাৰী ষ্টেড অৱ এডুকেচন'। সেয়া জানো দাতাই দিলেও বিধাতাই নিদিয়াৰ জ্বলন্ত সাক্ষী নহয়? সেয়া জানো কৰ্তৃত্বশীলমহলৰ উদাসীনতাৰ চৰম নিদৰ্শন নহয়?

অভিধানৰ মতে ইংৰাজী ট্ৰাইবেল শব্দটোৱে আদিম প্ৰিমিটিভ ছ'চাইটিৰ মানুহকে প্ৰকৃততে বুজায় বা ইংগিত কৰে। জনজাতি শব্দটোৱে উপ-জাতিকে বুজায়, সেয়ে জনজাতি শব্দটোকে ইন্‌ফিৰিয়ৰিটি নীচাত্মিকা বহীনতা-নিম্নতাৰ ভাৱত এক শ্ৰেণীৰ লোকে ব্যৱহাৰ কৰাটো এক আধুনিক উচ্চাত্মিকা আভিজাত্যৰ এটা ঢং নহয় জানো? সেয়ে খিলঞ্জীয়া লোক হিচাপে জনজাতি লোকসকলে এই ইন্‌ফিৰিয়ৰিটি কমপ্লেক্সৰ কথাও আজি উপলব্ধি কৰিছে।

ভাৰতীয় সংবিধানত যদিও সকলোবোৰ জনগোষ্ঠীৰ স্বকীয় আচাৰ-ৰীতি, ভাষা-সংস্কৃতি ৰক্ষাৰ কাৰণে সাংবিধানিক অধিকাৰ দিয়া আছে সেইটো প্ৰকৃততে ৰক্ষাকবচ নহয় এটা পোহনীয়া হাবমাল বগা হাতীহে। এই প্ৰসংগত জনজাতিসকল বিক্ষুব্ধ হোৱাৰ অন্য এটা কাৰণ হৈছে জনজাতিসকলৰ ভাষা-সাহিত্য-সংস্কৃতি অনুষ্ঠানবোৰৰ লগত পোনপটীয়াকৈ বিভাগীয় কৰ্তৃপক্ষৰ লগত ৰাজ্যিক চৰকাৰৰ, ৰাজ্যি চৰকাৰৰ লগত কেন্দ্ৰৰ বিভাগীয় অনুষ্ঠানৰ, কেন্দ্ৰৰ বিভাগৰ অনুষ্ঠানৰ লগত কেন্দ্ৰীয় চৰকাৰৰ কোনোধৰণৰ ওতঃপ্ৰোত বা সৌহাৰ্দ্যপূৰ্ণ সম্পৰ্ক নাই, সকলোবোৰ সাংগঠনিক দিশত এক বিভ্ৰান্তিময়ে বিৰাজ কৰিছে আৰু জনজাতিৰ সৰ্বাংগীণ উন্নতি প্ৰকৃততে এটা শ্লʼগানহে, উন্নতিৰ সোপান নহয়।

যোৱা ১৯৬০ চনতে পলমকৈ হʼলেও অসমৰ ৰাজ্যিক ভাষা অসমীয়া হোৱাটো এক শুভ লক্ষণ কিন্তু ১৯৮২ চনলৈকে ইয়াৰ কোনো কাৰ্যকৰী নোহোৱাটো অসমীয়াৰ জাতীয় সত্বাৰ অপমৃত্যু নে? জাতীয় চেতনাৰ বিলুপ্তিৰ পূৰ্ব লক্ষণ নে? অসমীয়া জাতিৰ সংহতিকামী, অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ

হিতাকাংক্ষী তথা কথিত ৰাষ্ট্ৰৰ নেতাসকলৰ নৈতিক দুৰ্বলতা আমি তাক আজিও বুজিব পৰা নাই।

অসমীয়া ভাষা মূলতে সংস্কৃত মাতৃমূলীয় ভাষা হ'লেও ইয়াক বিভিন্ন থলুৱা খিলঞ্জীয়া ভাষাবোৰৰ বিভিন্ন ভাষাগত উপাদানৰাজিয়ে সমৃদ্ধ কৰি ইয়াৰ সৌষ্ঠৱ বঢ়াই সৰ্বাংগ সুন্দৰ কৰিছে। অসমীয়া ভাষা যে আজিও উত্তৰ-পূৰ্বাঞ্চলৰ একমাত্ৰ জনসমাজৰ জনসংযোগী ভাষা তাক কোনেও নুই কৰিব নোৱাৰে। কিন্তু কেন্দ্ৰীয় চৰকাৰৰ ভ্ৰষ্টাচাৰী ভাষা নীতি আৰু ওচৰ-চুবুৰীয়া ৰাজ্যবোৰৰ পৰিৱেশৰ কথা উপলব্ধি নকৰা অদূৰদৰ্শিতাৰ ফলতে নতুনকৈ বিভাজন হোৱা ৰাজ্যবোৰৰ মাজত উমৈহতীয়া অসমীয়া ভাষাৰ সম্পৰ্ক আজি ক্ৰমাত ম্লান হৈ পৰিছে কিন্তু এই লক্ষণ উত্তৰ-পূৰ্বাঞ্চলৰ কাৰণে এক অশুভ লক্ষণ।

আমি জানো যে দিল্লী সকলো ৰাজ্যৰ কাৰণে সমান দূৰত্বত। কোনো ৰাজ্যৰ কাৰণে ওচৰত বা কোনো ৰাজ্যৰ কাৰণে দূৰত্বৰ হ'ব নোৱাৰে কিন্তু কাৰ্যত দেখা যায় 'খেনোক দেখি ৰান্ধে বাঢ়ে খেনোক দেখি দুৱাৰ মাৰে' এনে নৈতিক দুৰ্বলতাও দিল্লীৰ নোহোৱা নহয় যাৰ ফলত জনজাতিৰ সমস্যা সমাধান এক অলীক কল্পনাৰ আঁচনিত পৰিণত হৈছে। পঢ়ি পঢ়ি কৰা পৰিকল্পনাবোৰ অবাস্তৱ স্ল'গানহে হৈছে মাথোন আৰু উন্নয়নৰ প্ৰত্যেক ক্ষেত্ৰতে বিভ্ৰাট আনিছে।

এই প্ৰসংগত আমি সকলো ওচৰ-চুবুৰীয়া ৰাজ্যৰ পাৰস্পৰিক সামাজিক ঐক্য-সম্প্ৰীতি আৰু সান্নিধ্যৰ পৰিৱেশৰ প্ৰতি লক্ষ্য ৰাখি বিভিন্ন জনগোষ্ঠীৰ থলুৱা খিলঞ্জীয়া ভাষাবোৰৰ পৰা গ্ৰহণযোগ্য শব্দৰাজিৰ প্ৰতি মনোনিৱেশ কৰি যথাসাধ্য সংগ্ৰহেৰে নতুন পৰিভাষাৰ পুথি তথা নতুন অসমীয়া অভিধান ৰচনাত সন্নিৱিষ্ট কৰাটো নিতান্ত বাঞ্ছনীয় তেতিয়া অসমীয়া ভাষাই সকলোৰে মাজত উমৈহতীয়া ভাষা হিচাপে প্ৰভাৱ বিস্তাৰ কৰিব পাৰিব, শব্দৰ ভঁৰালো চহকী হ'ব আৰু বিভিন্ন জনগোষ্ঠীৰ পাৰস্পৰিক আদান-প্ৰদান ভাব-বিনিময়ৰ মাধ্যমেৰে সামাজিক সম্পৰ্ক নিবিড় কৰি তুলিব পাৰিব বুলি আমাৰ দৃঢ়বিশ্বাস।

## (দুই)

কেন্দ্ৰীয় চৰকাৰৰ ভাষানীতিৰ কথা পৰ্যালোচনা কৰি চালে দেখা যায় যে তেওঁলোকৰ কেৰোণ লগা ভাষানীতিৰ বলি হৈছে জনজাতিসকল আৰু আজি বাস্তৱত তেওঁলোকৰ অদূৰদৰ্শিতাৰ জ্বলন্ত প্ৰমাণ পৰিলক্ষিত হৈছে।

ত্ৰিভাষা সূত্ৰ মানে (১) মাতৃভাষা, (২) আন্তৰ্জাতিক ভাষা বা লিংৱে ফ্ৰেংগুৱেজ ইংৰাজী, (৩) ৰাষ্ট্ৰীয় বা ভাৰতীয় ভাষা হিন্দী। ইয়াত আঞ্চলিক

ভাষাবোৰৰ প্ৰতি কোনো প্ৰাধান্য দিয়া হোৱা নাই, কোনো নিৰৱচ্ছিন্ন বা অপৰিহাৰ্য সম্পৰ্ক ৰক্ষা কৰা পৰিলক্ষিত হোৱা নাই। এই প্ৰসংগত উল্লেখ কৰা ভাল হ'ব যে যিটো কথা আমাৰ মাজত এতিয়াও স্পষ্টকৈ জনা-জানি হোৱা নাই যিটো বিভ্ৰাট ত্ৰিভাষা সূত্ৰৰ প্ৰতিক্ৰিয়াই আমাৰ মাজত আনি দিছে।

অসমৰ যিবোৰ জনগোষ্ঠীয়ে ত্ৰিভাষা সূত্ৰৰ নীতি গ্ৰহণ কৰি মাতৃভাষাৰ মাধ্যমেৰে পৰ্যায়ক্ৰমে শিক্ষা দি আহিছে সেইবোৰ জনগোষ্ঠীৰ শিক্ষাৰ্থীয়ে অসমীয়া ভাষা নপঢ়াকৈ আৰু অসমীয়া আখৰৰ লগত পৰিচিত নোহোৱাকৈ মেট্ৰিক পাছ কৰি কলেজৰ দুৱাৰডলিত উপস্থিত হৈছেহি আৰু উচ্চশিক্ষাৰ মাধ্যমৰ ক্ষেত্ৰত আকৌ এক নতুন সমস্যাৰ সূচনা হৈছে। উদাহৰণস্বৰূপে মাৰ ভাষা, গাৰো ভাষাৰ কাৰণে ৰোমান লিপি আৰু বড়ো ভাষাৰ কাৰণে দেৱনাগৰী লিপি ত্ৰিভাষা সূত্ৰৰ নীতিগত শিক্ষানীতি মানি গ্ৰহণ কৰা পৰিণামত এনে এটা বিভ্ৰাট আজি পৰিলক্ষিত হৈছে। অন্যহাতেদি যিবোৰ অঞ্চল বিশেষত বিভিন্ন জনগোষ্ঠীৰ মাজত ত্ৰিভাষা সূত্ৰ গ্ৰহণ কৰি মাতৃভাষাৰ মাধ্যমেৰে পৰ্যায়ক্ৰমে শিক্ষা দিব পৰা পৰিৱেশ নাই তেনে জনজাতি অঞ্চল বিশেষত মাধ্যম লৈ এক বিভ্ৰাট সৃষ্টি হৈ আছে, তেনে অঞ্চলবোৰৰ জনজাতি শিক্ষাৰ্থীয়ে আজি আঞ্চলিক ভাষাৰ মাধ্যম গ্ৰহণ কৰিবলৈ প্ৰাথমিক পৰ্যায়ৰ পৰা আঞ্চলিক ভাষাৰ লগত সম্পৰ্ক নৰখাৰ ফলতে এনেবোৰ বিভ্ৰাট আহি পৰিছে।

যোৱা ১৯৭২ চনৰ পৰা অসমীয়া ভাষাক উচ্চশিক্ষাৰ মাধ্যম হিচাপে প্ৰচলন কৰিছে কিন্তু যি বুজন পৰিমাণৰ বিভিন্ন জনগোষ্ঠীৰ শিক্ষাৰ্থীয়ে ত্ৰিভাষা সূত্ৰৰে শিক্ষা গ্ৰহণ কৰি অসমীয়া নপঢ়াকৈ মেট্ৰিক পাছ কৰি কলেজ পাইছেগৈ তেওঁলোকৰ কাৰণে ইংৰাজী মাধ্যমৰ বাহিৰে নিশ্চয় অন্য মাধ্যমৰ গত্যন্তৰ নাই সেয়া হৈছে মাধ্যম লৈ উদ্ভৱ হোৱা বিভ্ৰাট। গতিকে ইংৰাজী মাধ্যমক আকৌ প্ৰাধান্য দিবলৈ ত্ৰিভাষা সূত্ৰই আমাক বাধ্য কৰিছে।

আমি অকাট্য যুক্তিৰে প্ৰমাণ দি আহিছো যে অন্য ৰাজ্যত ত্ৰিভাষা সূত্ৰ প্ৰযোজ্য হ'লেও ১৯৮২ চনৰ অসমৰ ক্ষেত্ৰত অন্ততঃ ত্ৰিভাষা সূত্ৰ প্ৰযোজ্য নহয় বৰঞ্চ চতুঃভাষা বা চাৰিটা ভাষা বাধ্যতামূলকভাৱে শিকোৱা অনুকূল পৰিৱেশৰ ভাষানীতিহে প্ৰযোজ্য। আমি বাস্তৱ দৃষ্টিভংগীৰে চাবলৈ গ'লে (১) মাতৃভাষা, (২) আঞ্চলিক ভাষা, (৩) ইংৰাজী ভাষা, (৪) হিন্দী ভাষা আজি আমাৰ ভৌগোলিক পৰিৱেশৰ কাৰণে অপৰিহাৰ্য ভাষা, ইয়াৰ কোনোটো ভাষাকে শৈক্ষিক ভাষাৰ পৰা পৰিত্যাগ কৰি চলিব নোৱাৰো অথচ তাৰ প্ৰতি বিপৰীত কোনো দূৰদৰ্শিতা নাই। অসম ৰাজ্যত চতুঃ ভাষা সূত্ৰ প্ৰবৰ্তন আৰু মাধ্যম সমস্যা

সমাধানৰ ক্ষেত্রত এটাই মাথোন উপায় হৈছে প্রাথমিক পর্যায়ৰ পৰাই বাই লেংগুৱেল বা দ্বিভাষাত দুটা ভাষাৰ মাধ্যমেৰে অর্থাৎ মাতৃভাষা আৰু আঞ্চলিক ভাষাৰ মাধ্যমেৰে পর্যায়ক্রমে শিক্ষা দি মাধ্যমিক পর্যায়ৰ শিক্ষাৰ পাঠ্যক্রমৰ মানদণ্ড তথা শিক্ষাৰ ঘাইসুঁতিৰ লগত খাপ খুৱাই চাৰিটা ভাষা শিকোৱাৰ নতুন পাঠ্যক্রম প্রৱর্তন কৰা। আজিও কর্তৃপক্ষ তথা কেন্দ্রীয় চৰকাৰে এইক্ষেত্রত সুবিবেচনাৰে বা দূৰদৃষ্টিৰে কোনো কার্যকৰী ব্যৱস্থা লোৱা পৰিলক্ষিত হোৱা নাই। মাথোন আনুষ্ঠানিকভাৱে চৰকাৰী পর্যায়ত সর্বভাৰতীয় ভাষা-গৱেষণাৰ কেন্দ্র চেণ্ট্রেল ইন্‌ষ্টিটিউট অব ইণ্ডিয়ান লেংগুৱেজেছ, মহীশূৰে যোৱা ১৯৭৬ চনতে গুৱাহাটীত এখন ছেমিনাৰ-আলোচনাচক্র আয়োজন কৰি বিষয়বস্তু পর্যালোচনা কৰি সেই সময়ৰ অসমৰ ৰাজ্যিক চৰকাৰৰ ওচৰত উত্থাপন কৰিছিল আৰু অসম চৰকাৰেও অসমত দ্বিভাষাৰ মাধ্যমৰ কথাটো নীতিগতভাৱে মানি লৈছিল, কিন্তু ই আজিও কার্যকৰী নোহোৱাত আমাৰ পুৰণি ভাষা সমস্যা তথা মাধ্যম সমস্যাক আকৌ এক নতুন জটিল সমস্যালৈ ৰূপান্তৰিত কৰি ৰঙাফিটাৰ মেৰপাকৰ সূতা, মঁহুৰাৰসূতাৰ মেৰপাকত আঁত হেৰুৱাই জোৰা দিবলৈ মূৰ বিচাৰি নাপাই নীৰৱ-নিস্তব্ধ হাড়-চেঁচা শ্মশানৰ নিস্তব্ধতাৰে অস্থিৰ চৰকাৰৰ কাগজৰ দমত এচুকত হয়তো ফচিল হৈ পৰি আছে। আমাৰ দেশৰ ভুল আঁচনিৰ পৰিণামত দিনক দিনে আমাৰ মাজত নতুন নতুন বিভ্রাট সৃষ্টি হ'ব ধৰিছে যাৰ ফলত অসমৰ অস্তিত্ব তথা বৃহত্তৰ স্বার্থত জাতীয় সংহতিৰ পৰিবর্তে বিসংহতিয়ে জনমানসত শিপাবলৈ সুবিধা পাইছে।

অসমৰ জনজাতিসকল আজি বিশেষকৈ, সাংস্কৃতিক আৰু অর্থনৈতিক দিশত দুদোল্যমান অবস্থাত উপনীত হৈছে। আজি চিন্তাশীল আৰু সচেতন জনজাতিসকলে 'আমাৰ বাট কেনি' বুলি নতুনকৈ শ্ল'গান দিবলৈ বাধ্য হৈছে।

জনজাতিৰ কাৰণে উন্নয়নমূলক আঁচনি, শিক্ষা প্রসাৰ, সাংস্কৃতিক চর্চা, অর্থনৈতিক উন্নয়ন আদিৰ কাৰণে নতুনকৈ সৃষ্টি কৰা চাকৰিবোৰত অজনজাতি আৰু জনজাতিৰ সমস্যা বুজি নোপোৱা লোকেৰে পূৰণ কৰাৰ ফলত কোনোক্ষেত্রতে আঁচনিবোৰ সঠিকভাৱে ৰূপায়িত হোৱা নাই, মাথোন কাগজে-পত্রই জনজাতিৰ উন্নতি চৰম সীমাত উপনীত হৈছেগৈ।

ভাৰতীয় সংবিধানে সাংবিধানিক অধিকাৰেৰে জনজাতিসকলক আপ্লুত কৰিছে সঁচা কিন্তু প্রয়োগৰ ক্ষেত্রত কূট-কৌশলে সমবর্তনৰ পৰা বঞ্চিত কৰি আহিছে। আজি ১৯৮২ চনৰ পৰা পুনৰ ১৮২৬ চনৰ আগলৈ উভতি চাবলৈ বাধ্য হৈছে। আজি জনজাতিসকলে তেওঁলোকৰ স্বকীয় সত্তা জীয়াই ৰাখিবৰ কাৰণে

ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ জন্ম বেদনাৰ অপেক্ষাৰত। সেই জন্ম-যন্ত্ৰণাৰ কথা আমি গভীৰভাৱে উপলব্ধি কৰিব পৰা নাই। মুক্ত আকাশৰ উৰণীয়া চৰাইজাকৰ দৃষ্টিত তেওঁলোক নিশ্চয় দায়বদ্ধ কিন্তু বাস্তৱ দৃষ্টিভংগীত আমিহে অপৰিনামদৰ্শী।

উত্তৰ-পূৰ্বাঞ্চলৰ বিক্ষুব্ধ জনতাৰ বিকট চিঞৰৰত বোবা সংবিধানে কথা কলে আৰু জন্ম হ'ল ক্ষুদ্ৰ ক্ষুদ্ৰ বহুবোৰ ৰাজ্য। ৰাজনৈতিকভাৱে আমি বিভাজিত হ'লো কিন্তু সমস্যাৰ আঁত নিছিগিল। সামাজিক সম্পৰ্ক একেই থাকিল, কাকো কোনেও এৰি চলিব পৰা নাই, ভৱিষ্যতেও হয়তো নোৱাৰিম।

আমি অতীজৰ পৰা চিঞৰি আহিছিলো— "সাংস্কৃতিক বিনিময়ে আমাৰ ঐক্য-সম্প্ৰীতি তথা জাতীয় সংহতি ৰক্ষা কৰাত অৱদান যোগায়, সামাজিক আত্মীয়তা তথা ভ্ৰাতৃত্ব আনি দিয়ে, সাংস্কৃতিক বিনিময়ে ঐক্য-সম্প্ৰীতি স্থায়ী কৰে' কিন্তু আজি সেই মতবাদৰ সলনি হৈছে আজি পৰিস্থিতিৰ পৰিপ্ৰেক্ষিততে আৰু ৰাজনৈতিক পটভূমিকাতে উক্ত কথাৰ সাৰ্থকতা উপলব্ধি কৰাৰ দিন উপস্থিত হৈছে।

আজি আমাৰ সমস্যা সমাধানত সাম্যমৈত্ৰী সমৱৰ্তনৰ বাহিৰে অন্য পথ নাই। আজিৰ ৰাজকীয় ভিত্তি হ'ব লাগিব মূলতঃ সমৱৰ্তন। পেটত তিতা গামোছা বান্ধি কোনো জনগোষ্ঠীয়ে দেশৰ বৃহত্তৰ স্বাৰ্থৰ কথা চিন্তা কৰিব নোৱাৰে জনগোষ্ঠীৰ সত্তা জীয়াই ৰাখিব নোৱাৰে। ■

---

*কোন কাকতত প্ৰকাশিত হৈছিল ৰেকৰ্ড নাই কিন্তু 'উকথা পঁজা'ত থাকোতে ২-৮-৮০ তাৰিখে প্ৰবন্ধটো সম্পূৰ্ণ কৰিছে ঃ সম্পাদক*

# জনজাতীয় ভাষাৰ অৱস্থা আৰু সমস্যাৱলীৰ এক সমীক্ষা

মানৱ সমাজৰ উত্থান-পতনৰ লগতে যুগৰ বুকুত সৃষ্টি হোৱা সমস্যাৱলীৰ ভিতৰত ভাষা-সাহিত্যৰ সমস্যাও অন্যতম চিৰন্তন সমস্যা। সমাজৰ সৃষ্টি স্থিতি ধ্বংসৰ লগত আমাৰ ভাষা-সাহিত্যৰ ওতঃপ্ৰোত সম্পৰ্ক।

পৃথিৱীত বাস কৰা সকলো জাতি-উপজাতিৰে একোটাকৈ স্বকীয় মাত-কথা বা ভাষা আছিল। আজি ইয়াৰে কিছুমানৰ মাত-কথা প্ৰচলিত হৈ আছে আৰু কিছুমানৰ মাত কালৰ সোঁতত মাৰ গৈছে আৰু কিছুমান জনগোষ্ঠীৰ ভাষাৰ স্থান-কাল ভেদে পাৰিপাৰ্শ্বিক প্ৰভাৱত পৰি আকৌ নতুনকৈ গঢ় লৈ উঠিছে তেনেভাৱে নতুনকৈ গঢ় লৈ উঠা ভাষাসমূহৰ ভিতৰত অসমৰ জনজাতিসকলৰ ভাষাসমূহকো উল্লেখ কৰিব পাৰি।

বিশাল ভাৰতবৰ্ষৰ ভাষাসমূহৰ কথাবিশদভাৱে পৰ্যালোচনা কৰি চালে পাম যে ভাৰতবৰ্ষতে আজিও ১৭৫ টা ভাষা আৰু ৫৪৪টা কথিত ভাষা বা দোৱান প্ৰচলিত হৈ আছে আৰু অসমত থকা বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন ভাষা-উপভাষাসমূহ ইয়াৰ অন্তৰ্ভুক্ত।

যোৱা ১৯৬১ চনৰ লোকপিয়লৰ হিচাপত জনজাতীয় লোকৰ সংখ্যা ১১, ৬৪,৬৪১ জন আৰু জনজাতীয় ভাষাৰ ক্ষেত্ৰত মাথোন ছটা ফৈদৰ হিচাপ দেখুওৱা হৈছে। আন এখন নথি-পত্ৰত অসমৰ পৰ্বত-ভৈয়ামৰ জনজাতীয় গোষ্ঠীসমূহৰ ভিতৰত ৩৬টা ফৈদৰ কথা প্ৰকাশ কৰিছে। ইয়াৰ ভিতৰত তালিকাভুক্ত নোহোৱা কিছুমান ফৈদ থাকি গৈছে, লোকপিয়লৰ হিচাপত তালিকা-ভুক্ত নোহোৱা কিমান যে জনজাতীয় লোকৰ সংখ্যা থাকি গৈছে আৰু বিভিন্ন ভাষা-ভাষীৰ কিমান ভাষা-তালিকাভুক্ত নোহোৱাকৈ থাকি গৈছে তাক সঠিকভাৱে কোৱা টান। গতিকে লোকপিয়ল, অন্যান্য চৰকাৰী নথি-পত্ৰত দেখুৱা জনজাতীয় ভাষা বিভাগ জনগোষ্ঠীৰ হিচাপ আৰু লোকপিয়লত দেখুওৱা কোনোটোৱেই শুদ্ধ হিচাপ বুলি ধৰিব নোৱাৰি।

কোনো এটা ভাষাৰ বিকাশ সাধন কৰি উন্নত পৰ্যায়ৰ সাহিত্য ৰচনা

কৰিবলৈ হ'লে কেইটামান মৌলিক উপাদানৰ কিছু অভাৱ পৰিলক্ষিত হয় আৰু বিশেষকৈ এনেবোৰ উপাদানক কেন্দ্ৰ কৰি নানাধৰণৰ ভাষা-সমস্যাৰ সৃষ্টি হৈছে। এইবোৰৰ ভিতৰত প্ৰধানকৈ জনজাতীয় ভাষাত ব্যৱহৃত হোৱা ধ্বনিবোৰ সুস্পষ্টভাৱে প্ৰকাশ কৰিব পৰা বৰ্ণমালা, প্ৰতিভাৱান আৰু দক্ষ লেখক লেখিকা, এখন বহল পঢ়ুৱৈ সমাজ, প্ৰকাশক আদিৰ সমস্যাবোৰ উল্লেখযোগ্য।

আমি লিপি সংক্ৰান্তৰ কথাবোৰ ফঁহিয়াই চালে পাওঁ যে মানুহে মনৰ ভাব লিখি প্ৰকাশ কৰিবৰ কাৰণে সৃষ্টি কৰা লিপি বা চিহ্নবোৰ একোটা ভাষাৰ ধ্বনি প্ৰকাশৰ মাধ্যম মাথোন। আজি পৃথিৱীত যিমানবোৰ ভাষা-উপভাষা আছে তাৰ ভিতৰত লিপিক লৈ বহুধৰণৰ ভাষা-সমস্যাৰ সৃষ্টি হৈছে। ইয়াৰে কিছুমান ভাষাৰ স্বকীয় লিপি আছে আৰু কিছুমানৰ স্বকীয় লিপি নাই বা আজিও উদ্ধাৰ হোৱা নাই। সেই স্বকীয় লিপি উদ্ধাৰ নোহোৱা ভাষাবোৰৰ ভিতৰত অসমৰ জনজাতীয় ভাষাবোৰো পৰে কিন্তু অতীজত যে সেইবোৰ ভাষাৰ স্বকীয় লিপি নাছিলসেই কথা সঠিকভাৱে জনা নাযায়।

বৰ্তমান ভাষা বিকাশৰ কাৰণে মূল অসমীয়া ভাষাৰ বৰ্ণমালাৰ পৰা জনজাতীয় ভাষাৰ ধ্বনিৰ লগত সাদৃশ্য থকা কিছুমান বৰ্ণ গ্ৰহণ কৰি আৰু তাৰ লগতে আৱশ্যকমতে ধ্বনি প্ৰকাশ কৰিব পৰা নতুন চিহ্ন সংযোগ কৰি বিভিন্ন জনগোষ্ঠীৰ জনজাতীয় লোকে স্বকীয় ভাষাত কিতাপ-পত্ৰও প্ৰকাশ কৰিছে। আজিও যদি অসমীয়া ভাষাৰ লিপিৰে জনজাতীয়সকলৰ ব্যৱহৃত আটাইবোৰ ধ্বনি প্ৰকাশ কৰিব পৰা হ'লে অসমীয়া ভাষাৰ লিপিকে উমৈহতীয়া লিপি হিচাপে গ্ৰহণ কৰাত কাৰো আপত্তি হয়তো নাথাকিলহেঁতেন। কিন্তু আজি বহু বছৰ ধৰি কৰা পৰীক্ষা-নিৰীক্ষাৰ পৰা দেখা গৈছে যে জনজাতীয় ভাষাৰ শতকৰা পঞ্চাশ ভাগতকৈ অধিক শব্দৰ ধ্বনি প্ৰকাশ কৰিবলৈ মূল অসমীয়া ভাষাৰ বৰ্ণমালা যথেষ্ট নহয়। আনহাতে চলিত অসমীয়া ভাষাৰ বৰ্ণমালাৰ আটাইবোৰ বৰ্ণধ্বনি প্ৰকাশৰ কাৰণে মূল অসমীয়া ভাষাৰ লিপি সম্পূৰ্ণ সক্ষম বুলি ভাবিব নোৱাৰি।

এনেবোৰ কাৰণতে কিছু জনজাতীয় ভাষা-ভাষী লোকে স্বকীয় ভাষাৰ ধ্বনিসমূহ অসমীয়া ভাষাৰ লিপিৰে সম্পূৰ্ণ প্ৰকাশ কৰাটো সম্ভৱ নহয় বুলি ভাবি পোনপটীয়াকৈ অসমীয়া ভাষাৰ লিপি গ্ৰহণ কৰাত অনিচ্ছা প্ৰকাশ কৰে আৰু ই স্বাভাৱিক কথা। আমি লিপি গ্ৰহণৰ সমস্যাৰ পৰিপ্ৰেক্ষিতত জনজাতীয় ভাষাৰ লিপি গ্ৰহণ আৰু সমস্যা সমাধানৰ ক্ষেত্ৰত প্ৰধানকৈ ভাষাগত বৈশিষ্ট্যলৈ লক্ষ্য ৰাখি বিজ্ঞানসন্মতভাৱে এইবোৰ ভাষাৰ লিপি গ্ৰহণ কৰাটো ভৱিষ্যতৰ কাৰণে সকলোৰে নিৰাপদজনক বুলি ভাবোঁ।

আজি স্বকীয় লিপি নথকা ভাষাবোৰৰ ক্ষেত্ৰত, বিশেষকৈ জনজাতীয় ভাষা বিকাশৰ ক্ষেত্ৰত লিপি গ্ৰহণৰ সমস্যা সঁচাকৈ এটা প্ৰধান জটিল সমস্যাৰ ৰূপ ধাৰণ কৰিছে আৰু তলত উল্লেখ কৰি বিষয়বোৰলৈ দৃষ্টি ৰাখি লিপি নিৰ্ধাৰণ কৰাটো উচিত হ'ব বুলি ভাবো।

(১) যি লিপি গ্ৰহণ কৰিলে স্বকীয় ভাষা শুদ্ধকৈ লিখি প্ৰকাশ কৰিব পাৰি, (২) যি লিপি গ্ৰহণ কৰিলে নিজৰ ভাষাটোৰ উপৰিও আন চহকী ভাষা অনায়াসে লিখিব আৰু পঢ়িব পৰা যোগ্যতা আপোনা-আপুনি আহে, (৩) যি লিপি গ্ৰহণ কৰিলে আঞ্চলিক ভাষাৰ সান্নিধ্য লাভ কৰি পৰস্পৰৰ মাজত সামাজিক সংযোগ ঘটাই আত্মীয়তা, ভাতৃত্বৰ সৎভাবেৰে অনুপ্ৰাণিত হৈ ঐক্য-সম্প্ৰীতি তথা জাতীয় সংহতি গঢ়ি তোলাত বিপুল প্ৰভাৱ বিস্তাৰ কৰিব পাৰে তেনে নিবিড় সম্পৰ্ক থকা লিপিকেই স্বকীয় ভাষাৰ লিপি হিচাপে আৰু আৱশ্যক হ'লে সেই বৰ্ণবোৰকেই যোগ-বিয়োগ কৰি বিশেষ বিশেষ ধ্বনি প্ৰকাশ কৰিবলৈ চিহ্ন ব্যৱহাৰেৰে গ্ৰহণ কৰা বাঞ্ছনীয়।

আমি জনাত আজি বহু বছৰ ধৰি বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন ভাষা-ভাষী লোকে স্বকীয় ভাষাক লিখিত অৱস্থালৈ আনিবৰ কাৰণে ৰোমান লিপি আৰু অসমীয়া ভাষাৰ লিপিক লৈ বহুতো পৰীক্ষা-নিৰীক্ষা চলায়ে আছে। জনজাতিসকলৰ বিভিন্ন ভাষা-ভাষী, ভাষা-সাহিত্যৰ অনুষ্ঠানবোৰ আনুষ্ঠানিকভাৱে লিপি গ্ৰহণৰ কথাটো এটা সিদ্ধান্ত কৰি ঘোষণা কৰাৰ আগতেই ইতিমধ্যে যিমানবোৰ জনজাতীয় ভাষাৰ পুথি-পত্ৰ প্ৰকাশিত হৈছে— ইয়াৰ ভিতৰত অসমীয়া লিপিৰ সহায়ত লিখা পুথিয়েই সৰ্বাধিক। সেই প্ৰকাশিত পুথিবোৰেই প্ৰত্যক্ষভাৱে নহ'লেও পৰোক্ষবাৱে অসমীয়া লিপি গ্ৰহণৰ অনুকূল পৰিচায়ক বুলি ক'ব পাৰি অৱশ্যে স্বাধীনতাৰ আগতে খ্ৰীষ্টিয়ান বেপটিষ্ট মিছনেৰীসকলে ৰোমান লিপিৰে প্ৰকাশ কৰা পৰ্বত-ভৈয়ামৰ বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন প্ৰচাৰধৰ্মী পুথিবোৰৰ উদ্দেশ্য সুকীয়া আছিল। সেই পুথিবোৰ আটাইবোৰ জনজাতিৰ স্বকীয় ভাষা বিকাশৰ কাৰণে ৰচিত আৰু প্ৰকাশিত হৈছিল বুলি ক'ব নোৱাৰি।

আজি অসমৰ জনজতিসকলৰ ভাষাবোৰক কেন্দ্ৰ কৰি সৃষ্টি হোৱা মৌলিক সমস্যাবোৰৰ ভিতৰত সংখ্যালঘুতাৰ সমস্যাও প্ৰধান সমস্যা। এটা স্বকীয় লিপি নথকা সংখ্যালঘুৰ অলিখিত ভাষা এটাক লিখিত অৱস্থালৈ আনিবৰ কাৰণে প্ৰচেষ্টা কৰোতে যিমানবোৰ নতুন নতুন সমস্যাৰ উদ্ভৱ হ'ব পাৰে সেই আটাইবোৰ এইক্ষেত্ৰত প্ৰযোজ্য। জনজাতীয় ভাষাবোৰ প্ৰধানতঃ সংখ্যালঘুৰ ভাষা। সেইবোৰ সমাজত শিক্ষা-দীক্ষা পোৱা লোকৰ সংখ্যা কম হোৱাৰ হেতুকে লেখক-লেখিকা,

পাঠক-পাঠিকা আৰু প্ৰকাশকৰ সংখ্যা কম হোৱাটো স্বাভাৱিক। জনজাতীয় ভাষাত কিতাপ-পত্ৰ ৰচিত হ'লেও পঢ়ুৱৈৰ প্ৰতি দৃষ্টি ৰাখি আৰু ব্যৱসায়ৰ দিশটো চাই প্ৰকাশসকসকলে প্ৰকাশ কৰিবলৈ নহা আৰু তেনেক্ষেত্ৰত ৰাজহুৱা অনুষ্ঠান গঢ়ি নুঠাও ভাষা বিকাশৰ অন্যতম প্ৰধান অন্তৰায়।

আমাৰ জনজাতীয় সমস্যা সমাধানৰ ক্ষেত্ৰত অসমীয়া ভাষাই সৰ্বতোপ্ৰকাৰে সহায় কৰিব নোৱাৰিলেও আংশিকভাৱে হ'লেও জ্ঞান আহৰণ, উচ্চ শিক্ষা লাভ, ব্যাকৰণ ৰচনা কৰা আদিৰ ক্ষেত্ৰত ইচ্ছুক লোকক নিঃসন্দেহে সহায় কৰিব পাৰিব। সাধাৰণতে এটা ভৌগোলিক পৰিবেষ্টনৰ মাজত বাস কৰা সংখ্যালঘু সকলোকে আঞ্চলিক ভাষাৰ দ্বাৰা কম-বেছি পৰিমাণে প্ৰভাৱান্বিত হোৱাটো স্বাভাৱিক কথা, যিহেতু আঞ্চলিক ভাষাই পূৰ্ণতা লাভ কৰিছে বিভিন্ন থলুৱা ভাষা-সম্ভাৰেৰে সমৃদ্ধ জনজাতীয় ভাষাসমূহৰ সংমিশ্ৰণত। গতিকে আঞ্চলিক ভাষাক নেওচি সংখ্যালঘুৰ ভাষাই উন্নতি লাভ কৰাটো সম্ভৱপৰ নহয় আৰুতেনে মনোভাব পোষণ কৰিলে বাস্তৱ দৃষ্টিভংগীক উপেক্ষা কৰাৰ বাহিৰে অন্য একো নহয়।

এনেভাৱে আঞ্চলিক ভাষাৰ লগত থকা ওতঃপ্ৰোত সম্পৰ্ক, সামাজিক পৰিবেশ আৰু পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত কিছুমান থলুৱা ভাষা-ভাষী জনগোষ্ঠীৰ ব্যক্তিয়ে অসমীয়া ভাষা আৰু লিপি আংশিকভাৱে হ'লেও গ্ৰহণ কৰাত অনিচ্ছা প্ৰকাশ কৰা দেখা যায়। যিসকল ব্যক্তিয়ে তেনে মনোভাব পোষণ কৰি আহিছে তেওঁলোকে হয়তো নিজৰ স্বকীয় ভাষাৰ ধ্বনিসমূহ অসমীয়া লিপিৰে সম্পূৰ্ণকৈ প্ৰকাশ কৰা সম্ভৱপৰনহয় বুলি ভাবে আৰু তেনেক্ষেত্ৰত অসমীয়া লিপি গ্ৰহণ কৰাটোত অনিচ্ছা প্ৰকাশ কৰাটো স্বাভাৱিক। আমি ভাষা বিষয়ক কথাবোৰ অনিচ্ছাকৃতভাৱে কাকো কোনেও বলেৰে জাপি দিব পৰা বিষয় নহয় কাৰণ ভাষাৰ লগত মানুহৰ তেজ-মঙহৰ সম্পৰ্ক আৰু তেনে কৰিবলৈ গ'লে ইয়াৰ বিপৰীত প্ৰতিক্ৰিয়া সৃষ্টি হোৱাৰ সম্ভাৱনা নথকা নহয়।

আনহাতেদি যিসকল ব্যক্তিয়ে আঞ্চলিক ভাষা-ভাষী সমাজৰ সান্নিধ্য লাভ কৰিও কোনো উদাৰ দৃষ্টিভংগীৰ দ্বাৰা আন্তৰিক সমাদৰ লাভ কৰিব পৰা নাই বা দিওতায়ো অনুকম্পা প্ৰদৰ্শন কৰা নাই তেনেক্ষেত্ৰতো তেনে সমস্যাৰ উদ্ভৱ হ'ব পাৰে। আজি প্ৰগতিবাদী সমাজতো কিছুমান ৰক্ষণশীল মনোভাবাপন্ন লোক আছে যিসকলে এলাজুকলীয়া মনোভাবেৰে পূৰ্বপুৰুষৰ মোহত মজি অন্য এখন দেশ বা পিতৃভূমিৰ প্ৰতি সদায় আনুগত্য স্বীকাৰ কৰি আহিছে তেনে মনোভাবো অন্যতম কাৰণ হ'ব পাৰে। আমাৰ মাজত আজিও এচাম লোক আছে যিসকলে অসমক পিতৃভূমি, মাতৃভূমি, জন্মভূমি, পুণ্যভূমি বুলি স্বীকাৰ কৰিবলৈ টান পায়

আৰু সেইসকলে অসমীয়া ভাষা-সাহিত্য গ্ৰহণৰ ক্ষেত্ৰত সদায় বিদ্বেষ মনোভাৱ পোষণ কৰি অসমৰ 'চুকতে থাকি বুকুতে কামুৰি' ভাষা-সাহিত্যৰ সমস্যাক বিভ্ৰান্ত কৰি স্বদেশত অশান্তিৰ সূত্ৰপাত কৰি থাকে আৰু তেনে বিৰুদ্ধাচৰণ কৰাসকলে ভাষা-সাহিত্যৰ দ্ৰোহীয়ে নহয় দেশৰো পৰম শত্ৰু, দেশ-মাতৃকাৰ অকৃতজ্ঞ সন্তান আৰু তেনে মতবাদীসকলৰ কাৰণে পূত-পবিত্ৰ অসম দেশ উপভোগৰ একসমৃদ্ধিশালী উপনিবেশ মাথোন।

পৃথিবীৰ ভাষা আৰু ...... অধ্যয়ন কৰি চালে দেখা যায় যে ইয়াত কেইবাটাও প্ৰধান ভাষা-গোষ্ঠী আছে। সেই ভাষা-গোষ্ঠীৰ ভিতৰত চীন-তিব্বতী ভাষাগোষ্ঠীও অন্যতম। চীন-তিব্বতী ভাষাৰ আকৌ কেইবাটাও শাখা-প্ৰশাখা আছে ইয়াৰে এটা শাখা হৈছে তিব্বত-বৰ্মী ভাষা। তিব্বতবৰ্মী শাখাৰ ভাষাবোৰ মংগোলীয় জনগোষ্ঠীৰ ভাষা বুলি জনাজাত। অসমত বাস কৰা বড়ো, মিচিং, ৰাভা আদি অধিকসংখ্যক জনজাতিৰ লোক মংগোলীয় গোষ্ঠীৰ।

আমাৰ সংস্কৃতমূলীয় অসমীয়া ভাষাৰ ঘাইসুঁতিৰ প্ৰবাহৰ লগত অসমৰ চৌদিশৰ পৰা বৈ অহা চীন-তিব্বতমূলীয় ভাষাৰ বহুবোৰ সুঁতি-উপসুঁতি লগ লাগি অসমীয়া ভাষাৰ বৰলুইতৰ ধাৰা শক্তিশালী কৰিছে আৰু তাৰ ফলত আধুনিক অসমীয়া ভাষাই সুকীয়া বৈশিষ্ট্যৰে বিভিন্ন জাতি-উপজাতি, বিভিন্ন ভাষা-ভাষী জনগোষ্ঠীৰ মিলনভূমি বিশাল-বিস্তৃত অসমৰ এক আঞ্চলিক ভাষাস্বৰূপে পৰিগণিত হৈছে।

ভাষা বিকাশৰ ক্ষেত্ৰত শব্দ সম্ভাৰ এটা মৌলিক বিষয়বস্তু। এইক্ষেত্ৰত জনজাতীয় ভাষাবোৰ স্বকীয় শব্দ সম্ভাৰেৰে সমৃদ্ধ। এতিয়ালৈকে জনজাতীয় ভাষাবোৰৰ পৰিসৰ কম বা নিজৰ সমাজৰ পৰিসীমাতে আবদ্ধ হৈ আছে বুলি ক'ব পাৰি। ইয়াৰ অন্য এটা কাৰণ হৈছে জনজাতিৰ বিভিন্ন ফৈদৰ মাজত লিখা-পঢ়া জনা লোকৰ সংখ্যা কম। যিসকল শিক্ষিত লোক আছে সেইসকলো প্ৰায়ভাগে অসমীয়া আৰু ইংৰাজী মাধ্যমত উচ্চ শিক্ষা গ্ৰহণ কৰা কাৰণে হয়তো স্বকীয় ভাষা বিকাশৰ বাতাৱৰণ সৃষ্টি কৰিব পৰা নাই, সেয়ে সিসকলৰ ভাষা আজিও সীমিত পৰিসৰৰ মাজত প্ৰচলিত হৈ আছে।

আজিও জনজাতিসকলৰ ধৰ্মীয় আচাৰনীতিবোৰ জৰা-ফুকা, তন্ত্ৰ-মন্ত্ৰ আদি মুখে মুখে শ্ৰুতি আকাৰে পৰম্পৰাগতভাৱে সমাজত প্ৰচলিত। বৰ্তমান জনজাতীয় ভাষাৰ উৎকৰ্ষ সাধনৰ কাৰণে বিভিন্ন ফৈদৰ মাজত স্বকীয় ভাষাৰ অভিধান আদি ৰচিত হৈছে। জনজাতীয় ভাষাসমূহৰ সাহিত্য-সংস্কৃতি, ক'লা-বিজ্ঞান, শিল্প দৰ্শন বাণিজ্য আদি উচ্চভাব প্ৰকাশ কৰা শব্দৰাজি যথেষ্ট নহ'লেও সকলো প্ৰকাৰৰ ভাৱৰ

আদান-প্ৰদান, পৰস্পৰে পৰস্পৰৰ লগত ভাব বিনিময়ৰ মাধ্যম হিচাপে প্ৰচলিত জনজাতিৰ ভাষাসমূহৰ ভাষাগত সকলো সম্ভাৰ আছে। পাৰিপাৰ্শ্বিক প্ৰভাৱত অসমীয়া ভাষাত অনুপ্ৰৱেশ ঘটাটো স্বাভাৱিক আৰু জনজাতীয় ভাষাৰ শব্দ-সম্ভাৰৰ সংমিশ্ৰণে আধুনিক অসমীয়া ভাষাৰ শ্ৰীবৃদ্ধি সাধন কৰি সৌষ্ঠৱ বঢ়াইছে।

আজি সুবিশাল ভাৰতবৰ্ষৰ উত্তৰ-পূবৰ বিস্তৃত অঞ্চলৰ বিভিন্ন ভাষা-ভাষীৰ মাজত সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব অধিক আৰু আৱহমান কালৰ পৰাই এই দিশত অসমীয়া ভাষাই পৰ্বত-ভৈয়ামৰ আদান-প্ৰদান, পৰস্পৰৰ মাজত ভাব বিনিময়ৰ প্ৰধান মাধ্যম হৈ আহিছিল। আমি বাস্তৱ দৃষ্টিভংগীৰ পৰা চাবলৈ গ'লে প্ৰকৃতপক্ষে সামাজিক অৰ্থনৈতিক আৰু সাংস্কৃতিকভাৱে আদান-প্ৰদানত আহিবলৈ আঞ্চলিক অসমীয়া ভাষাৰ প্ৰাধান্য সদায় বিতৰ্কৰ অতীত।

উত্তৰ-পূব ভাৰতবৰ্ষৰ সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ ওপৰত যিদৰে গুৰুত্ব আৰোপ কৰো সেইদৰে পৰ্বত-ভৈয়ামৰ সামাজিক বিচ্ছিন্নতাৰ ক্ষেত্ৰত 'ইনাৰ-লাইন 'ৰ কথাত গুৰুত্ব আৰোপ নকৰি নোবাৰো। আজি ৰাজনৈতিক বিভাজনৰ পৰিণামত অৰুণাচল, নগালেণ্ড, মেঘালয় আদি সৰু-বৰ সুকীয়া সুকীয়া ৰাজ্যবোৰ গঠন হ'লেও সেই ৰাজ্যৰ অধিবাসীসকলে অসমৰ লগতসম্পৰ্ক বিচ্ছিন্ন কৰি চলা সম্ভৱ নহয়। অসমৰ চৌদিশে আজি যিবোৰ 'ইনাৰ-লাইন' সৃষ্টি হৈছে সেই প্ৰতিবন্ধক ইনাৰ লাইনে সাতামপুৰুষীয়া পৰ্বত-ভৈয়ামৰ সম্প্ৰীতিৰ এনাজৰী আৰু পৰস্পৰৰ মাজত গঢ়ি উঠা আত্মীয়তা, সম্প্ৰীতি, ভাতৃত্বসুলভ মনোভাৱৰ নিৰ্মূল কৰি পৰ্বত-ভৈয়ামৰ সংহতিক বিসংহতিত পৰিণত কৰিছে আৰু সেই কথা উপলব্ধি কৰাত আমাৰ বহুত পলম হৈ গৈছে। আজি আমি কূটনীতিৰে ভৰা ৰাজনীতিৰ মকৰাজালৰ মেৰপাকৰ পৰা সামাজিকভাৱে ইনাৰ-লাইনক অ'পেন-লাইনত পৰিণত কৰা অনুকূল পৰিবেশ সৃষ্টি কৰিব নোবাৰিলে অদূৰ ভৱিষ্যতে অসমীয়া ভাষা উত্তৰ-পূব ভাৰতবৰ্ষৰ কথিত সংযোগী ভাষা হৈ থাকিব মাথোন।

আমাৰ ভাষা-সমস্যাবোৰ প্ৰধানকৈ কথিত আৰু লিখিত ভাষাক কেন্দ্ৰ কৰি সৃষ্টি হৈছে। আজিও পৃথিৱীত কিছুমান ভাষা লিখিত অৱস্থাত প্ৰচলিত হৈ আছে কিন্তু সেইবোৰৰ কিছুমান ভাষা কথিতৰূপে ব্যৱহৃত নহয়; আকৌ কিছুমান কথিত ভাষা আছে হয়তো যিবোৰৰ লিখিত ৰূপ নাই, কিছুমান আছে হয়তো সেইবোৰৰ লিখিত ৰূপ আৰু কথিত ৰূপ আছে কিন্তু সেবিোৰ ভাষাৰ স্বকীয় লিপি নাই বা উদ্ধাৰ হোৱাৰো সম্ভাৱনা নাই। এইদৰে বিচাৰ কৰি চালে পাওঁ যে একোটা ভাষাক কেন্দ্ৰ কৰি নানা ধৰণৰ ভাষা-সমস্যাৰ সৃষ্টি হয়। এনেবোৰ বিভিন্ন পৰিস্থিতিৰ মাজতে যুগৰ বুকুত বহুভাষা পৃথিৱীত নতুনকৈ গঢ় লৈছে আৰু বহু ভাষাৰ বিলুপ্তি ঘটি আছে।

আজি সমগ্ৰ বিশ্বজুৰি সৃষ্টি হোৱা জ্বলন্ত ভাষা সমস্যাটো হৈছে (১) একেখন দেশতে বাস কৰা বিভিন্ন জাতি-উপজাতি, বিভিন্ন ভাষা-ভাষী জনগোষ্ঠীৰ মাজত ঐক্য স্থাপন কৰি এটা আঞ্চলিক ভাষাৰ মাধ্যমেৰে এটা জাতি গঠন কৰা আৰু (২) আঞ্চলিক ভাষাৰ ভিত্তিত পুৰণিৰ সৰু-বৰ ৰাজ্যবোৰ বা অঞ্চল বিশেষ সংযোগ কৰি এখন পুনৰ ৰাজ্য গঠন কৰা। ভাৰত তথা বৃহত্তম অসমৰ ক্ষেত্ৰতো থলুৱা ভাষাসমূহৰ লগত আঞ্চলিক ভাষাৰ সম্পৰ্ক যুগমীয়া কৰি এক শক্তিশালী অসমীয়া জাতি গঢ়িবলৈ হ'লে সকলো জনগোষ্ঠীৰ মাজত এটাজাতীয় ভাব গঢ়ি তুলিব লাগিব আৰু সেই সম্যক উপলব্ধি জাতিৰ চেতনা গঢ়ি উঠা সম্ভৱপৰ হ'ব পাৰে একমাত্ৰ অসমীয়া ভাষাৰ মাধ্যমেৰে।

আজি যদি অসমৰ বিভিন্ন থলুৱা ভাষা-ভাষীসকলে আঞ্চলিক ভাষাক গুৰুত্ব দি স্বকীয় থলুৱা ভাষা-সাহিত্যৰে চৰ্চা কৰে যদি এইবোৰ ভাষাৰ মাজত হোৱা বিভ্ৰান্তিমূলক যুঁজ-বাগৰৰ পৰা বিৰত থাকে, যদি সাম্প্ৰতিক দেশৰ বৃহত্তৰ স্বাৰ্থৰ কাৰণে ভাষাগত বিভেদকামী মনোভাব পৰিত্যাগ কৰে তেনেহ'লেহে অসমীয়া জাতি হিচাপে একত্ৰিত হৈ সৰ্বাংগীণ উন্নতি সাধন কৰাত অসমীয়া ভাষাই উমৈহতীয়া ভাষাৰূপে বিপুল ইন্ধন যোগান পাৰিব। নহ'লে বিশাল বিস্তৃত ভাৰতবৰ্ষৰ ৮১৯ টা লিখিত-কথিত ভাষাৰ সমস্যা চন্দ্ৰ-সূৰ্য্য থাকে মানে কোনোকালেই সমাধান নহ'ব আৰু দেশত স্থায়ী শান্তি-সম্প্ৰীতি ঐক্য কামনা কৰাটো পানী-মিঠৈ হৈ ৰ'ব।

মানৱ জীৱনৰ অভিব্যক্তিত সৃষ্টি হোৱা আমাৰ উপাদেয় সামগ্ৰীৰ ভিতৰত সাহিত্য ভাষাৰ প্ৰাণস্বৰূপ আৰু ভাষা জন্মৰ পাচতে সাহিত্যৰো সৃষ্টি হয় — সেয়ে ভাষা সৃষ্টিৰ মাধ্যম হৈছে সাহিত্য। অসমীয়া ভাষাৰ মাধ্যমত আমাৰ জাতীয় সাহিত্য গঢ়ি উঠিছে আৰু তাত সমগ্ৰ অসমীয়াৰ জাতীয় জীৱনৰ প্ৰতিবিম্ব প্ৰতিফলিত হৈ যুগ যুগ ধৰি আবহমান কালৰ পৰা অসমীয়া ভাষাই আমাৰ জাতীয় সভ্যতা ঐতিহ্য-সংস্কৃতি বহন কৰি আহিছে। গতিকে আজি ভাষা-সমস্যাৰ লগতে যুগধৰ্ম আৰু সামাজিক পটভূমিকা আদি মানৱীয় সমস্যাৰ বিভিন্ন দৃষ্টিভংগীৰ ভিত্তিত সাহিত্য সৃষ্টিকাৰী লেখকসকলৰো এশ-এবুৰি সমস্যা সৃষ্টি নোহোৱাকৈ থকা নাই আৰু সেইবোৰৰ ভিতৰত বিশেষকৈ লেখক, পাঠক, প্ৰকাশকলৈ লেখক সমস্যাই প্ৰকট ৰূপ ধাৰণ কৰে।

লেখক লেখকেই, ইয়াৰ মাজত কোনো পাৰ্থক্য নাই। আজি লেখকসকলক কেন্দ্ৰ কৰি যি সমস্যাৰ সৃষ্টি হৈছে, এই কথা জনজাতি লেখকৰ সম্পৰ্কেও প্ৰযোজ্য। এখন পাঠুৱৈ সমাজৰ কামনা কৰি নিজৰ নিজৰ থলুৱা ভাষাৰ উপৰি অসমীয়া ভাষাত

লিখা পুথিয়ে সমাদৰ লাভ কৰিলে জনজাতীয় লেখকে নিশ্চয় উৎসাহ পাব আৰু দুগুণ উদ্দীপনাৰে সাহিত্য চৰ্চা কৰি ভাষা-সাহিত্যৰ সেৱা কৰিবলৈ অনুপ্ৰেৰণা পাব। আজি থলুৱা লেখকে স্বকীয় ভাষা-সাহিত্য সম্ভাৰেৰে সমস্ত বিষয়বস্তুক লৈ লিখা পুথি অসমীয়া ভাষাত অধিক। নিঃসন্দেহে উমৈহতীয়া অসমীয়া ভাষাৰে শৰীৰ বৃদ্ধিৰ সহায়ক হ'ব।

মানৱ সমস্যাক কেন্দ্ৰ কৰি পৃথিৱীৰ বুকুত যি যি মানৱীয় সমস্যাৰে সৃষ্টি নহওক লাগে সেইবোৰৰ সমাধানৰ পথো নিশ্চয় আছে। যুগৰ বুকুত সৃষ্টি হোৱা সমস্যাৰ পটভূমি লৈ সৃষ্টিকামী মানৱ-মনৰ অনুপ্ৰেৰণাই নতুন সাহিত্য সৃষ্টি কৰিব আৰু তাৰ যোগেদি সমস্যাৰো সমাধান কৰিব —সেয়া হৈছে সাহিত্য সৃষ্টিৰ উৎস। ভাষাৰ ক্ষেত্ৰতো সৃষ্টি হোৱা সমস্যা সমাধানৰ উপায় যুগৰ বুকুতে উদ্ভাৱন হয় আৰু সেই কথা জনজাতীয় ভাষা-সমস্যাৰ ক্ষেত্ৰতো প্ৰযোজ্য। বৰ্তমান ভাষা প্ৰয়োগৰ ক্ষেত্ৰত জনজাতীয় ভাষাৰ বিকাশ আৰু উন্নত স্তৰৰ প্ৰতি লক্ষ্য ৰাখি স্কুল-অনুষ্ঠানৰ বিভিন্ন পৰ্যায়ত স্বকীয় ভাষাৰ মাধ্যম প্ৰয়োগ কৰি বিভিন্ন জনগোষ্ঠীৰ নতুন বংশধৰসকলক তথা ইচ্ছুক লোকক শিক্ষিত কৰি লোৱাই জনজাতীয় ভাষা-সমস্যা সমাধানৰ অন্যতম প্ৰথম পদক্ষেপ।

আজি প্ৰতিজন জনজাতীয় লোকে নিজৰ গাঁৱৰ সমাজখনৰ লগত খাপ খুৱাই মিলা-প্ৰীতিৰে চলিবলৈ আদান-প্ৰদান কৰি চলিবলৈ স্বকীয় ভাষা, অসমীয়া ভাষা, ৰাষ্ট্ৰীয় ভাষা বা ভাৰতীয় ভাষা হিচাপে হিন্দী ভাষা আৰু আন্তৰ্জাতিক তথা সৰ্বভাৰতীয় নিয়োগ বিনিময়ৰ সংক্ৰান্ত প্ৰতিযোগিতাৰ ভাষা হিচাপে ইংৰাজী ভাষা শিকিবই লাগিব —ইয়াৰ কোনোটো ভাষাই আমাৰ কাৰণে বৰ্তমান যুগত ত্যজ্য ভাষা হ'ব নোৱাৰে। আমি নিজৰ সমাজখনক বাদ দি অসমীয়া জাতিৰ অস্তিত্ব, অসমীয়া জাতিক বাদ দি ভাৰতীয় আৰু ভাৰতীয়ক বাদ দি বিশ্বমানৱৰ কথা চিন্তা কৰাটো বাস্তৱ দৃষ্টিভংগীক অংগীকাৰ বা উপেক্ষা কৰাৰ বাহিৰে আন একো নহয়। ■

---

*'আমাৰ প্ৰতিনিধি'ত প্ৰকাশিত মে'-জুন সংখ্যা, ১৯৭৪ চন : সম্পাদক*

# সামাজিক ঐক্য ঃ ভাষা আৰু লিপি

।। এক ।।

একে প্ৰাকৃতিক পৰিবেষ্টনেৰে পৰিবেষ্টিত বিশাল অসমভূমিত বাস কৰা বিভিন্ন উপজাতি, বিভিন্ন ভাষা-ভাষী সম্প্ৰদায়ৰ মাজত ঐক্য আৰু সম্প্ৰীতি ৰক্ষা কৰাত কোনো এটা ভাষাৰ লিপিৰ পটভূমিকা কিমান গুৰুত্বপূৰ্ণ তাক আজি সকলোৰে উপলব্ধি কৰিব পাৰিছে। আনহাতে কোনো এটা ভাষাৰ বিশেষ লিপিৰ ওপৰত ভিত্তি কৰি বিভিন্ন ভাষা-ভাষী, ধৰ্মাৱলম্বীৰ আৰু বিভিন্ন জনগোষ্ঠীৰ মাজত ঐক্য আৰু সম্প্ৰীতিও যে সম্পূৰ্ণভাৱে ৰক্ষা কৰিব নোৱাৰি তাকো আজি মৰ্মে মৰ্মে অনুভৱ কৰিছো।

আমি বাস্তৱ দৃষ্টিভংগীৰে পৰ্যালোচনা কৰি চালে পাওঁ যে বিভিন্ন ভাষা-ভাষী সম্প্ৰদায়ৰ মাজত ঐক্য-সম্প্ৰীতি ৰক্ষা কৰাত কোনো এটা অঞ্চলৰ আঞ্চলিক ভাষাৰ লিপিৰ প্ৰয়োজনীয়তাৰ কথা কোনেও নুই কৰিব নোৱাৰে; কিন্তু আঞ্চলিক ঐক্য-সম্প্ৰীতি ৰক্ষা কৰাৰ ক্ষেত্ৰত লিপিয়েই একমাত্ৰ বাহন নহয়। দেশৰ সামাজিক ঐক্য-সম্প্ৰীতিৰ প্ৰতিবন্ধক আৰু পৰিপন্থী সমস্যাৱলীৰ সমাধানৰ কাৰণে লিপিৰ বাহিৰেও ভাষা-সাহিত্য, ধৰ্মীয় আৰু ৰাজনৈতিক আদি প্ৰভাৱৰ কথা ওতঃপ্ৰোতভাৱে জড়িত হৈআছে।

আমি সংক্ষেপতে ক'ব পাৰো যে লিপি বা বৰ্ণধ্বনি প্ৰকাশৰ মাধ্যম মাথোন আৰু যিকোনো ভাষাৰ লিপিত যিকোনো ভাষাৰ ধ্বনি প্ৰকাশ কৰিব পৰাকৈ ধ্বনিতাত্ত্বিক গুণ আৰোপ কৰিব পাৰি। লিখন আৰু পঠন অভ্যাসৰ দ্বাৰাহে যিকোনো একোটা ধ্বনি প্ৰকাশৰ ৰূপ বা গঢ় লয়। কোনো লিপিত আপোনাআপুনি কোনো ভাষাৰ ধ্বনি প্ৰকাশ কৰিব পৰা গুণবিশিষ্ট বিষয়বস্তু উচ্চাৰিত হৈনোথাকে। লিপিক ধ্বনিপ্ৰকাশৰ প্ৰয়োজনত ব্যৱহাৰেৰে অভ্যস্ত কৰিহে আমি লিপিৰ গুণাগুণ আৰোপ কৰো।

আমি কথিত ভাষাত লিপি প্ৰয়োগ কৰি লিখিত অৱস্থালৈ আনো। ভাষা হৈছে— মানৱ মনৰ ভাব প্ৰকাশৰ একমাত্ৰ বাহন। সেই ভাষাৰ প্ৰতিক্ৰিয়া আমি দুইধৰণে পাওঁ— লোকভাষা আৰু কথিত ভাষা আৰু লিখিত ভাষা বা 'ষ্টেণ্ডাৰ্ড-লেংগুৱেজ' হিচাপে। কথিত ভাষা কাণেৰে শুনি আৰু লিখিত ভাষা পঢ়ি পৰস্পৰে

পৰস্পৰৰ লগত বুজা-বুজি, ভাবৰ আদান-প্ৰদান কৰো। সেয়ে কৰিলে মানৱ মনৰ অন্তৰ্নিহিত ভাবৰ আদান-প্ৰদানৰ কথা আমি ঐক্য-সম্প্ৰীতি ৰক্ষাৰ ক্ষেত্ৰত নুই কৰিব নোৱাৰো; কিন্তু লিখিত ভাষাৰ পৰিসৰ বহল যদিও বা লিখিত ভাষাত লিপিৰ বৰঙণি অধিক যদিও সামাজিক ঐক্য-সম্প্ৰীতি ৰক্ষাৰ ক্ষেত্ৰত ই একমাত্ৰ বাহন হ'ব নোৱাৰে।

সচৰাচৰ লিপি সম্বন্ধে পৰ্যালোচনা কৰি চালে দেখা যায় যে বিভিন্ন সম্প্ৰদায়ৰ বিভিন্ন ভাষা-উপভাষা-ভাষীৰ ভাষাত একে লিপি বা বৰ্ণমালা ব্যৱহাৰ হ'লেও ধ্বনি আৰোপ কৰি কোৱা কথাৰ উচ্চাৰণ একে নহয়। বিভিন্ন ভাষা-ভাষীৰ মাজত একে লিপি ব্যৱহাৰ হোৱাৰ কাৰণে স্বাভাৱিকতে সামাজিক ঐক্য-সম্প্ৰীতিও স্বাভাৱিকতে গঢ়ি উঠিব লাগিছিল; কিন্তু কোনো কোনো ক্ষেত্ৰত তেনে একে লিপি প্ৰচলিত সমাজৰ মাজত তথা দেশত ভাবৰ অমিল থকা বা ভাবৰ অমিল হোৱা দেখা যায়। গতিকে লিপি প্ৰয়োগৰ ক্ষেত্ৰত একে লিপি ব্যৱহাৰ কৰিলেও স্বাভাৱিকতে গঢ়ি উঠিবলগা সামাজিক ঐক্য-সম্প্ৰীতি বিশেষকৈ ধৰ্মীয়, ৰাজনৈতিক প্ৰভাৱে অন্তৰায়ৰ সৃষ্টি কৰা দেখা যায়।

আমি এনেধৰণৰ প্ৰতিক্ৰিয়াৰ উদাহৰণ বিচাৰি নিজৰ দেশৰ পৰিবেশ অতিক্ৰম কৰি বিদেশৰ পৰিবেশত প্ৰৱেশ কৰিবৰ প্ৰয়োজনবোধ নকৰো। স্বাধীনতাৰ আগৰ বংগদেশ আৰু স্বাধীনতাৰ পৰৱৰ্তীকালত উদ্ভৱ হোৱা ইয়াৰ অৱস্থালৈ বা বৰ্তমানৰ অৱস্থাৰ স্বৰূপ লক্ষ্য কৰিলেই এই কথা স্পষ্ট হৈ পৰে আৰু বৰ্তমান পঞ্জাব ৰাজ্যৰ ভাষা পৰিস্থিতিৰ কথা আমাৰ কাৰণে অধিক অনুমেয়। ইউৰোপত লিপিৰ ক্ষেত্ৰত ৰোমক বা ৰোমান লিপিক লৈ বহুবোৰ পৰিস্থিতিৰ তেনে পুনৰাভিনয় হৈ থকাৰ কথা কাকতে-পত্ৰই পোৱা যায় আৰু ই কাৰো অবিদিত নহয়।

আমাৰ ওচৰ-চুবুৰীয়া ৰাজ্য পশ্চিমবংগ, বাংলাদেশ, ত্ৰিপুৰা, মণিপুৰ, অসমৰ গাতে গা লাগি থকা ৰাজ্য আৰু আটাইকেইখন ৰাজ্যত প্ৰচলিত বিভিন্ন ভাষাৰ লিপিৰ মাজত দুই-এটা বৰ্ণ বা লিপিৰ বৈসাদৃশ্য থকা আৰু কম-বেছি হোৱাৰ বাহিৰে অধিক সাদৃশ্যহে দেখা যায়। এই সাদৃশ্য থকা লিপিকে লৈ নিজৰ নিজৰ স্বকীয় ভাষা-বৈশিষ্টৰে ভাষা-সাহিত্যৰ চৰ্চা কৰি আহিছে আৰু বিকাশো লাভ কৰিছে; কিন্তু সেইবোৰ ওচৰ-চুবুৰীয়া ৰাজ্যসমূহত বাস কৰা জনসাধাৰণৰ মাজত বহুক্ষেত্ৰতে ভাবৰ অমিল, মনৰ অমিল আৰু সামাজিক ঐক্য-সম্প্ৰীতিৰ পৰিবৰ্তে অনৈক্য, বিভেদকামী মনোভাবহে পৰিলক্ষিত হোৱা দেখা যায়। গতিকে বিভিন্ন ভাষা ভাষী বিভিন্ন সম্প্ৰদায়ৰ মাজত ঐক্য-সম্প্ৰীতি গঢ়ি তোলাত বা সামাজিক ঐক্য-সম্প্ৰীতি বজাই ৰখাৰ ক্ষেত্ৰত লিপিৰ ওপৰত সম্পূৰ্ণ নিৰ্ভৰ কৰিব নোৱাৰি।

এখন ৰাজ্যৰ ঐক্য-সম্প্ৰীতি ৰক্ষা কৰাৰ ক্ষেত্ৰত কোনো এটা ভাষাৰ লিপিতকৈ বিশেষভাৱে সামাজিক আত্মীয়তা আৰু আন্তৰিকতাৰ প্ৰাধান্যহে অধিক। বিভিন্ন সম্প্ৰদায়ৰ, বিভিন্ন ভাষা-ভাষীৰ মাজত ঐক্য-সম্প্ৰীতি ৰক্ষা কৰাত মানৱ মনৰ উদাৰ মানৱীয়তাৰ বহু কথা জড়িত হৈ আছে। পৰস্পৰৰ মাজত সমতা, সমদূৰদৰ্শিতা সহানুভূতিশীলতা, একে ধ্যান-ধাৰণা হ'লেই সৰ্বতোপ্ৰকাৰে ভাতৃত্ব আৰু বন্ধুত্বৰ বান্ধোনেৰে বান্ধ খাই ঐক্য-সম্প্ৰীতি গঢ়ি উঠিব পাৰে। এইক্ষেত্ৰত আমি ৰাজনৈতিক প্ৰভাৱৰ কথা নুই কৰিব নোৱাৰো। অৰ্থনৈতিক প্ৰভাৱে সামাজিকঐক্য-সম্প্ৰীতিত প্ৰতিবন্ধকৰ সৃষ্টি কৰিলে একোখন ৰাজ্যৰ অৰ্থনৈতিক সমস্যাৰ কথা সম্পূৰ্ণ নিৰ্ভৰ কৰে ৰাজনীতিৰ প্ৰভাৱৰ ওপৰত।

আজি লিপি, ভাষা-সাহিত্য-ধৰ্ম-সংস্কৃতিৰ প্ৰভাৱতকৈ আমাৰ দেশত ৰাজনৈতিক প্ৰভাৱেহে অধিক প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিছে। মানৱ মানৱ প্ৰেমত অনুপ্ৰাণিত নহ'লে, মানুহে মানুহৰ কাৰণে চিন্তা নকৰিলে, পৰস্পৰে পৰস্পৰৰ প্ৰতি সহানুভূতিশীল নহ'লে মানৱ সমাজত কেতিয়াও আপোন ভাব গঢ়ি উঠিব নাৱাৰে, কোনো ৰাজ্যত ঐক্য-সম্প্ৰীতিও গঢ়ি উঠিব নোৱাৰে, কোনো দেশতে কেতিয়াও শান্তি প্ৰতিষ্ঠা হ'ব নোৱাৰে —সেয়ে বংগীয় কবি চণ্ডী দাসে এদিন কৈছিল ঃ 'শুনহ মানুষ ভাই, সবাৰ ওপৰে মানুষ সত্য, তাহাৰ ওপৰে নাই....।'

আজি বাস্তৱ দৃষ্টিভংগীৰ পৰা চাবলৈ গ'লে লিপি গ্ৰহণৰ পৰিপ্ৰেক্ষিতত মৌলিক বিষয়বস্তু হৈছে— শিক্ষাদানত ব্যৱহৃত ভাষাৰ লিপি, প্ৰশাসনিক ভাষাৰ লিপি, অৰ্থনৈতিক দিশত ব্যৱহৃত ভাষাৰ লিপি আৰু দেশৰ জনসাধাৰণৰ মাজত অধিকসংখ্যকে ব্যৱহাৰ কৰা ভাষাৰ লিপি বা অধিকসংখ্যকৰ পৰিচিত লিপিৰ লগত সংগতি ৰাখি অনুকূলীয় লিপি গ্ৰহণ কৰা।

এনে ৰাজ্যত বিভিন্ন ভাষা-ভাষী সমাজৰ মাজত ঐক্য-সম্প্ৰীতি গঢ়াৰ অন্যতম পটভূমিকা হৈছে শিক্ষা অনুষ্ঠান। শিক্ষা অনুষ্ঠান পৰিচালিত হয় ৰাজ্যিক শিক্ষানীতিৰ দ্বাৰা। সেয়ে শিক্ষা অনুষ্ঠানৰ যোগেদি শিক্ষাদান, শিক্ষা-দীক্ষা বিতৰণৰ মাধ্যম আঞ্চলিক ভাষা তথা আঞ্চলিক ভাষাৰ লিপি। এইক্ষেত্ৰত আমি বিশেষকৈ কাৰ্যকৰী বা প্ৰেক্টিকেল শিক্ষাদানৰ ক্ষেত্ৰত প্ৰাধান্য নিদিলেও বক্তৃতা পদ্ধতি বা থিয়'ৰিটিকেল শিক্ষাৰ ক্ষেত্ৰত একমাত্ৰ বাহন হৈছে ভাষা তথা ভাষাৰ লিপি। সেইবোৰ শিক্ষণীয় বিভিন্ন ভাষাৰ লিপিৰ ভিতৰতো আঞ্চলিক ভাষাৰ লিপিৰ মাধ্যমৰ কথা বৰ্তমান নুই কৰিব পৰা নহয়। শিক্ষাদান-গ্ৰহণৰ ক্ষেত্ৰত যদি আঞ্চলিক ভাষাই মাধ্যম হয়, প্ৰশাসকৰ ভাষা যদি আঞ্চলিক ভাষা হয় আৰু অৰ্থনৈতিক আদান-প্ৰদানৰ ভাষাৰ মাধ্যম যদি আঞ্চলিক ভাষা হয় তেন্তে নতুনকৈ

লিপি গ্ৰহণ কৰিবলগা বিভিন্ন ভাষা-ভাষী সমাজৰ লিপি গ্ৰহণৰ সমস্যা আপোনাআপুনি সমাধান হ'ব। লিপিৰ লগত ভাষাৰ যেনেকৈ নিবিড় সম্পৰ্ক ঠিক তেনেকৈ শিক্ষাদান, জ্ঞান আহৰণ আৰু সমতা ৰক্ষাৰ ক্ষেত্ৰতো ভাষাৰ ওতঃপ্ৰোতভাৱে সম্পৰ্ক। সেই আঞ্চলিক ভাষাৰ লগত সংযোগ ৰক্ষা কৰা লিপিৰ লগত বা অধিকসংখ্যকৰ পৰিচিত লিপিৰ সংযোগ ঘটাই বিভিন্ন ভাষা-ভাষী উপ-ভাষাৰ চৰ্চা কৰিলে দেশৰ সামাজিক ঐক্য-সম্প্ৰীতি গঢ়ি তোলাত অধিক ফলপ্ৰসূ হ'ব আৰু সেইক্ষেত্ৰত যে আঞ্চলিক ভাষাৰ লিপিয়ে অধিকভাৱে ইন্ধন যোগাব পাৰিব তাক কোনেও নুই কৰিব নোৱাৰে।

মানৱ ভাষাৰ কোনো পৰিধি নাই, —সেয়ে আঞ্চলিক ভাষাই পৰিপুষ্ট বা পূৰ্ণতা লাভ কৰে দেশৰ বিভিন্ন জাতি-উপজাতিৰ বিভিন্ন ভাষা-উপভাষাৰ সম্ভাৰেৰে। সেইদৰে আঞ্চলিক ভাষায়ো বৰঙণি যোগায় দেশৰ ভাষা-উপভাষাবোৰক আৰু উপ-ভাষাই কালত বিকাশ লাভ কৰে আঞ্চলিক ভাষাৰ সম্ভাৰেৰে। গতিকে সামাজিকভাৱে ওচৰ সম্পৰ্ক ৰক্ষা কৰি লিপিৰ ক্ষেত্ৰতো সম্পৰ্ক ৰক্ষা কৰিব পাৰিলে ঐক্য-সম্প্ৰীতি গঢ়ি তোলাত আঞ্চলিক ভাষাৰ লিপিয়ে অধিক পৰিমাণে ইন্ধন যোগাব পাৰে।

লিপি নথকা ভাষাৰ কাৰণে নতুনকৈ লিপি গ্ৰহণ কৰা কথাটো বিভিন্ন পণ্ডিতৰ মতামতৰ ওপৰতে নিৰ্ভৰ কৰি, ব্যৱহাৰিক জনজীৱনৰ কথা পুংখানুপুংখৰূপে পৰীক্ষা-নিৰীক্ষা নকৰাকৈ অন্ধভাৱে গ্ৰহণ কৰিলে মাৰাত্মক ভুল কৰা হ'ব। এই কাৰ্যৰ পৰিণাম অদূৰ ভৱিষ্যতে ভোগ কৰিব অনাগত দিনৰ বংশধৰসকলে আৰু ভুলৰ বাবে অগ্ৰজ দলে অভিশাপগ্ৰস্ত হ'ব। গতিকে এনে পৰিস্থিতিত এটা সুস্থ পৰিবেশ আৰু সুস্থিৰ চিন্তাৰ নিতান্ত প্ৰয়োজন। আমাৰ লিপি সমস্যাৰ কথা আমি জানো আৰু আমি নিজৰ ভাষাটো যিমান ভাল পাব পাৰো তাতকৈ আন কোনোবা পণ্ডিতে বেছি ভাল পাব বুলি বিশ্বাস নহয় আৰু ই স্বাভাৱিক কথা।

আজি বহু পৰীক্ষা-নিৰীক্ষাৰ পাচত খাটাং হৈছে যে আঞ্চলিক ভাষাৰ লিপিয়েই বোলক বা ৰোমান লিপিয়েই বোলক কোনোটো লিপিকেই লিপিহীন ভাষা-ভাষীৰ ভাষাৰ ধ্বনিৰ লগত খাপ খুৱাই সংশোধন নকৰাকৈ পোনপটীয়াভাৱে গ্ৰহণযোগ্য নহয়। গ্ৰহণ কৰিবলৈ লোৱা যিকোনো ভাষাৰ লিপিকেই কম-বেছি পৰিমাণে খাপ খুৱাই সংশোধন কৰি গ্ৰহণ কৰিব লাগিব। সকলোবোৰ ভাষাৰ লিপিতেই সুবিধা-অসুবিধা কম-বেছি পৰিমাণে আছে— আৰু প্ৰয়োগৰ ক্ষেত্ৰতো তেনে সমস্যা নিশ্চয় আছে। আনহাতে লিপিৰ সুবিধা-অসুবিধাৰ কথাকে লক্ষ্য কৰিলে বিপদমুক্ত নহয় —আঞ্চলিক পৰিবেশ, মূল শিক্ষানীতি প্ৰশাসক ভাষা-লিপি আঞ্চলিক ভাষা-লিপিৰ লগত সামঞ্জস্য ৰাখিহে নতুন লিপি গ্ৰহণ কৰাটো সমীচীন।

স্বকীয় লিপি নথকা ভাষা এটাৰ কাৰণে নতুন লিপি গ্ৰহণ কৰা কথাটো সঁচাকৈ গুৰুত্বপূৰ্ণ কথা। লিপি গ্ৰহণৰ বিষয়টো ৰাজনৈতিক প্ৰভাৱত পৰি ৰাজনীতিৰ দৰে পৰিৱৰ্তনশীল; সাময়িক খেলনাৰ পুতলাৰ দৰে বা খেলনাৰ বিষয়বস্তু বুলি ধৰিলে ভুল কৰা হ'ব। ওপৰে ওপৰে চাবলৈ গ'লে লিপিৰ বিশেষ মূল্য নাই, ভাষা প্ৰকাশৰ কাৰণেহে লিপিৰ প্ৰয়োজন; কিন্তু ভাষা এটাৰ প্ৰয়োজন কিহত? তাক গভীৰভাৱে চিন্তা কৰিলে দেখা যায় যে শিক্ষা-দীক্ষা, জ্ঞান-প্ৰসাৰৰ কাৰণেহে ভাষাৰ প্ৰয়োজন; কোনো এটা লিপিৰ প্ৰসাৰৰকাৰণে ভাষাৰ প্ৰয়োজন নাই। গতিকে কোনো ভাষাৰ কাৰণে কোনো নতুন লিপিৰ সৃষ্টি কৰি ল'ব নোৱাৰিলে মূল শিক্ষানীতিৰ প্ৰতিহে অধিক লক্ষ্য ৰাখি বা গুৰুত্ব আৰোপ কৰি উপযোগী লিপি গ্ৰহণ কৰাটো বাঞ্ছনীয়। আনহাতে সেই গ্ৰহণ কৰিবলগা লিপিয়ে যাতে দেশৰ সামাজিক ঐক্য-সম্প্ৰীতি ৰক্ষাৰ ক্ষেত্ৰত অনুকূল পৰিবেশ সৃষ্টি কৰে; বিনষ্ট সাধন নকৰে তাৰ প্ৰতিও লক্ষ্য ৰাখিব লাগে।

নতুনকৈ লিপি গ্ৰহণ কৰিবলৈ যাওঁতে ভাষাৰ আনুষংগিক বহুবোৰ কথা বিবেচনা কৰিবলগা হয়। ধ্বনিতাত্ত্বিক ফালৰ পৰা বিশেষভাৱে পৰীক্ষা-নিৰীক্ষা কৰি সংশোধন কৰি ল'ব লাগে। ইয়াৰ আন এটা দিশ হৈছে উচ্চাৰণৰীতি আৰু বানান পদ্ধতি;কাৰণ বানানৰ লগত লিপিৰ, লিপিৰ লগত বানান পদ্ধতিৰ সম্পৰ্ক নিৰৱচ্ছিন্ন। আনহাতে লিপি হৈছে— ভাষা শিকাৰো এক সহজ-সৰল পদ্ধতিৰ অন্যতম বিষয়বস্তু। আন এটা ভাষাৰ লিপি গ্ৰহণ কৰিলে সেই লিপিয়ে ভাষাটো গ্ৰাস কৰাৰ লগতে জাতিটোকো গ্ৰাস কৰিব বুলি ভাবিলে ভুল কৰা হ'ব। সেই লিপি গ্ৰহণ কৰাৰ কাৰণে লোকদৃষ্টিত হীনমন্যতাৰ পৰা মুক্ত হৈ উক্ত ভাষাৰ অংশীদাৰ হ'বলৈ যোৱাটো বা অংশীদাৰ হ'ব পাৰিম বুলি ভবাৰো কোনো যুক্তি নেদেখো। প্ৰকৃতপক্ষে চাবলৈ গ'লে লিপি বোলা বস্তুটো কাৰো নহয়; কাৰণ সকলোৱে ব্যৱহাৰ কৰোতে নিজৰ লিপি বুলিয়ে ব্যৱহাৰ কৰে আৰু কোনেও কাৰো লিপি গ্ৰহণ কৰা বুলি দাবী নকৰে। এনেবোৰ নানান সমস্যাৰ মাজেদি লিপি নোহোৱা ভাষায়ো বিকাশ লাভ কৰি আছে আৰু বিকাশ লাভ কৰি থাকিব। বৰ্তমানৰ ৰাজ্যিক শিক্ষানীতিপৰ্যালোচনা কৰি চালে দেখা যায় যে এতিয়ালৈকে স্বকীয় লিপি নথকা বিভিন্ন ভাষা-ভাষীৰ জনগোষ্ঠীবোৰ আঞ্চলিক ভাষাৰ লিপি তথা আঞ্চলিক ভাষাৰে প্ৰভাৱান্বিত। এইক্ষেত্ৰত দুটা বিষয়বস্তুৰ অৱতাৰণা হৈছে,— লিপিহীন ভাষা-ভাষীৰ মাজত ঐক্য আৰু মূল শিক্ষানীতিৰ লগত সামঞ্জস্য ৰক্ষা কৰা। অধিকসংখ্যক জনগোষ্ঠীয়ে যদি আঞ্চলিক ভাষাৰ লিপিৰ সাদৃশ্য ৰাখি এটা লিপি গ্ৰহণ কৰে আৰু কমসংখ্যকে যদি আন এটা ভাষাৰ লিপিৰ সাদৃশ্য

ৰাখি গ্ৰহণ কৰে তেন্তে স্বাভাৱিকতে তেওঁলোকৰ মাজত অনৈক্য আহি পৰিব, ইয়াৰ ফলত এটা জনগোষ্ঠীয়ে আনবোৰ জনগোষ্ঠীৰ পৰাই নহয় ৰাজ্যৰ মূল সংখ্যাগৰিষ্ঠ জনগোষ্ঠীৰ মাজত অচিনাকি অচিনাকি বা আচহুৱা আচহুৱা হৈ পৰিব।

লিপি শিকাৰ মূল বুনিয়াদ প্ৰাক্-প্ৰাথমিক পৰ্যায়। এটা লিপিৰে শিক্ষাগ্ৰহণ কৰি তাৰ পাচৰ পৰ্যায়ত প্ৰাথমিক শিক্ষা পৰ্যায়তে আঞ্চলিক ভাষাৰ লিপিৰে শিক্ষাগ্ৰহণ কৰোতে এটা জটিল সমস্যাৰ সৃষ্টি কৰিব আৰু মূল শিক্ষানীতিৰে বেমেজালি সৃষ্টি হ'ব; ফলত ক্ষিপ্ৰতাৰে ভাল শিক্ষা দি আগুৱাই নিয়াৰ পৰিবৰ্তে শিক্ষাগ্ৰহণ বহুখিনি পিচপৰি যোৱাৰো সম্ভাৱনা আছে। কম বয়সীয়া শিশুৰ কাৰণে লিপিৰ বেমেজালিয়ে স্বাভাৱিকতে শিক্ষাৰ প্ৰতি ধাউতি নোহোৱা কৰিব আৰু অন্য জনগোষ্ঠীৰ শিশুৰ তুলনাত বয়সৰো তাৰতম্য ঘটিব।

লিপিৰ লগত ভাষাৰ, ভাষাৰ লগত সাহিত্য-সংস্কৃতিৰো নিবিড় সম্পৰ্ক। গতিকে আমি আঞ্চলিক ঐক্য-সম্প্ৰীতিৰ প্ৰতি লক্ষ্য ৰাখি আঞ্চলিক ভাষাৰ লিপিৰ সাদৃশ্যৰে অনুকূল লিপি গ্ৰহণ কৰাটো সমুচিত বুলি ভাবো। আমি যেতিয়া অসমৰ বাহিৰলৈ যাওঁ তেতিয়া কিহৰ ভিত্তিত পৰিচয় দিম? বোধকৰো তেতিয়া বিভিন্ন জনগোষ্ঠীৰ ঠেক পৰিসৰৰ কথাপৰিত্যাগ কৰি অসমীয়া জাতি তথা অসমীয়া ভাষা-ভাষী হিচাপেহে পৰিচয় দিব লাগিব। গতিকে অসমীয়া ভাষা-সাহিত্য, অসমীয়া সংস্কৃতিৰ যোগেদিহে সংখ্যালঘু জনগোষ্ঠীৰ বিভিন্ন ভাষা-ভাষীয়ে প্ৰতিনিধিত্ব কৰিব। আমাৰ বিৰাট অসমীয়া জাতিৰ, বিৰাট লোক-সংস্কৃতিৰ, বিশাল-বিস্তৃত পৰিধিৰ অসমীয়া ভাষা-সাহিত্য তথা লিপিৰ কথা অস্বীকাৰ কৰি বা তাৰ পৰা বিচ্ছিন্ন হৈ আমাৰ কোনো অস্তিত্ব থাকিব নোৱাৰে।

## ।। দুই ।।

ভাব প্ৰকাশৰ প্ৰধানতম বাহন হৈছে— ভাষা। একে ভাষা-ভাষী সমাজৰ মাজত ঐক্য-সম্প্ৰীতি গঢ়ি উঠাটো স্বাভাৱিক। বেলেগ বেলেগ ৰাজ্যত বাস কৰা একে ভাষা-ভাষী সমাজৰ মাজত ঐক্য-সম্প্ৰীতি তথা আত্মীয়তা থাকিলেও ফটা-বাঁহ জাপ নোযোৱাৰ দৰে ৰাজনৈতিক প্ৰভাৱত পৰি সেই সম্প্ৰীতি বিনষ্ট হোৱা দেখা যায়। ধৰ্মৰ লগত ভাষাৰ নিবিড় সম্পৰ্ক থাকিলেও একে ভাষাৰ প্ৰভাৱত পৰি বিভিন্ন ধৰ্মাৱলম্বীৰ মাজত বন্ধুত্ব, ভাতৃত্ব গঢ়ি উঠিব পাৰে। গতিকে দেখা যায় যে ভাষাৰ পৰিসৰ ব্যাপক আৰু ভাষাৰ কোনো ভৌগোলিক পৰিধি নাই। সকলো ক্ষেত্ৰতে ভাষাই মানৱ সমাজক বিপুল প্ৰভাৱেৰে প্ৰভাৱান্বিত কৰে।

বিশাল বিস্তৃত অসমভূমিত বাস কৰা বিভিন্ন ভাষা-ভাষী, বিভিন্ন ধৰ্মাৱলম্বীৰ

মাজত জাতীয় চেতনা জগাই জাতীয় সম্প্ৰীতিৰে ঐক্য সাধন কৰাত আঞ্চলিক ভাষাৰ বৰঙণি সকলোতকৈ বেছি আৰু তাক কোনেও নুই কৰিব নোৱাৰে। আজি উত্তৰ-পূব ভাৰতৰ বিস্তৃত অঞ্চলৰ বিভিন্ন ভাষা-ভাষী জনগোষ্ঠীৰ মাজত সংযোগী ভাষা হিচাপে অসমীয়া ভাষাৰ গুৰুত্ব অধিক আৰু আবহমান কালৰ পৰাই এই দিশত পৰ্বত-ভৈয়ামৰ আদান-প্ৰদান, পৰস্পৰে পৰস্পৰৰ মাজত ভাব বিনিময়ৰ প্ৰধান মাধ্যম হৈ আহিছে আৰু আজিও আছে। আমি বাস্তৱ দৃষ্টিভংগীৰ পৰা চাবলৈ গ'লে প্ৰকৃতপক্ষে সামাজিক, অৰ্থনৈতিক, বেপাৰ-বাণিজ্য আৰু সাংস্কৃতিক আদান. প্ৰদান কৰিবলৈ আঞ্চলিক ভাষাৰ প্ৰাধান্য সদায় বিতৰ্কৰ অতীত।

আজি সমগ্ৰ বিশ্বজুৰি পুনৰ ৰাজ্য গঠনত ভাষা-সমস্যাৰ জ্বলন্ত সমস্যাই বিস্ফোৰিত হৈ পৰিছে। ভাৰতবাসীৰ বিভিন্ন জাতি-উপজাতি, বিভিন্ন ভাষা-ভাষীৰ জনগোষ্ঠীৰ মাজত আঞ্চলিক ভাষাৰ মাধ্যমেৰে ঐক্য-সম্প্ৰীতি স্থাপনেৰে এটা জাতি গঠনৰ উদ্দেশ্য আঞ্চলিক ভাষাৰ ভিত্তি পুৰণি সৰু-বৰ ৰাজ্যবোৰ আৰু অঞ্চলবিশেষ সংযোগ কৰি একো একোখন পূৰ্ণ ৰাজ্য গঠন কৰিছে আৰু এতিয়াও বহুবোৰ ৰাজ্যৰ পুনৰ গঠনৰ দাবী উঠি আছে আৰু উঠি থাকিব।

ভাৰতবৰ্ষত ৰাজ্য পুনৰ গঠনৰ ক্ষেত্ৰত আঞ্চলিক ভাষাই যে একমাত্ৰ মৌলিক উপাদান নহয় সেই কথাও আজি স্পষ্ট হৈ পৰিছে। ভাষাৰ লগত ৰাজনৈতিক প্ৰভাৱৰ কথাও ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। আমাৰ বৃহত্তৰ অসমৰ ক্ষেত্ৰতো থলুৱা ভাষাসমূহৰ লগত আঞ্চলিক ভাষাৰ সম্পৰ্ক যুগমীয়া কৰি এক শক্তিশালী অসমীয়া জাতি গঢ়িবলৈ হ'লে সকলো জনগোষ্ঠীৰ মাজত ৰাজনৈতিক প্ৰভাৱেৰে এটা জাতীয় বাব গঢ়ি তুলিব লাগিব আৰু সেই সম্যক উপলব্ধিৰে জাতীয় চেতনা গঢ়ি উঠা সম্ভৱ হ'ব পাৰে একমাত্ৰ ভাষাৰ মাধ্যমেৰে।

মানৱ জীৱনৰ অভিব্যক্তিত সৃষ্টি হোৱা আমাৰ উপাদেয় সামগ্ৰীৰ ভিতৰত সাহিত্য, ভাষাৰ প্ৰাণস্বৰূপ আৰু ভাষা জন্মৰ পাচতে সাহিত্যৰো সৃষ্টি হয়। অসমীয়া ভাষাৰ মাধ্যমত আমাৰ জাতীয় সাহিত্য গঢ়ি উঠিছে আৰু তাত সমগ্ৰ অসমীয়াৰ জাতীয় জীৱনৰ প্ৰতিবিম্ব প্ৰতিফলিত হৈ যুগ যুগ ধৰি অসমীয়া ভাষাই আমাৰ জাতীয় সভ্যতা, ঐতিহ্য, সাংস্কৃতিক, সামাজিক ঐক্যৰ ধাৰা বহন কৰি আহিছে।

আজিও ভাৰতবৰ্ষত প্ৰচলিত হৈ থকা ১৬৫২টা মাতৃভাষাৰ ভিতৰত ৪০০টা জনজাতীয় ভাষা আৰু এইবোৰৰ সৰহভাগেই অলিখিত' ভাষা হিচাপে পৰিগণিত। এই ভাষাবোৰৰ ভিতৰত অসমৰ বিভিন্ন ভাষা-উপভাষাবোৰ অন্তৰ্ভুক্ত। আজি অসমৰ থলুৱা ভাষাবোৰৰ যোগেদি যি সাহিত্য ৰচিত হ'ব তাৰ উত্তম উপাদানখিনি অন্য ভাষা-ভাষীয়ে ইচ্ছা কৰিলে গ্ৰহণ কৰিবলৈ সুবিধা পাব আৰু বিভিন্ন ভাষাৰ

মাজত এক সমন্বয় ঘটিব।

আজিলৈকে তিব্বত-বৰ্মী বা মংগোলীয় জনগোষ্ঠীৰ যিবোৰ ভাষাৰ শব্দ আজি স্বাভাৱিকভাৱে আঞ্চলিক ভাষাত সোমাইছে সেইবোৰ ভাষাত সাহিত্য ৰচিত হ'লে পৰৱৰ্তী কালত অধিক সংমিশ্ৰণ ঘটিব আৰু আঞ্চলিক ভাষাৰো গৌৰৱ বাঢ়িব। এইদৰে শব্দৰ সংমিশ্ৰণৰ মাধ্যমে সামাজিক ঐক্য-সম্প্ৰীতি সাধন কৰাত আঞ্চলিক ভাষাক সমল যোগাব আৰু আঞ্চলিক ভাষাৰো অংশীদাৰ হ'ব পাৰিব।

ব্যৱহাৰিক জীৱনৰ কথা নিৰীক্ষণ কৰিলে দেখা যায় যে —অসমৰ বিভিন্ন ভাষা-ভাষীৰ মাজত স্বকীয় ভাষা-সাহিত্যৰ চৰ্চা আছে —অথচ আমি অসমীয়াভাষী হিচাপে আনক পৰিচয় দিওঁ। এই প্ৰসংগত তেনে ভাষা-ভাষী লোকৰ কাৰণে যিকোনো শিক্ষানীতিৰ ভাষাৰ ফৰ্মূলা প্ৰত্যক্ষভাৱে প্ৰযোজ্য নহয়। তেওঁলোকে ব্যৱহাৰিক জীৱনত স্বকীয় মাতৃভাষা শিকে; আঞ্চলিক পৰিবেশত আঞ্চলিক ভাষা শিকে, সৰ্বভাৰতীয় পৰিবেশত ৰাষ্ট্ৰীয় ভাষা শিকে আৰু আন্তৰ্জাতিক পৰিবেশত প্ৰয়োজনৰ খাতিৰত আন্তৰ্জাতিক ভাষাও শিকে। লগতে ক্লাচিকেল এটা ভাষা নিশিকিলে ভাষা শিকাও অৰ্থপূৰ্ণ। ইয়াৰ কোনোটো ভাষাকে তেওঁলোকে ত্যজ্য ভাষা হিচাপে ল'ব নোৱাৰে। সেইকাৰণে আঞ্চলিক ভাষাৰ লগত পাৰ্থক্য থাকিলেও ভৌগোলিক পৰিবেষ্টন, ৰাজনৈতিক পৰিবেষ্টন আৰু সামাজিক পাৰিপাৰ্শ্বিক প্ৰভাৱত পৰি আঞ্চলিক ভাষাক অধিকসংখ্যক জনগোষ্ঠীয়ে লিখিত মাতৃভাষা হিচাপে গ্ৰহণ কৰি অহাটো কোনেও অস্বীকাৰ কৰিব নোৱাৰে। ৰাজ্যৰ আঞ্চলিক ভাষাৰ মাধ্যমেৰে শিক্ষা-দীক্ষা, অনাক্ষৰী জনসাধাৰণৰ মাজত ব্যৱসায়-বাণিজ্যৰ ক্ষেত্ৰত আঞ্চলিক ভাষাৰ মাধ্যমেৰে আবহমান কালৰ পৰা আদান-প্ৰদান, ভাব বিনিময় কৰি আহিছে আৰু সেইফালৰ পৰা ব্যৱহাৰিক জনজীৱনত আঞ্চলিক ভাষাৰ প্ৰভাৱ সকলোতকৈ অধিক।

সাধাৰণভাৱে যদি বিস্তৃত অসমৰ ভাষা পৰিধিৰ কথা চাবলৈ যাওঁ তেন্তে দেখা পাম যে, ধুবুৰীৰ ভাষাৰ লগত শদিয়াৰ ভাষাৰ পাৰ্থক্য পৰিলক্ষিত হয়; কিন্তু আমি সকলো অসমীয়া ভাষা-ভাষী লোক। অঞ্চলবিশেষত লোক-ভাষাৰ পাৰ্থক্য থকাটো স্বাভাৱিক। এই প্ৰসংগত লিখিত ভাষা বা ষ্টেণ্ডাৰ্ড লেংগুৱেজ আৰু লোক-ভাষা বা কথিত ভাষাৰ কথা আমি উল্লেখ কৰিব পাৰো। গোৱালপৰীয়া লোকগীত বা কামৰূপীয়া লোকগীতৰ লগত অসমীয়া ষ্টেণ্ডাৰ্ড লেংগুৱেজৰ আংশিকভাৱে হ'লেও বৈসাদৃশ্য পৰিলক্ষিত হয়; কিন্তু আমি তাক অসমীয়া সাহিত্যৰ বিষয়-বস্তু বা বিশাল পৰিধিৰ অসমীয়া ভাষাৰ নহয় বুলি নকওঁ। আমাৰ জনসমাজ ভাষাৰ অপৰিসীম প্ৰভাৱৰ দ্বাৰা প্ৰভাৱান্বিত হোৱাৰ কাৰণে সেইবোৰ অসমীয়া ভাষা-

সাহিত্যৰ অমূল্য সম্পদ হিচাপে পৰিগণিত হৈছে।

অসমৰ বিশাল ভৌগোলিক পৰিবেষ্টনেৰে পৰিবেষ্টিত আৰু ভাষাৰ বিস্তৃত পৰিধিৰে আগুৰি থকা অসমীয়া ভাষা-সাহিত্যৰ অমূল্য সম্পদৰাজি আজিও বিভিন্ন ভাষা-উপভাষাবোৰৰ মাজত বিৰাজ কৰি আছে। তিব্বত-বৰ্মী, অষ্ট্ৰিক, দ্ৰাবিড় আদি ভাষা-ভাষী জনগোষ্ঠীৰ পৰা এনেবোৰ সম্পদৰাজি আঞ্চলিক ভাষাৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত কৰি, আপোন কৰি ল'ব পাৰিলে জনসাধাৰণৰ ঐক্য-সম্প্ৰীতি গঢ়ি তোলাত সেইবোৰে বিপুল অৱদান যোগাব, তাত সন্দেহ নাই। অসমীয়া ভাষাত আৰ্য্যমূলীয় ভাষা-ভাষীৰ বৈশিষ্ট্যৰ প্ৰভাৱ অধিক পৰিমাণে পৰিলক্ষিত হ'লেও আদিম অধিবাসী জনগোষ্ঠীবো বৰঙণি কম নহয়। অসমীয়া শব্দৰ ভঁৰাললৈ দেশী-বিদেশী, তৎসম, তদ্ভৱ, অৰ্ধ-তৎসম শব্দৰ আগমন হোৱাত জনসাধাৰণৰ মাজত ইয়াৰ প্ৰভাৱ অধিক হৈ পৰিছে। সেইদৰে জনসাধাৰণৰ মাজত প্ৰভাৱ বিস্তাৰ কৰিব পৰা আৰু জনসাধাৰণৰ গ্ৰহণযোগ্য অন্য ভাষাৰ শব্দ অধিক পৰিমাণে আগমন হ'লে ভাষা চহকী হ'ব আৰু দেশত বিভিন্ন ভাষা-ভাষী জনগোষ্ঠীৰ মাজত অসমীয়া ভাষাই আৰু প্ৰসাৰ লাভ কৰিব পাৰিব। আমাৰ ভাষা-সাহিত্যৰ প্ৰভাৱে জনসাধাৰণৰ মাজত ঐক্য আৰু সম্প্ৰীতিৰ বিস্তাৰ কৰে সঁচা; কিন্তু আজিৰ যুগত ভাষা-সাহিত্যৰ প্ৰভাৱতকৈ ৰাজনৈতিক প্ৰভাৱেহে অধিক প্ৰতিক্ৰিয়া কৰা দেখা গৈছে। বাস্তৱ দৃষ্টিকোণৰ পৰা চাবলৈ গ'লে ইয়াৰ অন্তৰালত কিবা নহয় কিবা আসোঁৱাহ বা কিবা কেৰোণ সোমাই পৰিছে, যিটো কেৰোণৰ বীজ জনসাধাৰণৰ মাজত অংকুৰিত হৈ সামাজিক ঐক্য-সম্প্ৰীতিত প্ৰতিবন্ধকৰ সৃষ্টি কৰিছে।

আজি ভাষা-সাহিত্যৰ লগত ৰাজনৈতিক কোনো নিবিড় সম্পৰ্ক গঢ়ি উঠা নাই। আনহাতে সেই কেৰোণ লগা ৰাজনৈতিক কবলৰ পৰা আজিৰ জনসাধাৰণো মুক্ত হ'ব পৰা নাই, হাতসাৰি থাকিব পৰা নাই। সেই পৰিবেশেৰে আজি অসমত বিভিন্ন জনগোষ্ঠীৰ মাজত এক অভাৰতীয় পৰিবেশ গঢ়ি উঠা পৰিলক্ষিত হৈছে আৰু সেই অভাৰতীয় পৰিবেশ বিভিন্ন সমাজত প্ৰভাৱ বিস্তাৰ কৰি আমাৰ কৌটিকলীয়া সামাজিক আত্মীয়তা-ভাতৃত্বৰ বান্ধোনত কেৰোণ আনি দিছে, সামাজিক ঐক্য-সম্প্ৰীতিক বিনষ্ট কৰি ৰাজনীতিয়ে সমস্যাবোৰ প্ৰকট কৰিছে। আমি ইতিহাসে ঢুকি পোৱা দিনৰ পৰা যদি ভাৰতীয় সভ্যতাৰ কথা ফঁহিয়াই চাওঁ, তেন্তে দেখা পাম অনৈক্যৰ মাজেদিয়ে আমাৰ সামাজিক ঐক্য-সম্প্ৰতি গঢ়ি উঠিছে। যুগে যুগে ৰাজনৈতিক পৰিবৰ্তনৰ উত্থান-পতনৰ পৰিবেশে তাত বিপুল ইন্ধন যোগাই আহিছে। বৰ্তমানৰ দেশত ৰাজনৈতিক বিভাজনে সেই একে অভিনয়কে কৰি আছে। আজি দিনকদিনে দেশজুৰি বাঢ়ি অহা সামাজিক অনৈক্য

আৰু বিচ্ছিন্নকামী মনোভাব বিভিন্ন পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত গঢ়ি উঠিছে। সেইক্ষেত্ৰত আমি জনসাধাৰণক সম্পূৰ্ণভাৱে জগৰীয়া কৰিব নোৱাৰো; কাৰণ দেশৰ ৰাজদণ্ড জনজীৱনৰ অনুকূলে নহয়, সুস্থিৰ নহয় আৰু আজিৰ ৰাজনীতিয়ে দেশৰ অগণন জনসাধাৰণক নিৰাপত্তা দিব পৰা নাই। ৰাজনীতিয়ে দেশৰ নাগৰিকক নিৰাপত্তা দিব নোৱাৰিলে ভাষা-সাহিত্যৰ দ্বাৰা সামাজিক ঐক্য-সম্প্ৰীতি গঢ়ি তোলা সম্ভৱ নহয়।

দেশৰ প্ৰতি প্ৰত্যেক নাগৰিকৰে যদি ধ্যান-ধাৰণা একে নহয় তেন্তে জনসাধাৰণৰ মাজত বিচ্ছিন্নতাকামী মনোভাব, সামাজিক অনৈক্য গঢ়ি উঠাটো স্বাভাৱিক আৰু তাক বাধা দি ৰাখিব নোৱাৰি। দেশৰ এদলে যদি নিজৰ দেশখনক উপভোগৰ কলনি বুলি গণ্য কৰে আৰু তেনেভাৱে সকলো ক্ষেত্ৰতে আচৰণ কৰে তেন্তে আনটো দলে সামাজিক ঐক্য বিনষ্ট সাধনৰ শ্ল'গান দিয়াটো আৰু নানান দিশত অনৈক্যৰ স্ফুলিংগই দেখা দিয়াটো স্বাভাৱিক কথা। দেশক হাড়ে-হিমজুৱে আপোণ কৰি ল'ব নোৱাৰিলে ঐক্য-সম্প্ৰীতি গঢ়ি উঠিব নোৱাৰে। সামাজিক আত্মীয়তা গঢ়ি নুঠিলে দেশৰ ভাষা-সাহিত্যই সামাজিক ঐক্য-সম্প্ৰীতি বজাই ৰাখিব নোৱাৰে। গতিকে দেশৰ ঐক্য-সম্প্ৰীতিৰ পৰিবেশৰ লগত দেশাত্মবোধ, অকৃত্ৰিমভাৱে দেশক ভালপোৱাৰ ভাব তেজ-মঙহত নিৰ্লিপ্ত হৈ থাকিব লাগিব।

সামাজিক ঐক্য-সম্প্ৰীতি বলেৰে কাকো কোনেও দিয়া বস্তু নহয়, ই গভীৰভাৱে উপলব্ধিৰে গ্ৰহণ কৰা বিষয়বস্তু। গতিকে প্ৰবন্ধ লিখি, মহাসভা উদ্‌যাপন কৰি, বক্তৃতাৰ ফুলজাৰিৰে ঐক্য-সম্প্ৰীতিৰ ভাব গঢ়ি তোলাতকৈ ইয়াৰ প্ৰকৃত কেৰোণবোৰ উলিয়াই তাৰ প্ৰতিকাৰ কৰাহে শ্ৰেয় আৰু তেতিয়া জনসাধাৰণৰ মাজত আপোনাআপুনি দেশাত্মবোধ তথা জাতীয়তাবোধ গঢ়ি উঠিব, ভাষা-সাহিত্যৰ প্ৰতি ঢাউতি বাঢ়িব, দেশত শান্তিয়ে বিৰাজ কৰিব আৰু সামাজিক ঐক্য-সম্প্ৰীতি ৰক্ষিত হ'ব। ■

---

*একত্ৰিশ বছৰ, চতুৰ্থ সংখ্যা এপ্ৰিল ১৯৭৫ চন, 'অসম সাহিত্য সভা পত্ৰিকা'ত প্ৰকাশিত ঃ সম্পাদক*

# জনজাতীয় লোক আৰু ভাষাচৰ্চাৰ পৰিসৰ

আজিও জনজাতীয় জনসাধাৰণৰ কাৰণে ভাষা-সমস্যাটো এটা বুজিব নোৱাৰা সাঁথৰ হৈ আছে। শিক্ষা পৰিধিৰ বাহিৰত সৰ্বসাধাৰণৰ মাজত ভাষা-সমস্যাই কি ৰূপ ধাৰণ কৰিছে তাৰ কথা বিচাৰ-বিশ্লেষণ কৰি চালে দেখা যায়— সামাজিক জীৱনযাত্ৰা আৰু বিভিন্ন সমস্যাৰ পৰিপ্ৰেক্ষিতত মাতৃভাষাৰ বাহিৰে কমেও আন তিনিটা ভাষা জনাটো নিতান্ত প্ৰয়োজন হৈ পৰিছে। সেইক্ষেত্ৰত নিজৰ মাতৃভাষা, আঞ্চলিক বা ৰাজ্যিক ভাষা, ৰাষ্ট্ৰভাষা বা সৰ্বভাৰতীয় ভাষা আৰু পৃথিৱীৰ আন্তৰ্জাতিক ভাষাৰ কথা উল্লেখ কৰিব পাৰিব।

আজি আধুনিক সভ্যতাৰ সুদূৰপ্ৰসাৰী দৃষ্টিত বিশাল পৃথিৱীখন নিচেই সৰু হৈ পৰিছে। পৃথিৱীৰ সকলো দেশতে কম-বেছি পৰিমাণে বিভিন্ন ভাষা-ভাষী লোকৰ সমাগম হৈছে। অসমতো বিশেষকৈ ৰাজনৈতিক আৰু অৰ্থনৈতিক চেলু লৈ বহু বহিৰাগত লোকৰ সমাগম হৈয়েই আছে। সময় থাকোতেই যথোচিত ব্যৱস্থা গ্ৰহণ নকৰিলে সময়ৰ সোঁতত এদিন হয়তো অসমৰ অসমীয়াত্ব ৰক্ষা কৰাটো টান হৈ পৰিব।

আজি সৰ্বসাধাৰণৰ মাজত ত্ৰিভাষী সূত্ৰ প্ৰযোজ্য হ'লেও বিশেষকৈ জনজাতীয় লোকৰ ক্ষেত্ৰত প্ৰত্যক্ষভাৱে চতুঃভাষী সূত্ৰহে প্ৰযোজ্য— সেয়ে অঞ্চল বিশেষত বাস কৰা সংখ্যালঘু ভাষা-ভাষী লোকৰ কথা উপলব্ধি কৰি সেইসকলৰ স্বাৰ্থ ৰক্ষাৰ্থে সংবিধানত ৰক্ষণাবেক্ষণ দিয়া হৈছে। আনহাতে যদি আমি ঐক্য আৰু সম্প্ৰীতিৰে বাস কৰা আজিৰ সামাজিক পৰিবেশৰ কথালৈ লক্ষ্য নকৰি আইনসংগত কথাকে প্ৰধান্য দিবলৈ যাওঁ, তেন্তে সামাজিক জীৱনত বিসংগতিৰ সূত্ৰপাত হ'ব আৰু তেতিয়া ভাষা-সমস্যাটো আৰু জটিল হৈহে পৰিব। আজি অসমত বাস কৰা বহু জাতি, বহু ভাষা-ভাষী লোকৰ সমন্বয়ত যি সম্প্ৰীতি, ব্যৱসায়-বাণিজ্যৰ আদান-প্ৰদান, পাৰিপাৰ্শ্বিক সংগতিত এক সামাজিক পৰিবেশ গঢ়ি উঠিছে তালৈ লক্ষ্য কৰি জাতিৰ বৃহত্তৰ স্বাৰ্থ, সাংস্কৃতিক, ঐক্য আৰু সংহতিৰ ভিত্তিতহে দেশৰ ভাষা-সমস্যাটো সমাধান কৰা সমীচীন।

ভাষা মানৱ জাতিৰ ভাব প্ৰকাশৰ মাধ্যম। সামাজিক পৰিৱেশত ইয়াক বলপূৰ্বক কাকো কোনেও শিকাব নোৱাৰে। গুৰুমুখী শিক্ষা লাভৰ দৰে

সৰ্বসাধাৰণৰ ভাষা শিকাৰ অনুকূল পৰিবেশ নাই। তেওঁলোকৰ ভাষা-চৰ্চা নিৰ্ভৰ কৰে অধিকসংখ্যকে কোৱা বা ব্যৱহাৰ কৰা ভাষাৰ যোগেদি, ভাব বিনিময় কৰা সামাজিক পৰিবেশত। সেইক্ষেত্ৰত গাঁৱৰ সান্নিধ্যত থকা আঞ্চলিক ভাষা-ভাষীৰ কথোপকথন, দৈনন্দিন সম্পৰ্ক, আদান-প্ৰদান আৰু আঞ্চলিক জীৱন-যাপন আদিৰ অনুকূল পৰিবেশেহে স্বাভাৱিকভাৱে জনসাধাৰণৰ ভাষা-চৰ্চাৰ সৰ্বোৎকৃষ্ট সফল উপায়। এনে সামাজিক সমস্যাৰ পৰিবেশৰ পৰিপ্ৰেক্ষিতত অনিচ্ছাকৃতভাৱে কোনেও আইনসংগত কু-অভিপ্ৰায়েৰে জনসাধাৰণক বিপথগামী কৰি কোনো ভাষা-চৰ্চাৰ পথ স্বাভাৱিক আৰু প্ৰসাৰিত কৰি দিব নোৱাৰে।

জনসাধাৰণৰ ভাষা-চৰ্চাৰ ক্ষেত্ৰত প্ৰথমে পৰিলক্ষিত হয়— ভৌগোলিক আবেষ্টন আৰু সামাজিক পৰিবেশ। সেই সামাজিক পৰিবেশৰ লগত জন্মলগ্ন বা মাতৃভাষাৰ নিবিড় সম্পৰ্ক আছে। দ্বিতীয়তে পৰিলক্ষিত হয় সামাজিক নিত্য কৰ্ম, ধৰ্মৰ ধ্যান-ধাৰণাৰ প্ৰভাৱ। সামাজিক ৰীতি-নীতি, সাংস্কৃতিক জীৱনধাৰাৰ প্ৰভাৱত সামাজিক ভাষা-চৰ্চা স্বাভাৱিকতে গঢ়ি উঠে। গতিকে দেখা যায় যিখন সমাজত জন্মগ্ৰহণ কৰি ডাঙৰ-দীঘল হয় সেইখন সমাজৰ স্বকীয় ভাষাক মাতৃভাষাস্বৰূপে গ্ৰহণ কৰে আৰু স্থুলীয়া বা স্ব-জাতীয় অঞ্চলৰ পৰিবেশ অতিক্ৰম নকৰাপৰ্যন্ত উক্ত ভাষাই জনসাধাৰণৰ মাজত প্ৰাধান্য লাভ কৰি থাকে। এনে ভাষা-ভাষীৰ ভিতৰত বিভিন্ন জনজাতীয় লোকৰ ভাষাবোৰ উল্লেখযোগ্য।

আজিও কিছুমান জনজাতীয় ভাষা সামাজিক পৰিবেশৰ মাজতে আবদ্ধ হৈ আছে আৰু সেইবোৰ ভাষা পৰম্পৰাগতভাৱে গঢ়ি উঠা ভাষা। এনেবোৰ ভাষা লিখি-পঢ়ি শিকা ভাষা নহয়— সেয়ে প্ৰাথমিক পৰ্যায়ৰ শিশুৰ শিক্ষাৰ ক্ষেত্ৰত সামাজিক পৰিবেশ আৰু মাতৃভাষাৰ প্ৰয়োজনীয়তা কোনেও নুই কৰিব নোৱাৰে। এই পৰিবেশত গঢ়ি উঠা জনজাতীয় শিশুক শিশুৰ পৰিচিত ভাষাৰ সহায়েৰে প্ৰাথমিক শিক্ষা নিদি আন এটা অপৰিচিত ভাষাৰ মাধ্যমেৰে পোনপটীয়াকৈপ্ৰাথমিক শিক্ষা দিবলৈ গ'লে শিশুৰ শিক্ষাগ্ৰহণ বা আহৰণ কৰা কঠিন হৈ পৰে। এই প্ৰসংগত জনজাতীয় সামাজিক ভাষাৰ পৰিসৰ বিশাল কৰা অভিপ্ৰায়েৰে প্ৰচেষ্টা নকৰিলেও শিশু শিক্ষাৰ বুনিয়াদ গঠনৰ কাৰণে উৎকৰ্ষ সাধন কৰাটো বাঞ্ছনীয়।

জনজাতীয় লোকে সামাজিক পৰিবেশ অতিক্ৰম কৰি যেতিয়া গাঁৱৰ চাৰিসীমাৰ বাহিৰৰ আশে-পাশে থকা আঞ্চলিক অসমীয়া ভাষা-ভাষী সমাজৰ সান্নিধ্যলৈ আহে, —তেতিয়া জনসাধাৰণৰ কাৰণে আঞ্চলিক বা ৰাজ্যিক ভাষা-চৰ্চাৰ প্ৰয়োজনীয়তা অহি পৰে। এই আঞ্চলিক ভাষাৰ যোগেদিহে দেশৰ বিশাল বিস্তৃত অঞ্চল তথা সমগ্ৰ দেশৰ লগত সকলো প্ৰকাৰৰ আদান-প্ৰদান লৈ আহে।

আঞ্চলিক ভাষাৰ মাধ্যমেৰে সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক আৰু সাংস্কৃতিক ক্ষেত্ৰত পৰস্পৰে পৰস্পৰৰলগত ভাব বিনিময় কৰি আত্মীয়তা এনাজৰীৰে বান্ধ খায়। সেয়ে দেশৰ অখণ্ডতা, জাতীয় ঐক্য আৰু সংহতি ৰক্ষাৰ ক্ষেত্ৰত আঞ্চলিক ভাষাৰ পটভূমিকাৰ কথা কোনেও অস্বীকাৰ কৰিব নোৱাৰে। এনে ভাষাগত আৰু ভাবগত সান্নিধ্যত জনজাতীয় লোকৰ ওপৰত আঞ্চলিক ভাষাই পোনপটীয়াকৈ প্ৰভাব বিস্তাৰ কৰে কাৰণে সহজভাবে জনজাতীয় নিৰক্ষৰ লোকেও ভাষাটো শুদ্ধভাবে ব্যৱহাৰ কৰিবলৈ সক্ষম হয়, তাক হৃদয়ংগম কৰি গ্ৰহণ কৰি ল'ব পাৰে আৰু ই মনোবিজ্ঞানসন্মতভাবে গ্ৰহণযোগ্যও। সেই সামাজিক সান্নিধ্য, পাৰিপাৰ্শ্বিক পৰিবেশ কোনো ৰাজনৈতিক আৰু ভৌগোলিক পৰিবেষ্টনৰ বাধ্য-বাধকতাই জনসাধাৰণৰ মনোজগতত হেঙাৰ সৃষ্টি কৰি ৰাখিব নোৱাৰে। সেয়ে আঞ্চলিক বা ওচৰ-চুবুৰীয়াৰ ভাষাৰ বিকল্পে কোনো সাত-সাগৰৰ তেৰ নদী সিপাৰৰ আন্তৰ্জাতিক ভাষাই বিপুল প্ৰভাবেৰেও সিবিলাকক প্ৰভাবান্বিত কৰিব নোৱাৰে, আৰু প্ৰকৃততে সেয়া উচিতো নহয়। জনজাতীয় গোষ্ঠীবোৰৰ ভাষা বিকাশৰ ক্ষেত্ৰত আঞ্চলিক ভাষাৰ প্ৰভাব, শব্দৰাজিৰ সমন্বয়, অধিকসংখ্যকে সহজতে বুজা আৰু ক'ব পৰা অক্ষৰ চিনাৰ ভিত্তিতহে লিপি, ভাষাগত আনুষংগিক কথাবোৰ চিন্তা কৰা উচিত।

আমাৰ আঞ্চলিক ভাষাৰ পৰিধি ক্ৰমাৎ বাঢ়ি যোৱাৰ লগে লগে আধুনিক সমাজ ব্যৱস্থাৰ অনুকূলে নগৰে-চহৰে বাস কৰা বিভিন্ন ভাষা-ভাষী লোকৰ লগত সংমিশ্ৰণ ঘটেআৰু তেতিয়া আৰু এটা ভাষাৰ পৰিবেশ আহি পৰে, সেয়া হৈছে সৰ্বভাৰতীয় হিন্দী ভাষাৰ পৰিবেশ। সৰ্বভাৰতীয় ভাষাৰ পৰিবেশ পোৱাৰ পাচত আকৌ আৰু এটা ভাষাৰ নতুন পৰিবেশ আহি পৰে, সেয়া হৈছে পৃথিৱীৰ সাৰ্বজনীন ইংৰাজী ভাষাৰ পৰিবেশ। আজিৰ যুগত এই চাৰিটা ভাষা-চৰ্চা আৰু ভাষাজ্ঞানৰ কথা প্ৰত্যেক স্বাধীন দেশৰ নাগৰিক বা জনসাধাৰণৰ কাৰণে অপৰিহাৰ্য হৈ পৰিছে আৰু ইয়াৰ কোনোটোৰেই আমাৰ ত্যজ্য ভাষা নহয়।

আনুষ্ঠানিক শিক্ষা-দীক্ষাৰ ক্ষেত্ৰতো ভাষা সমস্যাৰ পৰিপ্ৰেক্ষিতত একেটা প্ৰসংগই প্ৰযোজ্য। বৰ্তমান প্ৰাথমিক পৰ্যায়ত মাতৃভাষা আঞ্চলিক পৰ্যায়ত অসমীয়া ভাষা আৰু সৰ্বভাৰতীয় পৰ্যায়ত হিন্দী ভাষা আৰু আন্তৰ্জাতিক পৰ্যায়ত ইংৰাজী ভাষা আৰু আমাৰ দেশত প্ৰৱৰ্তন হৈ আছে। আজিৰ নতুন চাম বংশধৰসকলে আঞ্চলিক ভাষাৰে উচ্চ শিক্ষা লাভ কৰিলেও সৰ্বভাৰতীয় হিন্দী ভাষা শিক্ষাৰ্থী পৰীক্ষাৰ্থী তথা দেশৰ জনসাধাৰণৰ বোধগম্য নোহোৱা পৰ্যন্ত ইংৰাজী ভাষাই প্ৰাৰ্থী নিৰ্বাচনৰ মাধ্যম হৈ থাকিব। গতিকে বৰ্তমান যুগত ইংৰাজী ভাষাক কোনেও অৱহেলা কৰিব নোৱাৰে।

আমাৰ বাস কৰা ৰাজ্যখনেই আমাৰ কাৰণে জন্মভূমি, পুণ্যভূমি, তীৰ্থভূমি

আৰু স্বৰ্গভূমি। এইখন ৰাজ্যৰ জলবায়ু সেৱন কৰি জীৱন ধাৰণ কৰিছো আৰু এদিন এই দেশৰ ধূলিতেই লীন হৈ যাম। দেশৰ উন্নতিয়েই আমাৰ উন্নতি আৰু দেশৰ অধোগতিয়েই আমাৰো অৱনতি। আজি ইয়াত কোনো খিলঞ্জীয়া নহয় আৰু কোনো বহিৰাগতও নহয়। এনে মনোভাব পোষণ কৰাসকল দেশদ্ৰোহী, জাতি-বিদ্বেষী আৰু দেশ মাতৃকাৰ অকৃতজ্ঞ সন্তান। এলান্ধুকলীয়া পূৰ্বপুৰুষৰ মোহত মজি দেশৰ তথা জাতিৰ বৃহত্তৰ স্বাৰ্থত বিধি-পথালি দিবলৈ গ'লে পৰিণামত দেশৰ ঐক্য আৰু সংহতি বিনষ্ট পাব আৰু দেশৰ কোনো সমস্যাৰেই সমাধান নহ'ব। নিজৰ ক্ষুদ্ৰ স্বাৰ্থ ত্যাগ কৰি অঞ্চলৰ ভাষা-সাহিত্য-সংস্কৃতি আৰু ঐতিহ্যৰ উত্তম উপাদানখিনি বুকুৰ উমেৰে জীৱন্ত কৰি প্ৰতিজন মানুহ নামধাৰী লোকেই অনুপ্ৰাণিত হোৱাটো অৱশ্যে কৰ্তব্য আৰু জনজাতীয় লোকসকলেও সেই শুদ্ধ পথেৰেই আগুৱাব লাগিব। ■

*'দৈনিক অসম'ত প্ৰকাশিত দহ ডিচেম্বৰ, ১৯৭২ চন : সম্পাদক*

# জাতীয় সংহতি সাধনত বিভিন্ন জনগোষ্ঠীৰ ভূমিকা

।। এক ।।

জাতীয় জীৱনৰ স্বৰূপ প্ৰকাশ পায় জাতীয় সংহতিৰ মাজেদি আৰু ইয়াৰ প্ৰত্যেকটো উপাদানৰ লগতে দেশবাসীৰ মানসিক প্ৰস্তুতিৰ নিৰৱচ্ছিন্ন সম্পৰ্ক আছে। দেশৰ আভ্যন্তৰীণ সহ-অৱস্থিতি আৰু জনগণৰ স্বচ্ছল জীৱনধাৰাৰ ওপৰতে জাতীয় সংহতি নিৰ্ভৰ কৰে।

'সংহতি শব্দৰ ব্যুৎপত্তিগত অৰ্থ আৰু ভাৱাৰ্থ ব্যাপক। ইয়াৰ অন্তৰ্নিহিত তাৎপৰ্য অৰ্থব্যঞ্জক অভিব্যক্তিৰ প্ৰতি লক্ষ্য কৰিলে প্ৰকৃতাৰ্থত সংহতি শব্দৰ প্ৰয়োগ বহুক্ষেত্ৰতে প্ৰযোজ্য নহয়, বৰঞ্চ ইয়াৰ প্ৰয়োগ সীমিত। একোটা সু-সংহত জাতিৰ ঘণীভূত শক্তিৰাজিৰ একত্ৰীকৰণ আৰু গোষ্ঠীসত্তাৰ মিলনৰ একত্ৰীভৱনৰ ভাবাৰ্থকে 'সংহতি' শব্দই সূচায়। গতিকে ইয়াক সম্মিলিত জাতিসত্ত্বাৰ সৰ্বতোপ্ৰকাৰৰ মিলিত ঐক্যৰ গতিয়েই 'সংহতি' বুলি সংক্ষেপতে ক'ব পাৰি কিন্তু বহুক্ষেত্ৰত আমি 'সংহতি' শব্দৰ অপপ্ৰয়োগ নকৰাকৈয়ো থকা নাই।

আমি 'সংহতি' শব্দৰ প্ৰায়োগিক দিশত অৰ্থব্যঞ্জনাৰ প্ৰতি লক্ষ্য কৰিলে প্ৰধানতঃ কেইটামান অপৰিহাৰ্য মৌলিক উপাদনৰ লগত ইয়াৰ অবিচ্ছেদ্য সম্পৰ্ক আৰু বৈশিষ্ট্যৰ লক্ষণ দেখা পাওঁ, এইবোৰৰ ভিতৰত—

(১) একে ভৌগোলিক পৰিবেষ্টনেৰে পৰিবেষ্টিত এক ভূমিখণ্ডৰ অৱস্থিতি, অৰ্থাৎ এখন দেশ বা ৰাজ্য, (২) একে জনগোষ্ঠীৰ সমাজ তথা একীভূত সমাজ গাঁঠনিৰে অৰ্থনৈতিক উৎপাদনমুখী সম্মিলিত এক জনসমাজ, অৰ্থাৎ একে জাতি, (৩) একে সংস্কৃতিভিত্তিক জীৱনধাৰাৰে ধাৱিত, অৰ্থাৎ একে সংস্কৃতি, (৪) একে ভাষাৰ মাধ্যমেৰে দৈনন্দিন সামাজিক জীৱন-যাত্ৰাত পৰস্পৰৰ মাজত আদান-প্ৰদান, ভাব বিনিময়েৰে পৰিচালিত, অৰ্থাৎ একে ভাষা, (৫) একে মানসিক আবেগ-অনুভূতি তথা আবেগিক ঐক্যৰ মজ্জাগত আধ্যাত্মিক চিন্তা-চৰ্চ্চা, জীৱন দৰ্শনৰ অৰ্থাৎ, একে আবেগিক ঐক্য আদি উপাদানৰাজিৰ কথা উল্লেখযোগ্য আৰু সেইবোৰৰ ভিত্তিতে 'সংহতি' শব্দৰ প্ৰায়োগিক দিশ প্ৰকৃতাৰ্থতে প্ৰযোজ্য।

গতিকে, এই সম্যক পৰ্যালোচনাৰ পৰা আমি আত্ম-প্ৰত্যয় জন্মাব পাৰো যে ভাৰতবৰ্ষৰ ৰাষ্ট্ৰীয় সংহতি, ভাৰতীয় জাতীয় সংহতি তথা অসমীয়া সংহতি অতীজৰে পৰা বিসংহতিৰ মাজেদিয়ে তথাকথিত সংহতি, অনৈক্যৰ মাজেদিয়ে তথাকথিত ঐক্য (ইউনিটি উইদিন ডাইভাৰচিটি), অৰ্থাৎ তথাকথিত সংহতি বৰ্তি আহিছে আৰু বহু সৰু-বৰ ৰাজ্যৰে সংগঠিত দেশৰ, বহু প্ৰজাতি-জাতি-উপজাতি-অধিজাতিৰ জনগোষ্ঠীৰে সন্মিলিত জাতিৰ, বহু ধৰ্মাৱলম্বী কৃষ্টি-সংস্কৃতিৰ সমন্বয়ৰ বৰ্ণাঢ্য সংস্কৃতিৰ বহু কথিত-অকথিত, লিখিত-অলিখিত ভাষা-উপভাষা আদিৰ ঘণীভূত আত্মপ্ৰকাশৰ আবেগিক ঐক্যৰ মিলিত গতিধাৰাই আমাৰ সংহতিৰ বৈশিষ্ট্য।

আজি আমি অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াৰ কথা যদি বাস্তৱসন্মতভাৱে ফঁহিয়াই চাওঁ তেন্তে তাত দেখা পাম যে কিৰাত বা মংগোলীয় তথা স্বৰাজোত্তৰ কালত জনজাতি নামেৰে সাংবিধানিক স্বীকৃত জনগোষ্ঠীৰ ভূমিকা অন্য গোষ্ঠীবোৰতকৈ বেছি নহ'লেও কোনোগুণে কম নহয়। এই প্ৰসংগত ভাষা-সাহিত্য-সংস্কৃতি আদিৰ প্ৰামান্যই দিয়া অকাট্য প্ৰামাণ্যৰ কথা উল্লেখ কৰিব পাৰি।

উত্তৰ-পূব ভাৰতৰ বিসাল বিস্তৃত একে প্ৰাকৃতিক পৰিবেশেৰে পৰিবেষ্টিত পৰ্বত-পাহাৰ-গিৰি-গুহা-গহ্বৰ, নদ-নদী, জান-জুৰি, ভৈয়াম-সমতল ভূমিৰে ভৰা এই ভূখণ্ড অনন্ত অনাদি কালৰ পৰাই সুকীয়া পাৰিপাৰ্শ্বিক প্ৰভাৱেৰে প্ৰভাৱান্বিত হৈ সুকীয়া দেশ হিচাপে পৰিগণিত হোৱা পৌৰাণিক আখ্যান জনশ্ৰুতি কিম্বদন্তী বেদ-উপনিষদ আদিত বিৰজি আছে। জনমানৱৰ বাসপোযোগী হোৱাৰ পাচত ইয়ালৈ অহা প্ৰব্ৰজনকাৰী মংগোলীয়সকলে ৰাজ্য প্ৰতিষ্ঠা কৰি কোনোৱে বুৰঞ্জী বা বিস্মৃত যুগৰ পৰাই বসতি বিস্তাৰ কৰি আহিছিল। প্ৰাকৃতিক দুৰ্যোগ, পাৰিপাৰ্শ্বিক পৰিবৰ্তন আৰু জনসংখ্যাৰ বৃদ্ধিয়ে তেওঁলোকৰ বিভিন্ন অঞ্চলৈ বসতি বিস্তাৰ কৰিবলৈকো বাধ্য কৰাইছিল। কালক্ৰমত নদীকেন্দ্ৰিক সভ্যতাৰ মোহ এৰি উচ্চ-ভূমিৰ পৰা সমতল-ভূমিলৈ, সমতলৰ পৰা নিম্ন-সমতল ভূমিলৈ আৰু নদীকেন্দ্ৰিকৰ পৰা অনদীকেন্দ্ৰিক উৰ্ব্বৰা ভূমিলৈ আৰু অধিক কৃষি উৎপাদনৰ কাৰণে সাৰুৱা ভূমিৰ সন্ধানত বসতি বিস্তাৰ কৰি ভৰি পৰিছিল। আজিও মংগোলীয় জনগোষ্ঠীৰ চিৰ-প্ৰব্ৰজন মজ্জাগত। সেই সহজাত প্ৰবৃত্তি নোহোৱা নহয় আৰু তেওঁলোকৰ ই এক চাৰিত্ৰিক বৈশিষ্ট্য। এই চিৰ প্ৰব্ৰজনৰ সহজাত প্ৰবৃত্তিৰ ফলতেই সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ বিশাল বিস্তৃত অঞ্চলত ভৰি পৰা আৰু বংশোদ্ভৱ হোৱা বিভিন্ন জনগোষ্ঠীবোৰৰ মাজত একে মাতৃমূলীয় ভাষা-সংস্কৃতিৰ পৰা বিভিন্ন বংশোদ্ভৱ জনগোষ্ঠী আৰু কৃষ্টি-সংস্কৃতিবোৰৰ উদ্ভৱ হৈ আজি বিভিন্ন সমাজ তথা বিভিন্ন গোষ্ঠীৰূপে ধৰা দিছে।

প্ৰাক্ ঐতিহাসিক যুগৰ পৰাই প্ৰাগজ্যোতিষ, কামৰূপ তথা অসম আছিল বিশ্বমানৱৰ বিস্ময়কৰ, আকৰ্ষণীয় আৰু অন্যতম কামনাৰ আকাংক্ষিত দেশ। সেয়ে এই দেশলৈ চৌদিশৰ পৰা যুগে যুগে চামে চামে প্ৰব্ৰজনকাৰীৰ অবাধ প্ৰব্ৰজন চিৰপ্ৰবাহিত হৈ আহিছে। পৰৱৰ্তী কালত দলে দলে বিভিন্ন কাৰণত কোনোবা যুদ্ধলৈ অহা, কৃষি-ব্যৱসায়-বাণিজ্যৰ সন্ধানত, জীৱন নিৰ্বাহৰ অন্বেষণত প্ৰব্ৰজন কৰা, ৰজাঘৰীয়া আমদানি কৰা আদি বিভিন্ন জনগোষ্ঠীৰে ভৰি পৰা আটায়ে হয়তো লগত প্ৰিয় পৰিবাৰ তিৰোতা পৰিয়ালসহ অহা নাছিল বা ই সম্ভৱো নাছিল। এইদৰে ইয়ালৈ অহাসকলে অসমৰ ৰং ৰূপে-ৰসে ভৰা, শস্য-শ্যামলা নদন-বদন, মুনি-মনোহৰা, দেৱতা-দানৱ-অসুৰ মহামিলনৰ লীলাভূমি চিৰসেউজী বিশাল লৌহিত্যৰ সৌন্দৰ্যৰে পৰিবেষ্টিত নান্দনিক উৰ্বৰা তীৰভূমিত জীৱন-জ্যোতিৰ গোন্ধ পাই মোহ গ'ল আৰু উভতি যোৱাৰ কথা পাহৰি গ'ল।

ভাষাগত প্ৰামাণ্যৰ পৰা আমি ঠাৱৰ কৰিব পাৰো যে প্ৰব্ৰজনকাৰী জনগোষ্ঠীবোৰৰ ভিতৰত এইখন দেশত পূণ্যভূমি, তীৰ্থভূমিৰূপে অন্তৰেৰে গ্ৰহণ কৰি ইয়াত থিতাপি লোৱা অষ্ট্ৰিক, মংগোলীয় বা তিব্বত বৰ্ম্মী, দ্ৰাবিড়, আৰ্য্য জনগোষ্ঠী আছিল অন্যতম আৰু কালক্ৰমত বংশোদ্ভৱ হোৱা ইয়াৰে বিভিন্ন ভাষা-উপভাষাৰ কথা আজি নতুন পুৰুষৰ কাৰণে অনুমেয় মাথোন।

জন-সমাজত স্বাভাৱিকতে ৰক্ষণশীল আৰু প্ৰগতিশীল, উদাৰবাদী মনোবৃত্তিৰ লোক সদায় পোৱা যায় আৰু যুগ-প্ৰবাহৰ বিপৰীতে যোৱা সোঁপন্থী, বাওঁপন্থীৰ সন্মুখীন হ'লেও জীৱ-জগতৰ আহাৰ, নিদ্ৰা, ভয়, মৈথুন সহজাত প্ৰবৃত্তিক বাদ দি আমি মানৱ সমাজৰ স্থিতি-অৱস্থিতি কল্পনা কৰিব নোৱাৰো আৰু তাৰ মাজতে অন্তৰ্নিহিত হৈ আছে, জনমানৱৰ অদূৰ ভৱিষ্যতৰ সৃষ্টিৰ উন্মেষ। মানুহ সামাজিক জীৱ। সেয়ে, স্বাভাৱিকতে বিভিন্ন জনগোষ্ঠীৰ সহ-অৱস্থানৰ পৰিবেশৰ সান্নিধ্যত গঢ়ি উঠিছিল সামাজিক সংমিশ্ৰণ। এইদৰে বিভিন্ন জনগোষ্ঠীবোৰৰ ভিতৰত পৰিবেশ আৰু একাত্মবোধৰ প্ৰভাৱত সামাজিক ঐক্য-সম্প্ৰীতি আত্মীয়তা গঢ়ি উঠাৰ ফলত আন্তঃবৰ্ণৰ বৈবাহিক সম্পৰ্ক গঢ়ি উঠিছিল। এইদৰে বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণত অসমীয়া জন-সমাজ বিৱৰ্তন আৰু পৰিবৰ্তনেৰে ধাৱিত হৈ একালত সুগঠিত হৈছিল সন্মিলিত মহান অসমীয়া জাতি আৰু এই জাতি গঠনত খিলঞ্জীয়া মংগোলীয়াসকলৰ ভূমিকা বিশেষভাৱে লক্ষণীয়। গতিকে নৃত্যাত্বিক দিশৰ পৰা আৰু সমাজৰ বিৱৰ্তন-পৰিবৰ্তন, স্থিতি-অৱস্থিতিৰ পৰা বাস্তৱসন্মতভাৱে পৰ্যালোচনা কৰি চালে সন্মিলিত অসমীয়া জাতিৰ কোন জনগোষ্ঠীৰ দেহত স্বকীয় বিশুদ্ধ তেজৰ কণিকা আছে তাক হয়তো আজি আমি ঠাৱৰ কৰিব

নোবাৰো আৰু অসমীয়া জাতি গঠনৰ যি প্ৰক্ৰিয়া তাতে যে মংগোলীয়সকলৰ উদাৰ নৈতিকতাৰ ভূমিকা চিৰ বিদ্যমান ই স্বীকাৰ্য।

আজি আমি অসমৰ লোক-সংস্কৃতিৰ মৌলিক দিশৰ পৰা পৰ্যালোচনা কৰি চালে পাম যে অসমৰ যি লোক-সংস্কৃতিৰ সি খিলঞ্জীয়া মংগোলীয় লোক-সংস্কৃতিৰ বুনিয়াদৰ ওপৰতে ভিত্তি কৰি গঢ়ি উঠা সংস্কৃতি। সংস্কৃতিৰ বৈশিষ্ট্য হৈছে সংস্কৃতিয়ে সদায় সংস্কৃতিক আকৰ্ষণ কৰে, উপাদানৰাজিৰ সমন্বয় ঘটি আপোন হৈ পৰে, বিকৰ্ষণ নকৰে। আনহাতে দুষ্কৃতিয়ে সংস্কৃতিক আকৰ্ষণ কৰি তাৰ মাজত অনুপ্ৰৱেশ কৰিব খুজিলেও তাক সংস্কৃতিয়ে বিকৰ্ষণ কৰে; সেয়ে যুগে যুগে সংস্কৃতি আৰু দুষ্কৃতিৰ মাজত আন্তঃৰ্দ্বন্দ্ব অৰ্থাৎ আত্মসংঘাত সৃষ্টি হৈ থাকে আৰু ই এক জনমানৱৰ যুগ পৰিবৰ্তনৰ সংকেতধ্বনি, সংস্কৃতিৰ ফলপ্ৰসূ প্ৰতিক্ৰিয়া সদায় পূত পবিত্ৰ আৰু সমাজক নৈতিক, আধ্যাত্মিক শুদ্ধ পথেৰে পৰিচালনা কৰে, কিন্তু দুষ্কৃতিৰ বানে তাত সংঘাতৰ সৃষ্টি কৰি জনজীৱনলৈ অনৈতিকতাৰ দূষিত বায়ুৰে প্লাৱিত কৰি বিভ্ৰাট অনাৰ লগতে সামাজিক বিপৰ্যয়বো সৃষ্টি কৰি আহিছে।

আমি সংস্কৃতিৰ সমন্বয় আৰু বিনিময় প্ৰক্ৰিয়াৰ কথা পৰ্যালোচনা কৰি চালে দেখা যায় যে ইয়ালে চামে চামে, সময়ে সময়ে অহা প্ৰব্ৰজনকাৰী জনগোষ্ঠীবোৰৰ সাংস্কৃতিক উপাদানৰাজিক খিলঞ্জীয়া সংস্কৃতিয়ে সদায় স্বাগতম্ জনাই আহিছে আৰু নতুনকৈ আকুল আহ্বানেৰে আঁকোৱালি লৈ সংস্কৃতিৰ সুষমাৰে আঁচুফুল বাছিছে। অসমীয়া জাতিয় সংস্কৃতিক ৰংচঙীয়া আৰু বাৰে বৰণীয়া এক সাৰ্বজনীন ৰূপত গঢ়ি আহিছে। সেই বৰ্ণাঢ্য সংস্কৃতিয়ে দেশবাসীক দেশাত্মবোধেৰে উদ্বুদ্ধ কৰাত, জনসমাজৰ সমন্বয় সাধনত, জাতীয় চেতনা জগাই সামাজিক ঐক্য-সম্প্ৰীতি বন্ধুত্ব-ভ্ৰাতৃত্ব, আত্মীয় কথা জাতীয় সংহতি সাধনেৰে অসমীয়া জাতীয় সত্তাক সঞ্জীৱিত কৰি ৰখাত ইন্ধন যোগাই আহিছে। গতিকে, সামাজিক প্ৰমূল্যবোধেৰে জাতীয়তাবাদ গঢ়াত, জাতি গঠনৰ প্ৰক্ৰিয়াত, জাতীয় সংস্কৃতিক সৰ্বাংগসুন্দৰ কৰি উমৈহতীয়া ৰূপ দিয়াত খিলঞ্জীয়া মংগোলীয় জনগোষ্ঠীৰ উদাৰ ভূমিকা অনন্য।

জাতীয় সংস্কৃতি গঢ়ি উঠে জনসমাজৰ জীৱনভিত্তিক আহাৰ অন্বেষণ আৰু অৱলম্বনক কেন্দ্ৰ কৰি আৰু বিভিন্ন জনগোষ্ঠীৰ সম্মিলিত জাতীয় জীৱনত যেতিয়ালৈকে সেই জীৱনভিত্তিক একীভূত অৰ্থনৈতিক উৎপাদন বৰ্তি থাকে তেতিয়ালৈকে জাতীয় জীৱনত বিসংগতিৰ সূত্ৰপাত নোহোৱাকৈ জাতীয় সংহতি বৰ্তি থাকে আৰু ইয়াৰ ব্যতিক্ৰম হ'লেই ব্যক্তিকেন্দ্ৰিক অৰ্থনৈতিক উৎপাদনৰ আদৰ্শই সমাজ তথা জাতীয় জীৱনত বিসংগতিৰ সৃষ্টি কৰে। আমি সাধাৰণভাৱে চাবলৈ গ'লে, জাতীয় সংহতি সাধনত আদিম সমাজত অৰ্থনৈতিক বৈষম্য নাছিল

কাৰণে একাত্মবোধ তথা মানৱতাবাদে প্ৰভাৱ বিস্তাৰ কৰিছিল, কিন্তু আদিম জনসমাজ আৰু আজিৰ জনসমাজৰ মাজত জীৱনধাৰাৰ আজি আমূল পৰিবৰ্তন ঘটিছে। আদিম জাতীয় জীৱনৰ যি অৰ্থনৈতিক উৎপাদনৰ পৰিবেশ আৰু সেই পৰিবেশ নাই আৰু অৰ্থনৈতিক প্ৰয়োজনৰ ভিত্তিক আধুনিক বিজ্ঞানৰ অগ্ৰগতি, প্ৰযুক্তিবিদ্যাৰ সফলতাৰ দ্ৰুত উন্নয়ন সেই একীভূত অৰ্থনৈতিক উৎপাদনৰ জীৱনভিত্তিক অৱলম্বনক ব্যক্তিকেন্দ্ৰিক শিল্পভিত্তিক সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত জনসমাজৰ আধুনিক অৰ্থনৈতিক প্ৰতিযোগিতাত কৃষিভিত্তিক জীৱনধাৰাৰে ধাৱিত খিলঞ্জীয়া জনসমাজ হাৰ মানিছে আৰু সিও অন্যতম জাতীয় সংহতি বিনষ্ট কৰা বিসংহতি সৃষ্টি কৰাৰ মৌলিক কাৰণ। আনহাতে বিভিন্ন লোক-উৎসৱ উদ্‌যাপনৰ মাধ্যমেৰে বিভিন্ন জনসমাজৰ মাজত সাংস্কৃতিক বিনিময়ত পৰস্পৰৰ মাজত ঐক্য-সম্প্ৰীতি-আত্মীয়তা বন্ধুত্ব-ভ্ৰাতৃত্ব তথা জাতীয় সংহতি গঢ়ি উঠে সঁচা আৰু বৰ্তি থকাত ইন্ধন যোগায়, কিন্তু জাতীয় সংহতি ৰক্ষা কৰাৰ এইটোৱে একমাত্ৰ পন্থা নহয়, আমি এই প্ৰসংগতে ৰাজকীয় দায়িত্ব আৰু গণ-সংস্কৃতিৰ প্ৰতি থকা দায়িত্ব আৰু পোষকতাৰ কথা নুই কৰিব নোৱাৰো, কিন্তু জাতীয় সংস্কৃতি ৰক্ষা কৰাত ৰাজনৈতিক, সাংস্কৃতিক ভূমিকাতকৈ অৰ্থনৈতিক ভূমিকাই আধুনিক জনজীৱনত অধিকভাৱে আজি প্ৰভাৱ বিস্তাৰ কৰা পৰিলক্ষিত হৈছে, গতিকে দেশৰ শাসক আৰু শাসিতৰ মাজত জাতীয় সংস্কৃতিৰ প্ৰতি দায়িত্ব কাৰো কম নহয়। ৰাজকীয় আগ্ৰহ আৰু পৃষ্ঠপোষকতা তথা একাত্মবোধৰ অবিহনে জাতীয় সংহতি বৰ্তি থাকিব নোৱাৰে।

## ।। দুই ।।

সংস্কৃতিৰ অৰ্থ ব্যাপক। ইয়াক সংজ্ঞাৰে সম্পূৰ্ণ প্ৰকাশ কৰা সম্ভৱ নহয়। প্ৰকৃততে জন্মৰ আদিম পুৱাৰ কেঁচুৱাৰ কান্দোনৰ পৰা আৰম্ভ কৰি মৃত্যুলৈকে পদ্ধতিগতভাৱে জনজীৱনত কৰণীয়, পালনীয়, ধাৰণীয় সকলোবোৰেই সংস্কৃতি পৰিধিৰ অন্তৰ্ভুক্ত হ'লেও বিভিন্ন জনসমাজত বেদবাহ্য আৰু বেদগ্ৰাহ্য বা লোকাচাৰ, বেদাচাৰ ধ্যান-ধাৰণাৰ জাতীয় সংস্কৃতি জাতীয় সংহতি সাধনত অন্তৰায়ৰ সৃষ্টি নকৰাকৈও থকা নাই। আমাৰ দেশ ধৰ্মনিৰপেক্ষ দেশ। আধ্যাত্মিক ধ্যান-ধাৰণাত নিৰপেক্ষ, অহিংস আৰু সহনশীল উদাৰনীতিয়ে জাতীয় সংহতি ৰক্ষা কৰাত যথেষ্ট ৰবগুণি যোগায়।

আমি সাধাৰণভাৱে চাবলৈ গ'লে পৰিবেশৰ প্ৰভাৱত, সাংস্কৃতিক বিনিময়ৰ দ্বাৰা পৰস্পৰৰ মাজত ভাবৰ আদান-প্ৰদানৰ ভাব বিনিময় হৈ ঐক্য-সম্প্ৰীতি, বন্ধুত্ব-ভ্ৰাতৃত্ব আত্মীয়তা গঢ়ি উঠে। ই তুলনামলূকভাৱে ৰাজনীতিয়ে সাধন কৰা

ঐক্য-সম্প্ৰীতিতকৈ চিৰস্থায়ী হোৱাটো সকলোৰে কাম্য আৰু আকাংক্ষিত, কিন্তু কাৰ্যতঃ দেখা যায় এইবোৰেই জাতীয় সংহতি ৰক্ষা কৰাৰ একমাত্ৰ কাৰণ নহয়। এইক্ষেত্ৰত সামন্তবাদী আভিজাত্যসুলভ কৃষ্টি-সংস্কৃতিৰ ৰক্ষণাবেক্ষণৰ মনোবৃত্তিৰ শ্ৰেণীবিভাজনৰ পোষকতা কৰা, শাসক দলে সৃষ্টি কৰা ৰাজকীয় সংস্কৃতি কেতিয়াও গণ-সংস্কৃতি হ'ব নোৱাৰে আৰু এইটো লোক-সংস্কৃতিৰ পৰিপন্থী। সেই ৰাজকীয় সংস্কৃতিৰ পোষকতা কৰা যুগতে সৃষ্টি কৰিছিল 'কলা কলাৰ কাৰণে'; কিন্তু আজি তাৰ তাৎপৰ্য সলনি হৈ কলা জীৱনৰ কাৰণেহে, অৰ্থাৎ জীৱনৰ কাৰণেহে যে কলা তাক গণ-সংস্কৃতিৰ শাসিতই নহয় ৰাজকীয়ভাৱেও উপলব্ধি কৰিব লাগিব আৰু সেই পোষকতাই স্বকীয় সংকীৰ্ণতাবাদী মনোভাব আৰু মনোবৃত্তিৰ বিলুপ্তিসাধন কৰিব নোৱাৰিলে জাতীয় সংহতিলৈ ৰাজকীয় সংস্কৃতিয়ে অৱদান যোগাব নোৱাৰে। গতিকে আজি বিজ্ঞানসন্মতভাৱে জাতীয় সংহতি সাধনৰ ক্ষেত্ৰত গণ-সংস্কৃতিয়ে সাধন কৰা সংহতিৰ প্ৰক্ৰিয়াৰ কথা পৰ্যালোচনা কৰিলে কুৰি শতিকাৰ আধুনিক জাতীয় জীৱনযাত্ৰাত অৰ্থনৈতিক স্বচ্ছলতাৰ ভূমিকাই সকলোৰে উৰ্ধ্বত আৰু শাসক দলৰ দ্বাৰা ব্যক্তিকেন্দ্ৰিক শোষন-নিৰ্যাতন-নিষ্পেশনৰ দ্বাৰা উৎপাদন কৰা আদৰ্শক সমাজকেন্দ্ৰিক আদৰ্শলৈ বিকেন্দ্ৰীকৰণ কৰি জাতীয় জীৱনলৈ অৰ্থনৈতিক স্বাৱলম্বিতাৰে জীনজীৱনলৈ স্বাচ্ছ্যন্দতা অনাৰ বাহিৰে আন গত্যন্তৰ নাই আৰু সেই বিকেন্দ্ৰীকৰণৰ ওপৰতে আজি সম্পূৰ্ণ নিৰ্ভৰ কৰিছে ৰাজকীয় গণ-সংস্কৃতিৰ পৃষ্ঠপোষকতা তথা জাতীয় সংহতি ৰক্ষা কৰা।

জাতীয় সংহতি সাধনৰ অন্যতম মৌলিক উপাদান হৈছে-'মুখৰ মাত আৰু পেটৰ ভাত' —দুয়োটাই স্পৰ্শকাতৰ বিষয় আৰু দুয়োটাৰে প্ৰতিক্ৰিয়া জনজীৱনত কম নহয়। জনসমাজত মুখৰ মাত বা ভাষাৰ ভূমিকা সৰ্বাধিক হ'ব লাগিছিল, কিন্তু কাৰ্যতঃ দেখা যায় সিও একমাত্ৰ কাৰণ নহয়। এই প্ৰসংগত বৰ্তমান অসমৰ প্ৰতিবেশী ৰাজ্যবোৰত একে ভাষা-ভাষী, একে লিপিৰে লিখিত ৰূপ লোৱা একে মাতৃমূলীয় ভাষা-ভাষী, একে বংশোদ্ভৱ জনগোষ্ঠী, একে ৰাষ্ট্ৰীয় আদৰ্শৰে ধাৱিত ৰাষ্ট্ৰৰ ৰাষ্ট্ৰীয় ভাষা, একে সম্মিলিত জাতিপুঞ্জৰ জনসংযোগী আঞ্চলিক ভাষা আৰু একে শাসনভিত্তিক জনসমাজ তথা ৰাজ্যবোৰৰ প্ৰক্ৰিয়ালৈ লক্ষ্য কৰিলেই জাতীয় সংহতি বৰ্তি থকা-নথকাৰ স্বৰূপ দেখা পাওঁ।

গতিকে একে ভাষা, একে লিপি, একে শিক্ষাৰ আদৰ্শ, একে নৈতিক শিক্ষা, একে কলা-শিল্প, সাহিত্য-সংস্কৃতিৰ দৰ্শনৰ প্ৰভাৱ, একে ঐতিহাসিক ঐতিহ্যৰে মহিমামণ্ডিত, জীৱনধাৰাৰে ধাৱিত জনসমাজৰ মাজতো জাতীয় সংহতি বৰ্তি থকা পৰিলক্ষিত নহয়, বৰঞ্চ প্ৰভাৱশালী ব্যক্তিকেন্দ্ৰিক আদৰ্শই সমাজকেন্দ্ৰিক আদৰ্শতকৈ

অধিকভাৱে প্ৰভাৱ বিস্তাৰ কৰা পৰিলক্ষিত হৈছে। এখন স্বাধীন গণতান্ত্ৰিক দেশত শাসক-শাসিতৰ মাজত কোনো কাৰো দায়িত্ব কম নহয়, সকলোৱে জাতীয় বৃহত্তৰ স্বাৰ্থ তথা জাতীয় সংহতি সাধনত সিমানেই দায়বদ্ধ। এই দৃষ্টিভংগীৰ পৰা সমাজকেন্দ্ৰিক জীৱনাদৰ্শ প্ৰতিক্ৰিয়াই জাতীয় সংহতি সাধনত অধিক প্ৰভাৱ বিস্তাৰ কৰিব লাগিছিল, কিন্তু তাৰ বিপৰীতেহে প্ৰতিক্ৰিয়াই কাৰ্য কৰা দেখা গৈছে আৰু ই ভাৱী-বংশধৰৰ কাৰণে অপৰিনামদৰ্শী অশুভ লক্ষণ।

জাতীয় সংহতিৰ অন্যতম উপাদান ভাষাৰ পৰ্যালোচনাত উল্লেখযোগ্য যে কিৰাত বা মংগোলীয় তথা জনজাতি বুলি এটা জাতি নাই বৰঞ্চ 'জনজাতি' শব্দই বাস্তৱসন্মত দিশত গোষ্ঠীপুঞ্জৰ কথাকে সূচায় আৰু অ-জনজাতি শব্দৰো প্ৰতিচ্ছবি একেই। কোনো গেষ্ঠীয়ে স্বকীয় ভাষা, স্বকীয় সংস্কৃতিৰ অবিহনে জনগোষ্ঠী হিচাপে স্বীকৃতি লাভ কৰাটো বাধ্যতামূলক।

অসম তথা ভাৰতৰ ভাষা-সমস্যা এটা জটিল স্পৰ্শকাতৰ সমস্যা। গণতান্ত্ৰিক দেশত স্বকীয় ভাষাৰ স্বীকৃতি বিচৰা আৰু বিকাশ সাধনৰ প্ৰচেষ্টা কৰাটো স্বাভাৱিক আৰু সাংবিধানিক অধিকাৰ। দেশৰ সকলো ভাষাকে স্বীকৃতি দিলেও পাৰস্পৰিক আদান-প্ৰদান, ভাৱ-বিনিময়, বুজাবুজিৰ কাৰণে এটা জনসংযোগী ভাষাৰ প্ৰয়োজন। এই জনসংযোগী ভাষাৰ লগত দেশবাসীৰ ব্যৱহাৰিক জীৱনৰ লগত অবিচ্ছেদ্য সম্পৰ্ক থাকে আৰু ই একেদিনাই গঢ়ি উঠা নাই, কাৰণ ভাষা প্ৰয়োজনৰ ভিত্তিত জন্ম হয়, বিকাশ লাভ কৰে আৰু অপ্ৰয়োজনৰ ভিত্তিত ভাষাৰ অবলুপ্তি ঘটে, এয়া ভাষাৰ চিৰন্তন প্ৰক্ৰিয়া। জাতীয় সংহতি সাধনৰ দৃষ্টিভংগীৰ পৰা বাস্তৱসন্মত পৰ্যালোচনা কৰি চালে পূৰ্বাঞ্চলৰ দৰে বিভিন্ন জনগোষ্ঠীৰ সংমিশ্ৰণেৰে গঢ়ি উঠা জাতিৰ তথা বহুভাষী ৰাজ্যৰ কাৰণে পাৰস্পৰিক ভাষাবোৰৰো গুৰুত্ব নোহোৱা নহয় আৰু সেই পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত ৰাজ্যিক পৰ্যায়ৰ জনসংযোগী আঞ্চলিক ভাষাই আৰু সৰ্বভাৰতীয় পৰ্যায়ত ৰাষ্ট্ৰীয় ভাষাই স্বাভাৱিকতে গঢ়ি উঠিব আৰু বিকাশো লাভ কৰিব তাক কোনেও বাধা দি ৰাখিব নোৱাৰে, কাৰণ ভাষাৰ লগত জনজীৱন আৰু দেশৰ মাটিৰ গোন্ধ আছে। এই প্ৰসংগত জাতীয় সংহতি সাধনৰ আৰু ৰক্ষাৰ কাৰণে প্ৰাথমিক পৰ্যায়ৰ পৰা দ্বিভাষা বা দুটা ভাষাৰ মাধ্যম প্ৰবৰ্তন কৰাৰ বাহিৰে অন্য গত্যন্তৰ নাই আৰু এই কথা শাসক দলৰ পৰিচালনাৰ পাৰদৰ্শিকতাৰ ওপৰত নিৰ্ভৰশীল।

স্বকীয় ঐতিহাসিক ঐতিহ্যৰে মহিমামণ্ডিত, জাতীয় পৰিচয়েৰে পৰিচিত অতীজৰ অসমীয়া জাতীয় জীৱন তথা কথিত সংহতিৰে ধাবিত হ'লেও বিসংহতিয়ে কোনো সামাজিক জীৱনত অৰ্থনৈতিক বিপৰ্যয়, ৰাজকীয় বিফলতায়ো বিভ্ৰাট

বিসংহতিৰ বিস্ফোৰণ ঘটোৱা নাছিল আৰু ইয়াৰ মূলতঃ আছিল একীভূত অৰ্থনৈতিক স্বাৱলম্বী আৰু স্বাচ্ছন্দ্যতাৰে ধাৱিত জীৱনধাৰা। গতিকে জাতীয় সংহতিৰ অন্যতম মৌলিক কাৰণ হৈছে অৰ্থনৈতিক বৈষম্য, ব্যক্তিকেন্দ্ৰিক জীৱনাদৰ্শ, শাসক-শাসিতৰ মাজত পাৰ্থক্য তথা নিষ্ঠা আৰু সেৱা ত্যাগ মনোবৃত্তিৰ অভাৱ, সমাজকেন্দ্ৰিক আদৰ্শতকৈও ব্যক্তিকেন্দ্ৰিক আদৰ্শৰ প্ৰতি প্ৰাধান্য দিয়া সমভাবাপন্ন দূৰদৰ্শিতাৰ বিবৰ্জিত ৰাজকীয় জীৱনাদৰ্শ।

জাতীয় সংহতি সাধনৰ উপাদানৰাজিৰ ভিতৰত আৱেগিক ঐক্যৰ ভূমিকা অন্যতম উৰ্ধ্বত আৰু ইয়াৰ যোগেদি জাতীয় জীৱনৰ মানসিক প্ৰক্ৰিয়াৰ প্ৰতিচ্ছবি প্ৰকাশ পায়। আমি 'আৱেগিক' শব্দৰ ব্যুৎপত্তিগত অৰ্থ বিচাৰি চালে পাম যে অনুভূতি আৰু আৱেগ মানসিক উপলব্ধি তথা অভিজ্ঞতাৰ পৰা সৃষ্টি হোৱা প্ৰক্ৰিয়া আৰু অনুভূতিৰ তীব্ৰতাই আৱেগিক ৰূপত প্ৰকাশ পায়। মনোবিজ্ঞানৰ মতে সহজাত প্ৰবৃত্তিবোৰ দেহৰ লগত আৰু আৱেগ মনৰ লগত সম্পৰ্ক আৰু অনুভূতি বা উপলব্ধি কাৰ্যত বাধাগ্ৰস্ত হ'লে বা ব্যৰ্থ হ'লে আৱেগ উদ্ভৱ হয়। সেয়া হৈছে আৱেগিকভাৱে কৰা কাৰ্যৰ তাৎপৰ্য। গতিকে মানৱীয় সহজাত প্ৰবৃত্তি আৰু আৱেগ জীৱনৰ দেহ আৰু মনৰ ভিতৰতে দুটা পাৰস্পৰিক সম্পৰ্ক থকা মানসিক অভিজ্ঞতা। আমি জাতীয় আৱেগিক ঐক্য-সংহতিৰ কথা পৰ্যালোচনা কৰি চালে পাম যে ই ব্যক্তি জীৱনৰ পৰা আৰম্ভ কৰি পৰিয়াল, পৰিয়ালৰ পৰা সমাজ, সমাজৰ পৰা গোষ্ঠীসত্তাৰ, গোষ্ঠীসত্তাৰ পৰা সন্মিলিত জাতীয়সত্তাৰ স্পতঃস্ফূৰ্ত আৱেগিকৰূপে আত্মপ্ৰকাশ কৰে সেয়ে ব্যক্তিৰ স্বচ্ছল জীৱনধাৰাৰ অভিব্যক্তিয়েই হৈছে আৱেগিক ঐক্যৰ উৎস।

আমি সাধাৰণভাৱে আৱেগিক ঐক্যৰ উপাদানৰাজিৰ ভিতৰত আধ্যাত্মিক ঐক্য, সামাজিক ঐক্য, ভাষা-সাহিত্য-সংস্কৃতিৰ দৰ্শনৰ ঐক্য, অৰ্থনৈতিক ঐক্য আৰু ৰাজনৈতিক পৰিচালনাত দেশবাসীৰ জাতীয় জীৱনবোধে আৱেগিক ঐক্য আদিৰ কথা উল্লেখ কৰিব পাৰো। প্ৰকৃততে আৱেগিক ঐক্যই প্ৰতিজন দেশবাসীয়ে জীৱনযাত্ৰাত লাভ কৰা সফলতা-বিফলতা, সাফল্য-অসাফল্য প্ৰতিক্ৰিয়াৰ কথাকে সমূহীয়াভাৱে প্ৰকাশ কৰে। ইয়াৰ মূলতে হৈছে আৰ্থ-সামাজিক দিশত উপকৃত হোৱা-নোহোৱা মানসিক প্ৰতিক্ৰিয়াই সৃষ্টি কৰে আৱেগিক ঐক্য-অনৈক্য, সংহতি-বিসংহতিৰ ভূমিকা।

আনহাতে অৰ্থনৈতিক বৈষম্য, জীৱনযাত্ৰাৰ মানদণ্ডৰ বৈষম্য, ব্যক্তিকেন্দ্ৰিক ভাবাদৰ্শৰ বৈষম্য আদিয়ে মূলতঃ জনজীৱনৰ মাজত উচ্চাত্মিক-নীচাত্মিক, নিৰ্যাতন-নিষ্পেষন, সফলতা-দুৰ্বলতাৰ, সংকীৰ্ণতা-সাম্প্ৰদায়িকতাৰ দৰে বৈষম্যৰ বীজবোৰৰ

সৃষ্টি কৰে আৰু এইবোৰ একেদিনাই গঢ়ি উঠা বৈষম্য নহয়। এইদৰে ফঁহিয়াই চালে আৱেগিক বৈষম্যবোৰ জাতীয় জীৱনত সৃষ্টি কৰাত ব্যক্তিকেন্দ্ৰিক জীৱনাদৰ্শই বিপুল ইন্ধন যোগাই আহিছে। সেই বৈষম্যৰ পৰা জনজীৱনত গা-কৰি উঠা অনৈক্যৰ ভাবধাৰা সমাজকেন্দ্ৰিক ভাৱাদৰ্শৰ যোগেদি আঁতৰ কৰা সম্ভৱ হ'ব পাৰে তাৰ অবিহনে জাতীয় সংহতি সাধনত আৱেগিক ঐক্য ৰক্ষা কৰা সম্ভৱ নহয়। গতিকে, জাতীয় সংহতি সাধনত আৱেগিক ঐক্য সাধিবলৈ হ'লে অৰ্থনৈতিক ঐক্য, জনজীৱনৰ মানদণ্ডৰ ঐক্য, ভাষাগত আৱেগিক ঐক্য, ৰাষ্ট্ৰীয় চেতনাৰ বহল মনোভাবেৰে দলীয় স্বাৰ্থতকৈ দেশৰ বৃহত্তৰ স্বাৰ্থ আৰু উদ্দেশ্যক উচ্চস্থান দি ৰাজনৈতিকভাৱে ঐক্য সাধন কৰা একান্ত বাঞ্চনীয়। আৱেগিক ঐক্য সাধনত অৰ্থনৈতিক স্বাচ্ছন্দ্যতা, জনসমাজত প্ৰদান কৰিব পৰা অৰ্থনৈতিক স্বাৱলম্বিতা, সমমৰ্যাদাৰ সম্যক উপলব্ধি, উদাৰ মনোভাবাপন্ন সমদূৰদৰ্শী মানৱতাবাদেৰে বৈষম্যহীন সমাজ ৰচনাৰ যোগেদিহে আৱেগিক ঐক্য সাধন কৰা সম্ভৱ। দেশত জাতীয় সংহতি সাধন আৰু ৰক্ষা কৰিবলৈ হ'লে দেশৰ সকলো জনগোষ্ঠীৰ লোকক আন্তৰিক সমতুল্য মৰ্যাদা প্ৰদানেৰে একাত্মবোধেৰে আপোনভাৱে গ্ৰহণ কৰাৰ লগতে নিজৰ কায়া আৰু ছায়াৰ দৰে আন্তৰিক সম্পৰ্ক ৰাখিব লাগিব তেতিয়াহে অসমীয়া জাতীয় সংহতি বৰ্তি থকা সম্ভৱ হ'ব। ■

---

*সামাজিক শিক্ষা বিভাগৰ মুখপত্ৰ 'জনশিক্ষা'ত প্ৰকাশিত : ১৯৮৯ চন।*

*—সম্পাদক*

# জাতীয় সমন্বয় সাধনত সংস্কৃতিৰ ভূমিকা

জাতীয় সমন্বয় সাধনৰ ক্ষেত্ৰত সংস্কৃতিৰ ভূমিকা অনন্য। সংস্কৃতিৰ সেই প্ৰক্ৰিয়াৰ কথা পৰ্যালোচনা কৰি চালে দেখা যায় যে যুগ যুগ ধৰি সমাজ বিৱৰ্তনৰ পথত ৰাজনৈতিক ভূমিকাতকৈ সাংস্কৃতিক ভূীমকাই অধিকভাৱে প্ৰাধান্য লাভ কৰি আহিছে।

আজি আমি অসমীয়া জাতিৰ জাতীয় সমন্বয় সাধনৰ সাংস্কৃতিক উপাদানৰাজিৰ ভিতৰত অসমত বাস কৰা বিভিন্ন জনগোষ্ঠীৰ ভাষা-শিক্ষা, ধৰ্মীয়-ধ্যানধাৰণা, শিল্প, অৰ্থনীতি ভৌগোলিক সীমা বা ৰাজনৈতিক পৰিসীমা আদিৰ কথাই বিশেষভাৱে উল্লেখ কৰিব পাৰো।

আমি অসমীয়া জাতি তথা ভাষা-সংস্কৃতি প্ৰক্ৰিয়াৰ কথা বিশ্লেষণ কৰি চালে পাওঁ যে অসমৰ চৌদিশৰ পৰা বৈ অহা জান-জুৰি, নদী-উপনদীৰ জলধাৰাই যেনেকৈ বিশাল ব্ৰহ্মপুত্ৰৰ গভীৰ জলধাৰা সৃষ্টি কৰিছে ঠিক তেনেকৈ যুগে যুগে চৌদিশৰ পৰা প্ৰব্ৰজন কৰি অহা বিভিন্ন জনগোষ্ঠীবোৰৰ ভাষা-সংস্কৃতিৰ উপাদানৰাজিক ইয়াৰ খিলঞ্জিয়া জনগোষ্ঠীৰ সংস্কৃতিয়ে স্বাগতম জনাই আঁকোৱালি লৈ ৰচনা কৰিছে অসমৰ বাবে বৰণীয়া লোক-সংস্কৃতি। সেয়ে অসম হৈ পৰিছে সংস্কৃতিৰ যাদুঘৰ আৰু সকলোবোৰ জনগোষ্ঠীৰ সমন্বয়ত গঢ়ি উঠিছে অসমীয়া জাতি আৰু বিভিন্ন জনগোষ্ঠীৰ ভায়াগত উপাদানৰাজিৰ সংমিশ্ৰণত গঢ়ি উঠিছে সুৰদি-সুৰীয়া অসমীয়া ভাষা।

আমি যদি অসমৰ জনগোষ্ঠীবোৰ কথা বিশ্লেষণ কৰি চাওঁ তেন্তে মূলতঃ অষ্ট্ৰিক, মংগোলীয়, দ্ৰাবিড় আৰু আৰ্য নামে খ্যাত আদি মূল বিভিন্ন জনগোষ্ঠীবোৰৰ কথা আৰু ভাষাৰ ক্ষেত্ৰত অষ্ট্ৰিক ভাষা পৰিয়াল, তিব্বত-বৰ্মণ ভাষা পৰিয়াল, বা মংগোলীয় ভাষা পৰিয়াল, সংস্কৃত ভাষা পৰিয়াল, বিদেশী ভাষা পৰিয়াল আদিৰ কথা পাওঁ।

প্ৰাচীন কালৰ পৰাই এই উত্তৰ-পূব ভাৰতৰ বিশাল-বিস্তৃত অঞ্চলৰ ভৌগোলিক চাৰিসীমা সঘনে পৰিবৰ্তন হৈ আহিছে আৰু আজিও পৰিবৰ্তনযৰ পথৰেই ধাৱিত। ইয়াৰ যি কি কাৰণ থাকক বা নাথাকক এইটো অপ্ৰিয় হ'লেও নিৰ্ঘাত সত্য যে বৰ্তমানো আমাৰ মাজত অদূৰ ভৱিষ্যতে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ সৃষ্টিকামীসকলে নতুন ৰাজ্যসৃষ্টিৰ যন্ত্ৰণা ভোগ কৰি থকা কাৰো অবিদিত নহয়।

কিন্তু তেওঁলোকক আমি বিশাল-সুধীৰ সংস্কৃতিৰ বৰলুইতৰ পৰা কোনখিনি পানী সোৱণশিৰিয়ে বোৱাই অনা সোণ-চেঁকুৰাৰ পানী, কোনখিনি ডিগবৈৰ কেৰাচিন তেলৰ কণিকা বোৱাই অনা দিচাঙৰ পানী আৰু কোনখিনি দিখৌ নদীয়ে বোৱাই অনা নগা-পাহাৰৰ নিয়মীয়া লুণীয়াপানী তাক পৃথক পৃথক কৰি দেখুৱাই দিয়া আমাৰ কাৰণে সম্ভৱ নহয়, সেইবুলি আমি সোৱণশিৰি, দিচাং-দিখৌ নদীৰ অৱদানৰ কথা অস্বীকাৰ কৰিলে নহ'ব, সেইবোৰ নদীৰ অস্তিত্বৰ কতা স্বীকাৰ কৰিব লাগিব আৰু আমাৰ ধাৰণা এইখিনিতে আমাৰ মাজত সাতামপুৰুষীয়া সামাজিক ঐক্য-সম্প্ৰীতিৰ, বন্ধুত্ব-ভাতৃত্বৰ এনাজৰীডাল ছিগি যোৱাৰ সূত্ৰপাত হৈছে, ঐক্যৰ ঠাইত অনৈক্য, সংহতিৰ ঠাইত বিসংহতি আৰু পূত-পৱিত্ৰ সংস্কৃতিয়ে গঢ়া সংস্কৃতিৰ বৰঘৰৰ লাইখুঁটা আউলি গৈছে— আমাৰমাজত সাংস্কৃতিক বিভ্ৰাটৰ সূত্ৰপাত হৈছে।

লোক-সংস্কৃতিৰ অন্যতম শ্ৰেষ্ঠ উপাদান হৈছে ভাষা। আমি যদি ভাষা-সাহিত্য বুৰঞ্জীৰ পাত লুটিয়াই প্ৰাচীন ভাৰতীয় জাতি সত্ত্বাৰ কতা বিচাৰ কৰি চাওঁ তেন্তে তাত পাম যে সংস্কৃত ভাষাই এদিন ভাৰতীয় জাতিৰ সমন্বয় সাধনত বিপুল বৰঙণি যোগাইছিল। সংস্কৃত ভাষাত ৰচিত বেদ-বেদান্ত, পুৰাণ-উপনিষদ, গীতা-ভাগৱত, মহাকাব্যৰাজিয়ে অধিক প্ৰভাৱেৰে প্ৰভাৱান্বিত কৰি সকলোকে একগোট কৰি ভাৰতবাসীৰ মাজত সমন্বয় সাধন কৰিছিল— সঁচা কিন্তু যেতিয়া কালক্ৰমত সংস্কৃত মাতৃমূলায় প্ৰাকৃত বা কথিত ভাষাবোৰৰ জন্ম হ'বলৈ ধৰিছিল তেতিয়া ভাষাৰ মাধ্যমেৰে সাধিত সমন্বয়ত বিভিন্ন জাতিসত্ত্বাই স্বকীয় ৰূপ গ্ৰহণ কৰিছিল। আৰু ফলত ভাষাগতভাৱে বিভিন্ন জাতিৰ মাজত অনৈক্যৰ বীজ অংকুৰিত নোহোৱাকৈয়ো থকা নাছিল। উদাহৰণস্বৰূপে ভৌগোলিক আৰু পাৰিপাৰ্শ্বিক সীমাৰ পৰিধি চেৰাই গৈ উত্তৰ ভাৰতৰ মাগধী প্ৰাকৃতৰ পৰা বিহাৰত বিহাৰী ভাষা, দক্ষিণাঞ্চলৰ উৰিষ্যাত উৰীয়া ভাষা, পূৱৰফালে বংগদেশত বঙালা ভাষা আৰু উত্তৰ-পূৰ্বাঞ্চলত অসমৰ অসমীয়া আদি ভাষাই আঞ্চলিক ভাষাৰূপে গঢ় লৈ আঞ্চলিক মনোভাৱাবেগৰো উন্মেষ ননাকৈ থকা নাছিল আৰু তেনেকৈ সমগ্ৰ ভাৰতবৰ্ষতে বিভিন্ন ভাষাবোৰে অঞ্চল বিশেষত আঞ্চলিকতাৰ সূচনা কৰিছিল।

আজি বিশেষভাৱে ভাষাভিত্তিক সমন্বয় সাধনৰ ক্ষেত্ৰত লক্ষণীয় বিষয়টো হৈছে উত্তৰ-পূৰ্বাঞ্চলত বাস কৰা আদিম-অধিবাসী অষ্ট্ৰি, তিব্বত বৰ্মা ভাষা পৰিয়ালৰ পৰা প্ৰয়োজনৰ পৰিপ্ৰেক্ষিতত কালক্ৰমত মংগোলীয় জনগোষ্ঠীবোৰৰ বহুতো ভাষাৰ সৃষ্টি হোৱা আৰু সেইবোৰ থলুৱা ভাষাই অসমীয়া ভাষা গঠনত সৌষ্ঠৱ বঢ়াইছে আমি তাকনুই কৰিব নোৱাৰো। ইয়াৰ মূলত আছিল অতীজৰে পৰা হোৱা প্ৰব্ৰজন আৰু প্ৰব্ৰজনকাৰীসকলৰ মাজত হোৱা সংঘৰ্ষ, আৰু জীয়াই থকাৰ প্ৰয়োজনত

অঞ্চল বিশেষত বসবাস কৰিবলৈ গৈ বিভিন্ন জনগোষ্ঠীৰ লগত স্বাভাৱিকভাৱে সামাজিক পৰিৱেশত পৰস্পৰৰ মাজত ভাষা-সংস্কৃতিৰ ভিত্তিত হোৱা সমন্বয়।

আজি আমাৰ সাধাৰণ দৃষ্টিৰে দেখা পোৱা একমাত্র সূৰ্য্যৰ পোহৰৰ কথাই স্বীকাৰ কৰিলে নহ'ব, সূৰ্য্যৰ পোহৰো যে ৰামধেনু-ইন্দ্রধেনুত থকা সাত ৰঙেৰে ৰঞ্জিত সাতসৰীৰ সমাৱেশ তাৰো অস্তিত্বৰ কথা স্বীকাৰ কৰিব লাগিব আৰু আমাৰ ধাৰণা এইখিনিতেই আজিৰ অসমীয়াৰ জাতীয় সমন্বয় তথা ঐক্য সাধনৰ ক্ষেত্রত বিভ্রাটৰ সৃষ্টি হৈছে।

এই প্রসংগত উল্লেখ কৰাটো অপ্রাসংগিক নহ'ব যে পৰাধীনতাৰ যুগত ৰাজনৈতিক বা বিদেশী শাসকৰ ভাষাৰ যোগেদি যি ভাৰতীয় সমন্বয় সাধনৰ প্রচেষ্টা চলিছিল তাক মিছনেৰীসকলৰ অৱদানে প্রকট কৰি তুলিছিল সঁচা কিন্তু তাৰ বুনিয়াদ অৰ্থনৈতিক ভিত্তিত নাছিল মূলত উৎপাদনৰ স্তৰ বা অৰ্থনৈতিক ভিত্তি হ'ল ভাষা-সংস্কৃতি, শিক্ষা, ধৰ্ম, সমাজ ব্যৱস্থা আদি আৰু বাকীবোৰ আনুষংগিক উপাদানৰাজি হৈছে তাৰ উপসৰ্গ মাথোন। অৰ্থনৈতিক বিকাশৰ ক্রম অনুযায়ীহে বাকী সকলোবোৰ অৱধাৰিত গতিকে অৰ্থনৈতিক উৎপাদনক সংস্কৃতিৰ পৰা সুকীয়াৰূপত ব্যাখ্যা কৰিব পৰা নাযায়, কাৰণ উৎপাদনৰাজিৰ ভিত্তিতে লোক-সংস্কৃতিও বৰ্তি থাকে আৰু তাৰ মাজেদিয়েই বিকাশ লাভ কৰে। আমি সূক্ষ্ম দৃষ্টিৰে পৰ্যালোচনা কৰি চালে পাম যে অৰ্থনীতিয়েই হওক বা সংস্কৃতিয়েই হওক ইয়াৰ সূত্র একেই। অৰ্থনৈতিক উপাদানৰ উপাদানৰাজিৰ লগত সংস্কৃতিৰ নিৰৱচ্ছিন্ন সম্পৰ্ক আৰু সেই সম্পৰ্কৰ পৰা সংস্কৃতিৰ বিচ্ছিন্ন কৰি আনিব নোৱাৰি। এই দুয়োটাৰ সম্পৰ্ক টকাৰ ইপিঠি-সিপিঠিৰ দৰে আৰু সেয়া হৈছে সাংস্কৃতিক ক্রম বিকাশৰ প্রক্রিয়াৰ অন্যতম উৎস।

আমি ভাষা সংস্কৃতিৰ ক্ষেত্রত বিভিন্ন জনগোষ্ঠীৰ ধৰ্মীয় ধ্যান-ধাৰণা, সামাজিক কু-সংস্কাৰ নীতিবোৰৰ মাজেদি সাধিত হোৱা জাতীয় সমন্বয়ৰ কথাও নুই কৰিব নোৱাৰো ই আন্তঃসলিতা ফল্গুৰ দৰে সামাজিক জীৱন ধাৰত বৈ থাকে। এই দিশত আন্তঃবৰ্ণ বিবাহ বা বহুবৰ্ণ বিবাহৰ দ্বাৰাও সমন্বয় সাধিত নোহোৱাকৈ থকা নাই।

এই প্রসংগত এই কথাও প্রাসংগিক যে পৃথিৱীত বহুৰাজ্য আছে যিবোৰ ৰাজ্যত বহু লিপিৰে লিখিত কেইবাটাও স্বীকৃত আঞ্চলিক ভাষাও প্রচলিত হৈ আছে, বহু ধৰ্মাৱলম্বী লোকো বাস কৰে, বহু সাংস্কৃতিক উপাদানেৰে ধাৱিত অথচ তেনে ৰাজ্যতো জাতীয় সংহতি ৰক্ষিত হৈ আছে। গতিকে একে লিপি হ'লেই যে ভাষাগত অনুকূল পৰিৱেশ ৰক্ষিত হ'ব একে ধৰ্মাৱলম্বী লোকৰ মাজতেহে যে সমন্বয় ৰক্ষিত হ'ব পাৰে সেইটোৱে একমাত্র কাৰণ হ'ব নোৱাৰে। এইক্ষেত্রত বেছি দূৰলৈ নগৈ আজিৰ বাংলাদেশ, প্রতিবেশী ৰাজ্য পশ্চিমবংগ, মণিপুৰ ৰাজ্য

ত্রিপুৰা, অসম ৰাজ্যৰ একেবিধ লিপিৰ লেখা ভাষা পৰিবেশৰ কথাই অনুমেয়।

আমাৰ মাজত বেদগ্রাহ্য আৰু বেদবাহ্য বুলি দুটা ধাৰণা থকাৰ কথা উপলব্ধি কৰা হৈছে। এই প্রসংগত ড° বিৰিঞ্চি কুমাৰ বৰুৱাই মন্তব্য এটা দাঙি ধৰিছে—

"প্রাচীন পুথিপত্রত ঘাইকৈ আর্য ধর্মৰহে ব্যাখ্যা বিবৰণ আছে। কিন্তু লোক জীৱনত বেদ-গ্রাহ্যতকৈ বেদ বাহ্য আচাৰ-বিচাৰৰ প্রাধান্য সদা সর্বদা গাঁৱলীয়া মানুহৰ যিবোৰ নীতি-নিয়ম, ধ্যান-ধাৰণা, চিন্তা, বিশ্বাস, পূজা-পাতল, উৎসৱ অনুষ্ঠান বাছ-বিচাৰ মানি চলে তাৰ সৰহভাগেই সংস্কৃত সাহিত্য আৰু হিন্দু ধর্মৰ বহির্ভুত। এইবোৰৰ কোনো নিষাদ কিৰাত জাতি-উপজাতিৰ পৰা অসমীয়া জীৱনত প্রৱেশ কৰিছে"।

আমাৰ মংগোলীয় জনগোষ্ঠী নামে খ্যাত লোকসকলৰ সাধাৰণ ধ্যান-ধাৰণা লৈ লক্ষ্য কৰিলে দেখা যায় যে তেওঁলোকে হিন্দু ধর্মৰ বৈষ্ণৱ, শাক্ত, শৈৱ, তান্ত্রিক যি কি ধর্মীয় দর্শনৰ ধ্যান-ধাৰণা নাথাকক সকলোবোৰকে মানি চলা দেখা যায় আৰু তেওঁলোকৰ গাঁৱে গাঁৱে প্রতিষ্ঠিত নাম-ঘৰবোৰে তাৰ সাক্ষী দিয়ে। এই প্রসংগত উল্লেখ কৰাটো উচিত হ'ব যে বহুবোৰ মংগোলীয় জনগোষ্ঠীৰ লোকে দীক্ষান্তত স্বকীয় উপাধিকো সলনি কৰিবলৈকো বাকী থোৱা নাই। তথাপি সেইবোৰ লোক বেদগ্রাহ্য ধ্যান-ধাৰণাৰে লীন নগ'ল বা লীণ যাব পৰা নাই। সেইবোৰ দীক্ষান্ত বা উপাধিয়েই নহওক বা ধর্মীয় প্রদত্তই নহওক ই এনে এটা বস্তু নহয় যে যাক মসৃণ বা পলিচ কৰি গুচাব পৰা বা এনে এটা ৰং জাতীয় বস্তু নহয় যে এটা ৰঙৰ ওপৰত আন এটা ৰং ঘঁহি দিলে তাৰ আগৰ ৰঙৰ বিলুপ্তি সাধন কৰিব পাৰি। আমাৰ ধাৰণা সেই লীণ যাব নোৱাৰা কাৰণবোৰেও আমাৰ জাতীয় সমন্বয় সাধন ক্ষেত্রত বিভ্রাটৰ সৃষ্টি নকৰাকৈ থকা নাই।

প্রাচীন কালৰ পৰাই ভাৰতীয় ঐক্য-অনৈক্যৰ মাজেদিয়েই ৰক্ষিত হৈ আহিছে। আজি বিভিন্ন জনগোষ্ঠীৰ মাজত সাংস্কৃতিকক বিনিময়ৰ প্রসংগত ৰাষ্ট্র পৃষ্ঠপোষকতাৰ কথাও নুই কৰিব নোৱাৰো। ভাৰতীয়ৰ সমন্বয় সাধনত প্রাচীনতাৰ ৰজা-মহাৰজাসকলে যি পন্থা অৱলম্বন কৰিছিল তাৰ সমীক্ষাত গুপ্ত সম্রাট, মোগল সম্রাট আৰু অসমৰ ক্ষেত্রত কোঁচ-ৰাজবংশী, আহোম স্বর্গদেউসকলৰ প্রচেষ্টাৰ কথা বিশেষভাৱে সুঁৱৰিব পাৰি। সেয়ে কবিয়েও গাইছে—" শদিয়া শৰাইঘাটী ৰংপুৰে মেলে ছাতি, ক'ত যুগ ৰাখিলে আৱৰি, বুকুৰ শোণিত শেষ কৰি, ৰংপুৰ অতিকে সাদৰী"।

ৰংপুৰ এদিন অসমীয়া সংস্কৃতিৰ প্রাণকেন্দ্র আছিল আৰু তাৰেই জ্বলন্ত কীর্তি নিদর্শন হৈছে ৰংপুৰৰ ৰংঘৰ।

আজি আমাৰ ধাৰণা হৈছে আমাৰ অসমীয়া জাতিৰ যি জাতীয় লোক-

সংস্কৃতি সেই লোক-সংস্কৃতিলৈ থলুৱা জনগোষ্ঠীৰ সাংস্কৃতিক উপাদানে কি দৰে অৱদান যোগাইছে আৰু থলুৱা লোক-সংস্কৃতিলৈ অন্য জনগোষ্ঠীৰ লোক-সংস্কৃতিয়ে কি ভাৱে অৱদান যোগাইছে তাৰ এটা সমীক্ষাৰ নিতান্ত প্ৰয়োজন নোহোৱা নহয় আৰু এইখিনিতে আমাৰ সাংস্কৃতিক বিনিময়ৰ ক্ষেত্ৰতো এক বিভ্ৰাটৰ সৃষ্টি হৈছে যিটো বিভ্ৰাটে ক্ৰমাৎ বিচ্ছিন্নতাৰ সূচনা কৰিছে।

আজি সমগ্ৰ পৃথিবীতে ক্ষুদ্ৰ জাতিসত্তা ক্ষুদ্ৰ জনগোষ্ঠীবোৰৰ পুনৰ উত্থানৰ এক নৱজাগৰণৰ যুগ পৰিলক্ষিত হৈছে। ই কেৱল অসম বা ভাৰততে নহয়। প্ৰত্যেকে আজি দেশৰ তথা ৰাজ্যৰ বৃহত্তৰ জাতীয় অস্তিত্ব ৰক্ষা কৰাৰ লগতে ক্ষুদ্ৰ জাতি সত্তাৰ অস্তিত্ব তথা স্বকীয় জনগোষ্ঠীৰো অস্তিত্ব ৰক্ষা কৰাটো বিচাৰিছে। এইটো আজি পৃথিবীৰে এক জ্বলন্ত সমস্যা।

আমাৰ জাতীয় ঐক্য-সম্প্ৰীতি তথা সংহতি সাধনৰ পৰ্যালোচনাৰ ক্ষেত্ৰত ৰাজনীতিৰ ভূমিকা আৰু সাংস্কৃতিক ভূমিকাৰ কথাই প্ৰাধান্য লাভ কৰে কিন্তু ইয়াৰ ৰূপান্তৰত দেখা যায় সংস্কৃতিৰ বুনিয়াদক কেন্দ্ৰ কৰিয়ে ৰাজনীতি বৰ্তি থাকে আৰু সংস্কৃতিও অৰ্থনৈতিক বুনিয়াদৰ ওপৰতে নিজস্ব প্ৰকাশ কৰে। আমি যদি সমাজ বিৱৰ্তনৰ কথাবোৰ গভীৰভাৱে বিশ্লেষণ কৰি চাওঁ তেন্তে তাত পাম যে আদিম জনসমাজে জীৱন অৱলম্বনক কেন্দ্ৰ কৰিয়ে লোক-সংস্কৃতিৰো ৰূপ দিছিল আৰু কালক্ৰমত ই শ্ৰেণীবিভাজনৰ ৰাজচক্ৰৰ পৰিণতিত উৎপাদনৰ গৰাকী তথা শাসকশ্ৰেণীৰ সংস্কৃতিৰূপে আৰু তাৰপৰা বঞ্চিত জনসাধাৰণৰ লোক-সংস্কৃতিৰ ৰূপত ৰূপায়িত হৈছিল। শাসক শ্ৰেণীয়ে নিজৰ শাসনৰ ৰাজদণ্ড ৰক্ষাৰ প্ৰয়োজনত যি সংস্কৃতি সৃষ্টি কৰি আহিছিল— তাকেই জাতীয় সংস্কৃতিৰূপে প্ৰতিপন্ন কৰিবৰ কাৰণে প্ৰাধান্য দিবলৈ প্ৰয়াস কৰিছিল কিন্তু সংস্কৃতিৰ ইতিহাসে প্ৰমাণ কৰে যে একে ভৌগোলিক পৰিবেষ্টনত বাসকৰা একে উৎপাদনমুখী সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত একেখন সমাজ, একে ভাষা-ভাষী জনসমাজ, আৰু একে আবেগিক ঐক্যৰ জীৱনধাৰাৰে ধাৱিত এখন দেশ; এটা জাতিৰ জাতীয় সংস্কৃতিক উমৈহতীয়া এক সাৰ্বজনীন সংস্কৃতিৰূপে ৰূপান্তৰ কৰি ৰূপ দিয়াৰ ক্ষেত্ৰত সেই উৎপাদন সামগ্ৰীৰ পৰা বঞ্চিত সৰ্বহাৰা সমাজৰে বিপুল বৰঙণি পোৱা যায় কিন্তু সেই উৎপাদনৰ গৰাকী শাসক শ্ৰেণীৰ তেনে কোনো সাংস্কৃতিক বৰঙণি পোৱা নাযায়। সেয়ে আজিও লোক-সংস্কৃতি জন্ম-পত্ৰিকাত আধুনিক সমাজৰ সাংস্কৃতিক বৰঙণি পোৱা নাযায়। আজিও লোক-সংস্কৃতিৰ সাধন বা সাধনা সেই সৰ্বহাৰা জনসাধাৰণৰ মাজতে দেখা পোৱাৰ কাৰণে মূলতঃ উপৰোক্ত শ্ৰেণী বিভাজনৰ পৰা উদ্ভৱ হোৱা সমস্যাৰ পৰিণতিতে সৃষ্টি হোৱা অধিক প্ৰণিধানযোগ্য।

এইদৰে শ্ৰেণী বিভাজনৰ পৰিণতিত কলাৰো এদিন সংজ্ঞা দিছিল— 'কলাৰ

কাৰণেহে ক'লা' বা কলাৰ উদ্দেশ্যে কলা; কিন্তু আজি সেই ধ্যান-ধাৰণাৰ সম্পূৰ্ণ সলনি হৈছে, সংজ্ঞাও সলনি হৈ 'কলাৰ উদ্দেশ্য জনসাধাৰণৰ কাৰণে'— অৰ্থাৎ জনসমাজৰ উদ্দেশ্যেহে কলা। এই প্ৰসংগত সংস্কৃতিৰ বাহক বা অন্যতম শ্ৰেষ্ঠ উপাদান ভাষাৰ কথা স্বীকাৰকৰিব লাগিব। আদিম সামন্তবাদীসকলৰ দিনত যি ধ্যান-ধাৰণা তথা ধৰ্ম, আইন-শৃংখলাৰ নীতি-নিয়ম নীতি বচন, উপদেশ বাণী, যি সাহিত্য আদিৰ সৃষ্টি কৰিছিল আৰু তাৰ অধিক উদ্দেশ্যেই আছিল শাসকশ্ৰেণীৰ ক্ষমতা চিৰদিনৰ কাৰণে সংৰক্ষিত কৰি ৰখাৰ উদ্দেশ্যে ৰচনা কৰা আৰু সেই কথা আজিৰ সমাজ বিৱৰ্তনৰ বুৰঞ্জীয়ে সাক্ষ্য দিয়ে।

আমাৰ ধাৰণা— মাটি আৰু মানুহ স্থায়ী হ'লেও ৰাজনীতিয়ে সৃষ্টি কৰা উপাদানৰাজি অস্থায়ী বা সাময়িক, সেয়ে যুগে যুগে শাসকশ্ৰেণীয়ে নিজৰ প্ৰতিপত্তিৰ কাৰণে সৃষ্টিকৰা শাকগোষ্ঠীয় নিজৰ স্বাৰ্থৰক্ষাৰ কাৰণে ৰচনা কৰা উপাদানৰাজিত সংস্কৃতিৰ চিৰন্তন আবেদন নিৰৱচ্ছিন্নভাৱে ৰক্ষিত হোৱা নাই সদায় সাময়কিভাৱে আত্মপ্ৰকাশ কৰি আহিছে। আনহাতে শাসক জনগোষ্ঠীয় নিজৰ প্ৰতিপত্তি ৰক্ষাৰ কাৰণে যি সংস্কৃতি আৰোপ কৰাৰ অপচেষ্টা কৰি আহিছে তাতো সদায় ব্যৰ্থ হৈ আহিছে।

এই প্ৰসংগত আমাৰ লোক-সংস্কৃতিৰ জন্মপত্ৰিকাৰ বিষয়ে পৰ্যালোচনা কৰি চালে পাওঁ যে লোক-সংস্কৃতিৰ জন্মদাতা হৈছে আদিম সমাজ বা ই আদিম সমাজৰে দান। আদিম কালত গিৰি গুহা গহ্বৰত বাস কৰা যুগ সংস্কৃতিয়ে অংকুৰ মেলিছিল। আদিম কালতে পাৰিপাৰ্শ্বিক পৰিবেশৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ একো-একোটা জনগোষ্ঠীয়ে সৃষ্টি কৰা লোক-ভাষা, লোক-সাহিত্য, লোক-কলা-কৃষ্টিৰ উপাদানৰাজিকে আমি বংশানুক্ৰমে লাভ কৰি আহিছো আৰু সময়ৰ আঁচোৰ লাগি আজিৰ ৰূপত ই ধৰা দিছে। সংস্কৃতিৰ উপাদানৰাজি পৰিৱৰ্তনশীল, সমাজ পৰিবৰ্তনৰ লগে লগে অভিৰুচিৰ সাঁচত গঢ় দি অহা হৈছে সময়োপযোগী ৰূপত ইয়াৰ বিকাশ সাধন কৰা হৈছে। আজি আমি পুৰুষানুক্ৰমে লাভ কৰি জীৱন পদ্ধতিৰ সাংস্কৃতিক উপাদনৰাজি হয়তো উৎকৰ্ষ সাধন কৰিছো নতুবাতাৰ বিকৃতি ঘটাই বিধ্বংস কৰিছো মাথো, সংস্কৃতিৰ জন্ম দিব পৰা নাই সেয়া হৈছে নিৰৱচ্ছিন্ন সমাজ বিৱৰ্তনৰ পৰিণতিত লাভ কৰা সংস্কৃতি।

আজি আমি আদিম সমাজে সৃষ্টিকৰা কলা-কৃষ্টিকে জাতীয় সংস্কৃতিৰ ৰূপ দিছো আৰু বৰ্তমান যুগত তাৰো ৰূপান্তৰিত হৈছে বিশ্ব সংস্কৃতিৰ ৰূপ ধাৰণ কৰি সুদূৰপ্ৰসাৰী গতিপেথেৰে ধাবিত হৈছে। আমাৰ ভৌগোলিক চাৰিসীমা থাকিলেও সংস্কৃতিৰ কোনো সীমা ৰেখা নাই, ই সদায় গতিশীল, পৰিৱৰ্তনশীল, সুদূৰপ্ৰসাৰী— সেয়ে বিশ্ব কৰিয়ে গাইছে।

"দিবে আৰ নিবে, মিলিবে মিলাবে,
যাবেনা ফিৰে"।

আজি সাংস্কৃতিক বিনিময়ৰ মাজেদি বিশ্ব জনমানৱৰ মাজত যি পাৰস্পৰিক বিশ্বভ্ৰাতৃত্ব, বিশ্ববন্ধুত্ব গঢ়ি উঠিছে ই সঁচাকৈয়ে শুভলক্ষণ, কিন্তু বিশ্বযুদ্ধৰ যি হুংকাৰ প্ৰতিধ্বনিত হৈছে তাক বিশ্ব-সংস্কৃতিয়ে নিৰ্বাপিত কৰি সমাজৰ স্থিতি নিৰাময় কৰোৰো প্ৰত্যাহ্বানৰ সন্মুখীন হৈছে। আজি বিজ্ঞানৰ দ্ৰুত উন্নতি, আগ্নেয় অস্ত্ৰৰ নতুন নতুন আবিষ্কাৰৰ পৰিণতিত বিশ্ব ধ্বংস হোৱাৰ উপক্ৰম হৈছে, কিন্তু সাংস্কৃতিক বিনিময়ৰ সান্নিধ্যৰে বিশ্ব ভাতৃত্ব বিশ্ব-বন্ধুত্বৰ বান্ধোনেৰে বিশ্বযুদ্ধৰ অৱসান ঘটাই শান্তি-সম্প্ৰীতিৰে বিশ্ব ইতিহাস ৰচনা কৰাত বিশ্ব-সংস্কৃতিয়ে ইন্ধন যোগোৱাটো বিশ্ব মানৱৰে কাম্য।

আমাৰ সাধাৰণ উপলব্ধি আছিল যে সাংস্কৃতিক বিনিময়ৰ মাধ্যমেৰে পৰস্পৰৰ মাজত গঢ়ি উঠা সামাজিক ঐক্য-সম্প্ৰীতি তথা সংহতিও ৰক্ষিত হোৱা সম্ভৱ নহয়।

এই প্ৰসংগত আমাৰ সন্মুখত আজি দেখা দিয়া শিল্পভিত্তিক সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত এক জনসমাজ আৰু আদিম কৃষিভিত্তিক সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত ভিন্ন-ভিন্নমুখী দুখন সমাজৰ কথা উল্লেখ কৰিব পাৰো আৰু আমি আধুনিক নগৰ-চহৰত বাস কৰাসকলে সদায়ে তাৰ আলেখ্য লক্ষ্য কৰি আছে।

এইক্ষেত্ৰত যদি দ্ৰুত শিল্পায়নৰ প্ৰত্যাহ্বান জনাই গ্ৰাম্য ভিত্তিক সমাজে কৃষি-মৰ্মৰ সংস্কাৰ সাধন কৰিগ আধুনিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগৰ দ্বাৰা ক্ষীপ্ৰগতিত সমান্তৰালবাৱে আগবাঢ়ি যাব নোৱাৰে তেন্তে কোনোফালেই সেই ভিন্নমুখী শ্ৰেণী বিভাজন আৰ্থ-সামাজিক দিশত তাৰ বিলুপ্তি নঘটিব, অৰ্থনৈতিক দিশত সমতাৰ স্থাপন নহ'ব আৰু পৰিণতিত শাসক শ্ৰেণীৰ সাংস্কৃতিয়েই বিৰাজ কৰি থাকিব।

সেইক্ষেত্ৰত অৰ্থনৈতিক সমতা ৰক্ষাৰ পৰিপ্ৰেক্ষিতত সেই সমস্যা সমাধানৰ ক্ষেত্ৰত শিক্ষিত নিবনুৱাৰ সমস্যা সমাধানত ৰাষ্ট্ৰ সমদৰ্শী হ'ব লাগিব। ৰাষ্ট্ৰৰ অকুণ্ঠ সহযোগিতা তাৰ কাৰণে নিতান্ত অপৰিহাৰ্য জনসাধাৰণৰ জীৱন নিৰ্বাহৰ অপৰিহাৰ্য সামগ্ৰীৰাজিৰ সুলভ যোগান ব্যৱস্থা প্ৰয়োজন, জীৱন নিৰ্বাহৰ মানদণ্ড উন্নত কৰাত ৰাষ্ট্ৰই অৱদান যোগাব লাগিব আৰু শিক্ষাৰ বাধ্যতামূলক পন্থা গ্ৰহণ কৰিব লাগিব। আজি বস্তুগতভাৱে উপৰোক্ত ভিন্নমুখী দুখন সমাজৰ উৎপাদন সামগ্ৰীবোৰৰ বিনিময়ত অৰ্থনৈতিক সমতা ৰক্ষিত হ'ব পৰা হ'ব লাগিব, অৰ্থনৈতিকভাৱে পিচপৰা জনগোষ্ঠীৰ ভৱিষ্যতৰ বংশধৰসকলে যাতে পিচ পৰিয়েই নাথাকে তাৰ প্ৰতি লক্ষ্য

ৰাখি সৰ্বতোপ্ৰকাৰৰ আঁচনি গ্ৰহণ কৰি প্ৰকৃতাৰ্থত কাৰ্যকৰী কৰিব লাগিব, নহ'লে সাংস্কৃতিক সমন্বয়েৰে ভিন্নমুখী সমাজৰ মাজত ঐক্য-সম্প্ৰীতি ৰক্ষা কৰা সম্ভৱ নহ'ব। সামাজিক ঐক্য-সম্প্ৰীতি ৰক্ষা কৰাত সংস্কৃতিৰ যি ভূমিকা তাক ৰাষ্ট্ৰৰ পৃষ্ঠপোষকতাই প্ৰকট কৰি তুলিব পাৰে, ৰাষ্ট্ৰই অৱদান যোগাব পাৰে।

আমি পৰাধীনতাৰ প্ৰথম স্তৰত ভাৰতীয় তথা অসমীয়াৰ স্বকীয় সংস্কৃতিৰ প্ৰতি অৱমাননা কৰি অহাৰ মূলতে আছিল পাশ্চাত্য সভ্যতাৰ প্ৰতি গভীৰ শ্ৰদ্ধা আৰু অন্ধতাৰ তীব্ৰ আকৰ্ষণ। আমি পশ্চিমীয়া সভ্যতাৰ কথা কওঁ সঁচা কিন্তু পশ্চিমীয়া সংস্কৃতিৰ কথা নকওঁ। সেই অন্ধ অনুকৰণৰ পৰিণতিত জাতীয় সংস্কৃতিৰ বিকাশ ব্যাহত হৈছিল আৰু আমাৰ মাজতে সৃষ্টি হোৱা বিভ্ৰাতে সাংস্কৃতিক জীৱনধাৰালৈ দুষ্কৃতিৰ ঢল বোৱাই আনিছিল।

আজিৰ ৰাষ্ট্ৰই জাতীয় সংস্কৃতিৰ বিকাশ সাধন কৰাটো ৰাষ্ট্ৰৰ বিভাগীয় বিষয় হিচাপে বা ৰাষ্ট্ৰীয় জীৱনৰে অংশ হিচাপে গ্ৰহণ নকৰিলে আজি অসমৰ জাতীয় ঐক্য-সম্প্ৰীতি তথা সংহতি ৰক্ষাৰ ক্ষেত্ৰত একমাত্ৰ সাংস্কৃতিক বিনিময়ে সেই সমস্যা সমাধান কৰিব নোৱাৰে।

আজি প্ৰত্যেক জনগোষ্ঠীয়ে নিজস্ব সাংস্কৃতিক বৈশিষ্ট্য ৰক্ষা কৰাৰ লগতে বৈশিষ্ট্য ৰক্ষা কৰাৰ প্ৰতি অনুকম্পা প্ৰদৰ্শন কৰিব লাগিব আৰু সেই অনুকূল পৰিৱেশ সৃষ্টি কৰাত ৰাষ্ট্ৰৰ গুৰুদায়িত্ব নোহোৱা নহয়। বিভিন্ন জনগোষ্ঠীয়ে স্বকীয় সাংস্কৃতিক বৈশিষ্ট্য ৰক্ষাৰ দ্বাৰা যাতে অসমীয়া জাতীয় সংহতি সাধনত বৰঙণি যোগাব পাৰে তেনে অনুকূলপৰিৱেশ ৰাষ্ট্ৰই নকৰিলে সাংস্কৃতিক বিভ্ৰাট সদায় থাকিব আৰু সেই বিভ্ৰাটে বিচ্ছিন্নতাবাদৰো সৃষ্টি কৰিব আৰু তেতিয়া সংহতি ৰক্ষা সম্ভৱ নহ'ব।

আজিৰ অসম ৰাজ্যৰ ভাষা-সংস্কৃতি আৰু জাতীয় সংহতি ৰক্ষা কৰা ক্ষেত্ৰত এক জটিল সমস্যাই দেখা দিছে কিন্তু সেই সমস্যা আগ্নেয়গিৰিৰ দৰে একে দিনাই উদ্‌গীৰণ হোৱা নাই নিশ্চয়। অসমীয়া ভাষা একালত সমগ্ৰ উত্তৰ-পূৰ্বপ্ৰান্তৰৰে সংযোগী ভাষা হিচাপে বিপুল প্ৰবাহেৰে প্ৰভাৱান্বিত কৰিছিল কিন্তু আজি সেই আঞ্চলিক ভাষাৰো সংজ্ঞা, সূত্ৰ সলনি হৈ গৈছে, আজি আঞ্চলিক ভাষাৰ সংজ্ঞা কি? প্ৰতিবেশী সাতখন ৰাজ্য সৃষ্টি হোৱাৰ পাচত আঞ্চলিক ভাষাৰো নতুন নতুন ব্যাখ্যা আৰম্ভ হৈছে সেইবোৰ ভাৰতীয় সংবিধানে দিয়া সংবিধানপ্ৰদত্ত কথা।

আজি অসমত চীন-তিব্বত-বৰ্মণ মাতৃমূলীয়া কথিত ভাষাবোৰ প্ৰয়োজনৰ পৰিপ্ৰেক্ষিতত লিখিত ৰূপ ল'বলৈ উপক্ৰম কৰিছে। পৃথিৱীত প্ৰয়োজনৰ খাতিৰত ভাষাৰ জন্ম আৰু অপ্ৰয়োগৰ খাতিৰত ভাষাৰ মৃত্যু হোৱাটো ভাষা বুৰঞ্জীৰ বৈশিষ্ট্য। নিজৰ নিজৰ স্বকীয় ভাষাক ভাল পোৱাটোৱে আনৰ ভাষাক বেয়া পোৱা

বা আনৰ ভাষাৰ প্ৰতি থকা বিদ্বেষৰ ভাব নুসূচায়। একে দেশতে মানবিশিষ্ট থলুৱা ভাষাই সীমিত ৰূপত একাধিক আঞ্চলিক ভাষাৰূপে স্বীকৃতি পোৱাৰ লগতে সেই একে দেশৰ ৰাজ্যিক ভাষাই উচ্চমানবিশিষ্ট স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি চলাৰ লগতে জাতীয় তথা ৰাষ্ট্ৰীয় ভাষাই স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰি আৰ্থসামাজিক দিশত বৰঙণি যোগাই জাতীয় ঐক্য-সম্প্ৰীতি তথা সংহতি ৰক্ষাত বিপুল বৰঙণি যোগোৱা দৃষ্টান্ত পৃথিৱীৰ ভাষা বুৰঞ্জীত বিৰল নহয়।

আজিৰ অসমত ভাষাগত সমস্যা সমাধানৰ পথ হৈছে থলুৱা ভাষাবোৰৰ স্বীকৃতি প্ৰদানেই নহয় সেই ভাষাবোৰৰ বিকাশ সাধনতো সম্ভৱপৰ সকলো সহায় সহযোগ আগবঢ়াই সাংস্কৃতিক উপাদানৰাজিৰ উৎকৰ্ষ সাধন কৰাৰ লগতে শিল্প-ব্যৱসায়-বাণিজ্য আদিৰ ক্ষেত্ৰতো জনসংযোগী ভাষা হিচাপে অসমৰ ৰাজ্যিক ভাষাৰ লগত সংহতি ৰাখি বিকাশ সাধনত অকুণ্ঠ সমৰ্থন আগবঢ়োৱাটো সমস্যা সমাধানৰ অনতম উত্তম পথ।

আমাৰ মাজত উপৰোক্ত উদাৰ মনোভাব প্ৰদান কৰা পন্থাকে যদি বিচ্ছিন্নতাবাদ, গোষ্ঠীবাদ, মতান্ধতাবাদ, উগ্ৰ গোষ্ঠীবাদ সংকীৰ্ণতাবাদ বুলি আখ্যা দি গণ্য কৰা হয় তেন্তে আমাৰ মাজতে বিভ্ৰাটে বিচ্ছিন্নতা অনাটো একো অসম্ভৱ নহ'ব। আমাৰ সাৰ্বভৌম গণতান্ত্ৰিক নিৰপেক্ষ দেশত সাংবিধানিক প্ৰদত্ত এটা অধিকাৰৰ ওপৰত বাধা প্ৰদান কৰিলে প্ৰত্যাহ্বানৰো সম্মুখীন হোৱাটো স্বাভাৱিক।

আজি পৃথিৱীৰ প্ৰত্যেক জাতি সত্বাই নিজৰ আত্ম বিকাশ তথা আত্মৰক্ষাৰ কাৰণে নিজৰ মাতৃভাষা-সংস্কৃতিৰ প্ৰতি থকা গভীৰ অনুৰাগ প্ৰদৰ্শন কৰাৰ লগতে দেশৰ প্ৰতি থকা জাতিৰ বৃহত্তৰ স্বাৰ্থৰ খাতিৰত আত্মবলিদান দিয়া দৃষ্টান্তও নোহোৱা নহয়। থলুৱা ভাষাই বিকাশ লাভ কৰিলে দেশৰ প্ৰতি থকা অকৃত্ৰিম দেশপ্ৰেমত বাধা পৰিব বুলি ভবা, থলুৱা ভাষাই আঞ্চলিক ভাষাৰ উন্নতিত বাধাৰ সৃষ্টি কৰিব বুলি ভবাটো আমাৰ ভ্ৰান্তিমূলক ধাৰণা।

আমাৰ ধাৰণা থলুৱা জনগোষ্ঠীৰ লোক-সংস্কৃতি জাতীয় সংস্কৃতিৰ পৰা বিচ্ছিন্ন নহয় বৰঞ্চ অংশহে আৰু থলুৱা সংস্কৃতিয়ে গণ-সংস্কৃতিলৈ ৰূপান্তৰিত কৰা গতি পথত ঐতিহাসিক ভূমিকা গ্ৰহণ কৰাটো আমাৰ এক সৌভাগ্যৰ কথা। আমাৰ অসমীয়া জাতীয় সংস্কৃতিৰ যি আদৰ্শ আছে যি বৈশিষ্ট্য আছে ঐতিহ্য নিহিত হৈ আছে তাক সমৃদ্ধ কৰি অধিকভাৱে জনসমাজৰ মাজত দ্ৰুতগতিত সমভাৱে সমভাগী হৈ সমাজতান্ত্ৰিক ধ্যান-ধাৰণাৰে অগ্ৰসৰ হ'ব পাৰিলে অসমীয়া জাতীয় সংস্কৃতিৰ ক্ষেত্ৰত এক মহান কৰ্তব্য সমাধা কৰা হ'ব। ■

---

*'পৰিচয়' কাকতত প্ৰকাশিত : ফেব্ৰুৱাৰী : ১৯৮৫ চন : সম্পাদক*

# অসমৰ লোক-সংস্কৃতিত ব'হাগ বিহু

আজি আমি অসমীয়াৰ জাতীয় লোক-উৎসৱ ব'হাগ বিহু, ৰঙালী বিহু উৎসৱ উদ্‌যাপনৰ বাস্তৱসম্মত বিভিন্ন দিশ আৰু ইয়াৰ প্ৰক্ৰিয়া-প্ৰতিক্ৰিয়াৰ কথা পৰ্যালোচনা কৰি চালে প্ৰধানতঃ প্ৰথমে পাওঁ— কৃষিভিত্তিক জীৱনধাৰাৰে ধাবিত জনসমাজে বছৰৰ বিভিন্ন ঋতু, মাহ পৰশত নীতিগতভাৱে উদ্‌যাপন কৰা লোক-উৎসৱে আজিৰ ৰূপত ধৰা দি জাতীয় চেতনাৰে জাতীয় সত্বাক সঞ্জীৱিত কৰি তাৰ মাজেদি জাতিক জীৱন্ত কৰি ৰখাৰ অনুপ্ৰেৰণা প্ৰদান কৰা, দ্বিতীয়তে পাওঁ বিভিন্ন লোক-উৎসৱ উদ্‌যাপনক কেন্দ্ৰ কৰি এক পূত-পবিত্ৰ সাংস্কৃতিক অনুষ্ঠান গঢ়ি উঠা আৰু এই অনুষ্ঠানৰ মাধ্যমেৰে আঞ্চলিক তথা কেন্দ্ৰীয় অনুষ্ঠানে আঞ্চলিক জীৱনজীৱনৰ মাজত পাৰস্পৰিক আদান-প্ৰদান, ভাব বিনিময়েৰে সাংস্কৃতিক উপাদানবাজিয়ে সমন্বয় সাধন কৰি সামাজিক ঐক্য-সম্প্ৰীতি, বন্ধুত্ব-ভ্ৰাতৃত্বৰ, একাত্মবোধৰ ভাব উন্মেষ কৰি জাতীয় সংহতি ৰক্ষা কৰাত বৰঙণি যোগোৱা আৰু তৃতীয়তে পাওঁ সাংস্কৃতিক সমাৰোহত বিভিন্ন কলা-শিল্প সাধনাৰ উপাদানবাজিৰ পৰিবেশন, প্ৰদৰ্শনৰ যোগেদি কলা অনুৰাগী তথা জনসমাজক আনন্দ প্ৰদান কৰাৰ লগতে নীতিজ্ঞান, নৈতিক শিক্ষা দি জনসমাজক শুদ্ধ পথেৰে পৰিচালনা কৰাত বৰঙণি যোগোৱা আদি বহু কথা উপলব্ধি কৰা যায়।

আজি যুগ আৰু সময় সাপেক্ষে সময়ৰ আঁচোৰ লাগি সমগ্ৰ অসমৰ চুকে-কোণে অঞ্চলে অঞ্চলে আনকি বিদেশত বসবাস কৰা মুষ্টিমেয় অসমীয়াই স্বকীয় লোক-উৎসৱ উদ্‌যাপন কৰাটো জাতীয় জীৱনৰ শুভ লক্ষণ আৰু ইয়াৰ মাজেদি জাতীয় সত্বা ৰক্ষা কৰাৰ যি প্ৰচেষ্টা ই জাতিৰ অনাগত দিনৰ কাৰণে মংগলজনক কিন্তু লোক উৎসৱবোৰক কেন্দ্ৰ কৰি গঢ়ি উঠা সাংস্কৃতিক অনুষ্ঠান, মুকলি মঞ্চবোৰত কলা-সংস্কৃতিৰ উপাদানৰ লগতে দুষ্কৃতিৰ (বহুতৰ অপসংস্কৃতি শব্দবো ব্যৱহাৰ কৰা পৰিলক্ষিত হৈছে) উপাদানবাজিবো আজি সংগঠিত হৈছে। সংস্কৃতি আৰু দুষ্কৃতিৰ মাজত আজি যি সংঘাত হ'ব ধৰিছে তাৰ প্ৰতি আজিৰ সমাজ সচেতন নতুন পুৰুষে সচেতন হোৱাটো নিতান্ত বাঞ্ছনীয়।

আজি ৰঙালী বিহু উৎসৱ সমাৰোহৰ মুকলি মঞ্চত আনুষংগিক সাংস্কৃতিক তাৎপৰ্যৰ কথা পৰ্যালোচনা নকৰিলেও সময় সাপেক্ষিক আৰু উপাদানবাজিৰ সম্যক পৰ্যালোচনা কৰি চোৱা সমীচিন। মানুহ সংস্কৃতি জীৱন আৰু মানব সৃষ্টিৰ

আদিম পুৰাৰ পৰা ব্যক্তি তথা সমাজ জীৱনক কেন্দ্ৰ কৰি সাংস্কৃতিক উপাদানৰাজিৰ সৃষ্টি হৈ আহিছে। মানৱ শিশুৰ জন্মৰ আদিম পুৰাৰ কান্দোনৰ পৰা আৰম্ভ কৰি মৃত্যুলেকে ব্যক্তি তথা সামাজিক দিশত পদ্ধতিগতভাৱে কৰণীয়, ধাৰণীয়, পালনীয় সকলোবোৰেই সংস্কৃতিৰ পৰিধিৰ ভিতৰত, সংস্কৃতিৰ গণ্ডিৰ বাহিৰত নহয় সেয়ে আমি আধুনিক সমাজ-সংস্কৃতিৰ জন্ম-পঞ্জীকাৰ তালিকাত নপৰো। সংস্কৃতিৰ জন্ম, সৃষ্টি আদিম সমাজৰ, আমাৰ পূৰ্বপুৰুষৰ।

সাংস্কৃতিক উপাদানৰাজিৰ বৈশিষ্ট্য, স্বধৰ্ম হৈছে সংস্কৃতিয়ে সংস্কৃতিক আকৰ্ষণ কৰে, বিকৰ্ষণ নকৰে। এইদৰে বিভিন্ন জনগোষ্ঠীৰ সাংস্কৃতিক উপাদানৰাজিৰ সমন্বয়ত গঢ়ি উঠা উপাদানৰাজিয়ে জনসমাজক নৈতিক শিক্ষা প্ৰদান কৰি সুশৃংখল সমাজ পৰিচালনা কৰে কিন্তু দুষ্কৃতিৰ উপাদানৰাজিয়ে সদায় সংস্কৃতিৰ মাজত অনুপ্ৰৱেশ কৰিবৰ কাৰণে সংঘাতৰ সৃষ্টি কৰি আহিছে আৰু সেয়া আজিৰ সমাজ সচেতন নতুন পুৰুষৰ কাৰণে বিচাৰ-বিচাৰ্যৰ চিন্তাৰ বিষয়। এই প্ৰসংগত আমি লোক-সংস্কৃতিৰ উপাদানৰাজি লোক-উৎসৱৰ বুনিয়াদৰ ওপৰতে ভিত্তি কৰাৰ কথা উল্লেখ কৰিব পাৰো। লোক-সংস্কৃতিৰ লগত লোকবিশ্বাস, লোকাচাৰ, ৰীতি-নীতি, বেদ-বাহ্য, বেদ গ্ৰাহ্য, বেদাচাৰ-লোকাচাৰ যি ৰীতিয়েই নহওঁক লোক-উৎসৱৰ মাজেদিয়ে প্ৰকাশ পায়, গতিকে লোক-উৎসৱৰ বুনিয়াদ যদি গভীৰ, সুসংগঠিত গাঁথনিৰে 'মজবুত' হয় তেতিয়াহে দুষ্কৃতিৰ উপাদানৰাজিৰ লগত জয়যুক্ত হ'ব, সেয়ে আজি ভাৰতীয় জীৱনৰ লোক-উৎসৱৰ বুনিয়াদ, ভেটি সম্পৰ্কে নতুন পুৰুষে সজাগ আৰু সচেতন হৈ লোক-উৎসৱ উদ্‌যাপন কৰাৰ লগতে ইয়াক ৰক্ষা কৰাৰ বাহিৰে গত্যন্তৰ নাই।

আজি আমি লোক-উৎসৱ উদ্‌যাপনৰ ক্ষেত্ৰত যি যুগোপযোগী সাংস্কৃতিক ৰীতি-নীতি, প্ৰদৰ্শন, প্ৰচাৰ পদ্ধতি গ্ৰহণ কৰিছো ইয়াৰ কিছুমান ৰীতিয়ে জাতীয় জীৱনৰ সংস্কৃতি আৰু সভ্যতাৰ প্ৰতিচ্ছবিখন মেঘাচ্ছন্ন কৰা উপক্ৰম হৈছে আৰু ইয়াৰ মূলতে হৈছে দুষ্কৃতিৰ অনুপ্ৰৱেশ। অসমীয়া জাতীয় সংস্কৃতিৰ ঐতিহ্য আছে স্বকীয় বৈশিষ্ট্য আছে, যি স্বকীয় ঐতিহ্যই জাতীয় জীৱনৰ বৈশিষ্ট্যৰ প্ৰতিচ্ছবি প্ৰকাশ কৰে। লোক-সংস্কৃতিৰ যি পাৰস্পৰিক বিনিময় আৰু সমন্বয় তাক কোনেও বাধা দি ৰাখিব নোৱাৰে, ই সংস্কৃতিৰ এক স্বতঃস্ফূৰ্ত অন্তৰ ফল্গুৰ দৰে প্ৰবাহমান গতি সেয়ে বিশ্বকবি ৰবী ঠাকুৰে গাইছে—

"পশ্চিমে আজ খুলে আছে দ্বাৰ, হেতাহতে আনে উপহাৰ দিবে আৰ নিবে, মিলিবে মিলাবে, যাবনা ফিৰে"।

"অসমীয়া যি কৃষ্টি-সংস্কৃতি আছে তাক সংস্কৃত কৰিব লাগিব, যি নতুন

আহিছে তাকো অসমীয়া ঠাচত ভালকৈ সজাই-পৰাই গঢ়িব লাগিব তেতিয়াহে আমাৰ অসমীয়া কৃষ্টি-সংস্কৃতি আৰু সভ্যতাইপূৰ্ণ বিকাশ পাব আৰু অসমীয়া জাতি বাচিব"।

জনজীৱনত লোক-সংস্কৃতিৰ প্ৰধান প্ৰক্ৰিয়া হৈছে লোকচক্ষুৰ আঁৰত সামাজিক, নৈতিক জীৱন যাত্ৰাক ধাৰণ কৰোৱা, অৰ্থাৎ এজোপা বিৰাট আকাৰৰ গছক যেনেকৈ আমি চকুৰে নেদেখাকৈ মাটিৰ তলত থাকি শিপাই গছজোপাক ঠিৰেৰে ধৰি ৰাখে ঠিক তেনেকৈ লোক-সংস্কৃতিৰ উপাদানবাজিয়ে আধ্যাত্মিক, নৈতিক শুদ্ধ ধ্যান-ধাৰণাৰে সমাজক ধাবিত কৰায়, জনসমাজক সামাজিক জীৱনত সুশৃংখল দৌজধৰণীৰে জীৱন নিৰ্বাহ কৰায়। প্ৰকৃতপক্ষে জনসমাজক সামাজিক জীৱনযাত্ৰাত শাসন গণ্ডিৰ বাঘজৰী, আইন-কানুনে শাসন নকৰে, শুদ্ধ নৈতিক সামাজিক জীৱন ধাৱিত কৰায়—সাংস্কৃতিক উপাদানবাজিয়ে। গতিকে লোক-সংস্কৃতিৰ উপাদানবাজিৰ সমন্বয়ৰ ওপৰতে নিৰ্ভৰ কৰে জাতীয় জীৱনৰ চাৰিত্ৰিক গুণৰাজি আৰু বৈশিষ্ট্য। আমি পাশ্চাত্য সভ্যতাৰ কথা কওঁ কিন্তু পাশ্চাত্য সংস্কৃতিৰ কথা নকওঁ— ইয়াৰ কাৰণো ইয়াত নিহিত। আজি পাশ্চাত্য আৰু প্ৰাচ্যৰ সাংস্কৃতিক উপাদানবাজিৰ কথাও পৰ্যালোচনা কৰি চোৱাৰ সময় সমাগত হৈছে।

আজি লোক-উৎসৱ উদ্‌যাপন কৰা আৰু ইয়াৰ স্বকীয়তা ৰক্ষা কৰাটো নিৰ্ভৰ কৰিছে লোক-উৎসৱৰ বুনিয়াদ বা ভেটিৰ ওপৰত। বহুমহলীয়া এটা পকা অট্টালিকা নিৰ্মাণ কৰিবলৈ হ'লে যেনেকৈ সেই ঘৰটোৰ ভেটি বা বুনিয়াদটো মজবুত গাঁথনি দিয়াৰ ওপৰত নিৰ্ভৰ কৰে তেনেকৈ লোক-উৎসৱ উদ্‌যাপনেৰে লোক-সংস্কৃতিৰ উপাদানবাজিবো স্বকীয় বৈশিষ্ট্য ৰক্ষা কৰাটো মূল বা বুনিয়াদৰ ওপৰতে নিৰ্ভৰ কৰিছে। আজি আমি কামনা কৰো যে লোক-উৎসৱ লোক-সংস্কৃতিৰ উপাদানবাজিৰে উদ্‌যাপিত হওক— দুষ্কৃতিৰ উপাদানেৰে নহয়। লোক-সংস্কৃতি মানৱ সভ্যতাৰ লগে লগে গতি সলায় অৰ্থাৎ সংস্কৃতিও পৰিবৰ্তনশীল কিন্তু পৰিবৰ্তনৰ কেন্দ্ৰবিন্দু সদায় জনজীৱনক কেন্দ্ৰ কৰি পৰিবৰ্তন সাধিত হ'ব লাগিব। আজিৰ জনজীৱনৰ গতি নগৰমুখী আধুনিক সভ্যতাৰ ফালে গতি কৰা সময় সাপেক্ষ হ'লেও নৈতিক ধ্যান-দাৰণাক উপেক্ষা কৰি মানৱ সভ্যতা বৰ্তি থাকিব নোৱাৰে আৰু সংস্কৃতিৰ উপাদানবাজিবো উৰ্ধত আছে মানুহ, কেও নাই" অসমীয়া কবিয়ে গাইছে—

"মানুহে দেৱ, মানুহেই সেৱ, মানুহ বিনে নাই কেওঁ" বিহুৱা ভকতেও গাইছে—

"গৰু বিহুৰ দিনা লবা আশীৰ্বাদ
তেহে পাবা বৈকুণ্ঠৰ থান"

গতিকে আজি আমি নতুন পুৰুষ তথা আমাৰ অনাগত দিনৰ ভাৱী বংশধৰ, সমাজ সচেতনসকলক গভীৰভাৱে চিন্তা কৰিবলৈ আহ্বান জনাওঁ।

আমি লোক-উৎসৱ উদ্‌যাপনৰ অন্যান্য প্ৰতিক্ৰিয়াৰ লগতে বিভিন্ন জাতি-প্ৰজাতিৰ, জাতি-অধিজাতি, উপজাতি, বিভিন্ন গোষ্ঠী, অধিগোষ্ঠীৰ মাজত কলা-শিল্প, ভাষা-উপভাষা, সংগীত আচাৰ-নীতি, ধৰ্মীয় ধ্যান-ধাৰণা, লোকাচাৰ-বেদাচাৰ, লোক-উৎসৱ পূজা-পাৰ্বণ আদি সমগ্ৰ সংস্কৃতিৰ উপাদানৰাজিৰ পাৰস্পৰিকভাৱে যি বিনিময় হয়, আদান-প্ৰদান হয় সেয়ে সামাজিক ঐক্য-সম্প্ৰীতি, বন্ধুত্ব-ভ্ৰাতৃত্ব তথা জাতীয় সংহতি সমাধানত ইন্ধন যোগায় কিন্তু এইবোৰেই একমাত্ৰ কাৰণ নহয়, ইয়াৰ লগতে সামাজিক জীৱনযাত্ৰাত স্বচ্ছল জীৱনধাৰা তথা জীৱন-নিৰ্বাহৰ মানদণ্ডৰ অৰ্থনৈতিক দিশৰ কথা মৌলিকভাৱে জড়িত হৈ আছে। দেশত ৰাজনৈতিকভাৱে যি ঐক্য গঢ়ি উঠে তাতোকৈ সামাজিকভাৱে লোক-সংস্কৃতি তথা লোক-উৎসৱ উদ্‌যাপনৰ মাধ্যমেৰে গঢ়ি উঠা ঐক্য-সম্প্ৰীতি স্থায়ী হোৱাটো স্বাভাৱিক কিন্তু এইটোৱেই একমাত্ৰ কাৰণ নহয়, তাতো সামাজিক জীৱনৰ স্বাৱলম্বিতা তথা অৰ্থনৈতিক স্বচ্ছন্দতাক ব্যক্তিকেন্দ্ৰিক আদৰ্শই বিভ্ৰাট আৰু বিপৰ্যয়ৰ পাচত বিপৰ্যয় সৃষ্টি কৰা পৰিলক্ষিত হৈছে আৰু সেয়া আজিৰ আধুনিক সমাজৰ জীৱন দৰ্শনত এক নতুন সমস্যাৰূপে দেখা দিয়াটো সকলোৰে অনুমেয়।

আমি ভাবো লোক-সংস্কৃতিৰ উপাদানৰাজিৰ শ্ৰেষ্ঠতম উপাদান ভাষাই জনজীৱনত সামাজিক ঐক্য সাধনত সৰ্বাধিকভাৱে ক্ৰিয়া কৰে কিন্তু আজি দেখা গৈছে যে একে ভাষা, একে লিপি, একে ভৌগোলিক পৰিৱেশ, একে ৰাজনৈতিক ব্যৱস্থা একে সামাজিক জীৱনধাৰাৰে ধাৱিত, একে সংস্কৃতিৰ ভিত্তিত চলিত উপাদানৰাজিও ঐক্য-সম্প্ৰীতি ৰক্ষাকৰাৰ একমাত্ৰ কাৰণ নহয়, ইয়াৰ লগত আবেগিক ঐক্যৰ কথাও নিৰৱচ্ছিন্নভাৱে জড়িত হৈ আছে। আমি আবেগিক ঐক্যৰ কথা পৰ্যালোচনা কৰি চালে পাম যে একে দেশ, একে জাতিক, একে ভাষা, একে সংস্কৃতিৰ মাজত আবেগিক ঐক্য সাধিত হৈ জাতীয় সংহতি গঢ়ি উঠে আৰু এই উপলব্ধি এক ৰাজনৈতিক দৰ্শন বা থিয়ৰি বা ফৰমূলা কিন্তু অসম তথা ভাৰতবৰ্ষ বুৰঞ্জীৰ বিস্মৃত যুগৰ পৰাই অনৈক্যৰ মাজেদিয়ে ঐক্য সাধিত হৈ তথাকথিত ভাৰতীয়ৰ জাতীয় সংহতি ৰক্ষিত হৈ আহিছে। প্ৰকৃততে আমি জাতীয় সংহতি, ৰাষ্ট্ৰীয় সংহতিৰ অপপ্ৰয়োগ কৰি আহিছো, অসমৰ ক্ষেত্ৰতো একেখন প্ৰতিচ্ছবি। গতিকে যুগ পৰিবৰ্তনৰ লগে লগে আধুনিক সমাজ ব্যৱস্থাত ঐক্য-সম্প্ৰীতি, জাতীয় সংহতি আদি কথাবোৰ নতুন পুৰুষে গভীৰভাৱে চিন্তা কৰি আধুনিক বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ লগত যি অৰ্থনৈতিক দৰ্শন জড়িত হৈ আছে তাৰ ভিত্তিতে চিন্তা কৰা নিতান্ত প্ৰয়োজন হৈ পৰিছে।

আমি এই বাস্তৱসম্মতভাৱে সামাজিক তথা জাতীয় লোক-উৎসৱ উদ্‌যাপনৰ মাধ্যমেৰে দেশৰ বিভিন্ন জনগোষ্ঠীৰ সামাজিক পৰিৱেশত পাৰস্পৰিকভাৱে সামাজিক ঐক্য-সম্প্ৰীতি গঢ়ি উঠাৰ কথা নুই কৰিব নোৱাৰো কিন্তু এইটোৱেই একমাত্ৰ কাৰণ নহয়। ইয়াৰ লগত আনুষংগিকভাৱে সমাজ পৰিৱৰ্তনৰ লগতে বিৱৰ্তনৰ সময় সীৰলুত আধুনিক শিক্ষা আৰু বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ ফলপ্ৰসূ প্ৰতিক্ৰিয়াই সৃষ্টি কৰা অৰ্থনৈতিক দিশৰ কথাও অবিচ্ছেদ্যভাৱে জড়িত হৈ আছে। গতিকে অৰ্থনৈতিক উৎপাদনৰ পৰা সাংস্কৃতিক বিচ্ছিন্ন কৰি সাংস্কৃতিক দৰ্শন বা ৰাজনৈতিক দৰ্শনৰ চিন্তা কৰিবলৈ গ'লে আকাশত চাং পতা অলীক কল্পনাৰ বাহিৰে একো নহ'ব। আমি জনজীৱনত একাত্মবোধ গঢ়িবলৈ হ'লে নতুন পুৰুষে একীভূত অৰ্থনৈতিক স্বাবলম্বীতা, কাৰ্যবিমুখ নহৈ নিষ্ঠা আৰু কাৰ্যক্ষমেৰে সামাজিক জীৱন যাত্ৰাত স্বচ্ছন্দতাৰ কথা প্ৰাধান্য দিহে আজিৰ যুগ সাপেক্ষৰ কথা চিন্তা কৰিব লাগিব। যুগ, কাল, সমাজ পৰিৱৰ্তনৰ লগত সকলোবোৰ সাংস্কৃতিক উপাদানবাজিৰে সম্পৰ্ক আছে আৰু আজিৰ প্ৰগতিশীল সময়ৰ ব্যৱস্থাত অৰ্থনৈতিক ভূমিকাৰ কথা কোনেও নুই কৰি চলিব নোৱাৰো।

আজি আমি যদি বাস্তৱসম্মতভাৱে অসমৰ লোক-সংস্কৃতিৰ গঠনৰ প্ৰক্ৰিয়াৰ কথা, অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়াৰ কথা আৰু অসমীয়া ভাষা গঠনৰ প্ৰক্ৰিয়াৰ কথা পৰ্যালোচনা কৰি চাওঁ তেন্তে তাত আমি বিভিন্ন জনগোষ্ঠীৰ লোক-সংস্কৃতিৰ উপাদানেৰে গঢ়ি উঠা অসমৰ লোক-সংস্কৃতিৰ বাৰেবৰণীয়া, নানান ৰঙেৰে ৰহণীয়া অৰ্থাৎ বৰ্ণাঢ্য সংস্কৃতিৰ ৰূপ-ৰেখাহে পাওঁ, অসমীয়া জাতি গঠনত বিভিন্ন জাতি-প্ৰজাতি, জাতি-অধিজাতি প্ৰজাতিৰ উপজাতিৰ সমন্বয়ত সমাজ বিৱৰ্তনেৰে অসমীয়া জাতি সংগঠিত হোৱা আৰু অসমীয়া ভাষা গঠনত বিভিন্ন জাতিগোষ্ঠীৰ ভাষা উপ-ভাষাৰ উপাদানেৰে সংমিশ্ৰণ গঢ়ি উঠা অসমীয়া ভাষাৰ কথাহে পাওঁ— অৰ্থাৎ সাংস্কৃতিক উপাদানবাজিৰ সমন্বয়ত অসমৰ লোক-সংস্কৃতি, সমাজ বিৱৰ্তনেৰে অসমীয়া জাতি আৰু ভাষাৰ সংমিশ্ৰণত অসমীয়া ভাষা গঠন হোৱাৰ কথাকে পাওঁ। এই সম্যক পৰ্যালোচনাৰ পৰা চালে কোন জনগোষ্ঠীৰ দেহৰ তেজত স্বকীয় বিশুদ্ধ তেজৰ কণিকা আছে তাক সঠিকভাৱে নিৰ্ণয় কৰাটো কঠিন অৰ্থাৎ অসমৰ কোনো জনগোষ্ঠীতে আজি স্বকীয় বিশুদ্ধ তেজৰ কণিকা আছে বুলি নাভাবো সকলো বিৱৰ্তনেৰে একাকাৰ হৈ যোৱাৰ প্ৰামাণ্যহে পাওঁ।

আমি সাধাৰণতে সংস্কৃতিৰ প্ৰক্ৰিয়াক নদীৰ লগত তুলনা কৰো আৰু তেনেকৈ যদি বিচাৰি চাওঁ সৌৱা লোহিত সোৱণশিৰিয়ে বোৱাই আনিছে উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ লোক-সংস্কৃতি। সৌৱা দিচাং-দিখৌ দুধনৈয়ে বোৱাই

আনিছে— দক্ষিণাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ লোক-সংস্কৃতি আৰু পশ্চিমৰ পৰা প্ৰব্ৰজনকাৰী বিভিন্ন জনগোষ্ঠীবোৰে লগত লৈ আনিছে পশ্চিমৰ লোক-সংস্কৃতিৰ উপাদানৰাজি আৰু প্ৰাগজ্যোতিষ-কামৰূপ অসমৰ খিলঞ্জীয়া জনগোষ্ঠী লোক-সংস্কৃতিয়ে সকলোকে স্বাগতম জনাই, আকুল আহ্বানেৰে আঁকোৱালি লৈ সংস্কৃতিৰ আছুফুল বাছি ৰচনা কৰিছে— অসমৰ বৰ্ণাঢ্য, বাৰেবৰণীয়া নানান ৰঙেৰে ৰহণীয়া অসমীয়া লোক-সংস্কৃতি আৰু তাৰেই অন্যতম প্ৰতীক হৈছে ব'হাগ বিহু, ৰঙালী বিহু, লোক-উৎসৱ, যি লোক-উৎসৱৰ মাজেদি প্ৰকাশ পায় লোক-সংস্কৃতিৰ উপাদানৰ সমন্বয়ৰ প্ৰতীকৰাজি। গতিকে আমি বাস্তৱসন্মতভাৱে পৰ্যালোচনা কৰি চালে আজিৰ অসমৰ লোক-সংস্কৃতিৰ বুনিয়াদী হৈছে কিৰাত বা মংগোলীয় লোক-সংস্কৃতি কিন্তু সংস্কৃতিৰ বৰলুইতৰ কোনখিনি পানী সোঁৱণশিৰিয়ে বোৱাই অনা সোণ-চেকুৰাৰ সোণোৱালী পানী, কোনখিনি দিচাঙে বোৱাই অনা কেৰাচিন তেলৰ কণিকা থকাপনীয়া পানী, কোনখিনি দিচাঙে বোৱাই অনা কেৰাচিত তেলৰ কণিকা থকা পণীয়া পানী, কোনখিনি, দিখৌৱে বোৱাই অনা নিমখৰ লুণীয়া পানী আৰু কোনখিনি দুধনৈয়ে বোৱাই অনা গাখীৰৰ পানী তাক আজি আমি সাধাৰণ দৃষ্টিৰে পৃথক কৰি দেখুৱাব নোৱাৰো বুলিয়েই লোহিত সোৱণশিৰি, দিচাং-দিখৌ দুধনৈৰ বৰঙণি, অস্তিত্বৰ কথা স্বীকাৰ কৰিব নালাগিব তাৰ কোনো যুক্তি থাকিব নোৱাৰে আৰু সেইখিনিতেই মধুৰ সাংস্কৃতিক জীৱন যাত্ৰাত বিভ্ৰাটৰ সৃষ্টি হয় সেয়ে জনজীৱনলৈ সাংবিধানিক অধিকাৰ সাব্যস্ত কৰিবলৈ গৈ সামাজিক বিপৰ্যয়ৰ সৃষ্টি কৰি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ জন্ম যন্ত্ৰণাৰো কাৰণ হৈ পৰে বা বিপৰ্যয়ৰ উন্মেষত ইন্ধন যোগায়। গতিকে আজিৰ লোক-সংস্কৃতিয়ে যদি জনজীৱনত একাত্মবোধ সৃষ্টিৰ পৰিৱেশ ৰচনা কৰিব নোৱাৰে, পৰস্পৰৰ মাজত আপোনভাৱেৰে ছাঁয়া আৰু কাঁয়াৰ দৰে সম্পৰ্ক ৰক্ষা কৰিব নোৱাৰে, পৰস্পৰৰ মাজত ভুল বুজাবুজি আঁতৰাই একাত্মবোধেৰে সামাজিক ঐক্য-সম্প্ৰীতি ৰক্ষা কৰি নোৱাৰে তেন্তে দুষ্কৃতিয়ে সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত জাতীয় জীৱনতো বিপৰ্যয়ৰ সৃষ্টি কৰিব।

আজি আমি আধুনিক যুগৰ সামাজিক লোক-উৎসৱ আৰু লোক-সংস্কৃতি বিজ্ঞানসন্মতভাৱে পৰ্যালোচনা কৰি চালে লোক-সংস্কৃতিক অৰ্থনৈতিক উৎপাদনৰ পৰা বিচ্ছিন্ন কৰিব নোৱাৰো। সংস্কৃতিৰ সৃষ্টিকাৰী হৈছে আদিম সমাজ বা আমাৰ পূৰ্বপুৰুষ আৰু সেই লোক-সংস্কৃতিৰ ৰাহক আৰু ধাৰক, ধাৰণ কৰোতা হৈছে আজিৰ আধুনিক জনসমাজ। গতিকে অৰ্থনৈতিক উৎপাদনৰ প্ৰতীক মৃদ্ৰটোৰ প্ৰথম পিঠিত আছে অৰ্থনৈতিক উৎপাদনকাৰী সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত জনসমাজ আৰু দ্বিতীয় পিঠিত আছে অৰ্থনৈতিক পৰিচালনা কৰা ৰাজনীতি সেয়ে সংস্কৃতি,

অৰ্থনীতি আৰু ৰাজনীতিক কোনোৰকমে বিচ্ছিন্ন কৰিব নোৱাৰি। অৰ্থনৈতিক প্ৰতীক মুদ্ৰাটোৰ ইপিঠি-সিপিঠৰ যি নিৰবচ্ছিন্ন সম্পৰ্ক আমাৰ জনজীৱনতো সংস্কৃতি, অৰ্থনীতি আৰু ৰাজনীতিৰো একে সম্পৰ্ক। আজি আমি বাস্তৱ দৃষ্টিভংগীৰে চাবলৈ গ'লে সংস্কৃতিয়েও নিৰ্ভৰ কৰি থাকে অৰ্থনৈতিক বুনিয়াদৰ ওপৰত যঁা অৰ্থনীতিৰ ভিত্তিত আৰু তাক পৰিচালনা কৰি ৰাজনীতিও বৰ্তি থাকে কিন্তু ৰাজনীতিয়ে সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত জনসমাজৰ অৰ্থনৈতিক উৎপাদনক পৰিচালনাহে কৰে, অৰ্থনৈতিক উৎপাদন নকৰে, উৎপাদন কৰে সাংস্কৃতিক গ্ৰাহক ধাৰক জনসমাজেহে আৰু সেয়া হৈছে ৰাজনীতিৰ সাধাৰণ দৰ্শন, বিজ্ঞানসম্মত পৰ্যালোচনা।

আমি বিজ্ঞানসম্মতভাৱে পৰ্যালোচনা কৰি চালে পাওঁ যে ৰাজনীতিয়ে এখন দেশ বা এখন সমাজ গঢ়িব পাৰে বা তৈয়াৰ কৰিবহে পাৰে কিন্তু তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে। মূৰ্তি নিৰ্মাণকাৰী কাৰীকৰে যেনেকৈ জুমুধি, জমুঠিৰে প্ৰতিমাহে নিৰ্মাণ কৰিব পাৰে, কিন্তু তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে, প্ৰতিমাত প্ৰাণ প্ৰতিষ্ঠা কৰিব পাৰে সাধকে বা পূজাৰীয়ে। সেইদৰে ৰাজনীতিয়ে তৈয়াৰ কৰা দেশ তথা সমাজত প্ৰাণ প্ৰতিষ্ঠা কৰিব পাৰে সংস্কৃতিবান সংস্কৃতিৰ সাধনক, ধাৰণকাৰী জনসমাজে।

আজি আদিম সমাজ আৰু আধুনিক সমাজৰ মাজত আমূল পৰিবৰ্তন ঘটিছে আৰু এই পৰিবৰ্তনত বিপুল ইন্ধন যোগাইছে, শিক্ষা আৰু আধুনিক বিজ্ঞানৰ প্ৰযুক্তিবিদ্যাই আৰু ইয়াৰ মূলতে হৈছে অৰ্থনৈতিক উৎপাদন। আজি দেশত প্ৰধানতঃ কৃষিভিত্তিক সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত জনসমাজ আৰু নতুনকৈ দিনকদিনে আগমনকাৰী আৰু গোজেই গছ হৈ প্ৰতিষ্ঠিত শিল্পভিত্তিক জীৱনধাৰাৰে ধাৱিত যি জনসমাজ অসমত গঢ়ি উঠিছে সেই দুয়োটা সমাজৰ মাজত যি অৰ্থনৈতিক প্ৰতিযোগিতা চলিব ধৰিছে তাত আমাৰ থলুৱা থল খিলঞ্জীয়া কৃষিভিত্তিক সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত জনসমাজে হাৰ মানিছে বা অৰ্থনৈতিক প্ৰতিযোগিতাত পৰাজিত হৈছে আৰু পৰিণামত বহিৰাগত জনমানৱৰ অবাধ আগমনৰ পথ সুচল হৈছে। দেশত শিল্প বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ দ্ৰুত-সম্প্ৰসাৰণ সম্প্ৰসাৰিত হৈছে কিন্তু থলুৱা লোক অৰ্থনৈতিক দিশত দিনকদিনে দুৰ্বল হৈ গৈছে, দুখীয়াৰ পৰা দুখীয়া হৈ গৈছে আৰু দাৰিদ্ৰ্যৰ সীমাৰেখাৰ তলত বাস কৰা থলুৱা লোকৰ সংখ্যা দিনকদিনে বৃদ্ধি পাব ধৰিছে তাক আজি কোনেও নুই কৰিব নোৱাৰে।

এই প্ৰসংগত আমি শিক্ষা আৰু প্ৰযুক্তি বিদ্যাৰে প্ৰতিষ্ঠা লাভ কৰা ব্যক্তিকেন্দ্ৰিক আদৰ্শৰ কথা উল্লেখ কৰিব পাৰো। ব্যক্তিকেন্দ্ৰিক আদৰ্শৰ সমাজকেন্দ্ৰিক

আদৰ্শলৈ বিকেন্দ্ৰীকৰণ কৰাত আৰু সাংস্কৃতিক স্বচ্ছল জীৱনধাৰাৰে ধাৱিত জনসমাজৰ সাংস্কৃতিক সাধনাৰঅনুকূল পৰিৱেশ সৃষ্টি কৰাত ৰাজনৈতিক ভূমিকাৰ কথা আমি নুই কৰিব নোৱাৰো আৰু তাৰ ব্যতিক্ৰমে দেশত জনজাগৰণ তথা ৰাষ্ট্ৰ বিপ্লৱৰ সূত্ৰপাত কৰে, ই বাস্তৱ অপ্ৰিয় সত্য কথা। জাতীয় জীৱনত সামাজিক বৈষম্য তথা গোষ্ঠীগত বৈষম্যৰ উৎস হৈছে অৰ্থনৈতিক উৎপাদনৰ অৰ্থনৈতিক বৈষম্য। ব্যক্তিকেন্দ্ৰিক জীৱন নিৰ্বাহৰ মানদণ্ডৰ যেতিয়া বৈষম্য আহি পৰে তেতিয়া ব্যক্তিৰ পৰা সমাজলৈ আৰু গোষ্ঠীৰ পৰা জাতীয় জীৱনলৈ সেই বৈষম্য সম্প্ৰসাৰিত হয়। কালক্ৰমত সেই বৈষম্যই জনসমাজত বিভ্ৰাটৰ পাচত বিভ্ৰাট আৰু জাতীয় জীৱনলৈ বিপৰ্যয় আনে। এনেবোৰ সামাজিক বিপৰ্যয়ৰ শেষ পৰিণতিত সাংবিধানিক অধিকাৰ সাব্যস্ত কৰাৰ উন্মেষৰো ই কাৰণ হৈ পৰে সেয়ে সাংস্কৃতিক অনুকূল পৰিশেৰ পৰিপন্থী, দেশ তথা জাতীয় জীৱনৰ বিচ্ছিন্নতাবাদৰ অন্যতম উৎস।

আজি আমাৰ ভাবী বংশধৰ নতুন পুৰুষে লোক-উৎসৱ আৰু লোক-সংস্কৃতিৰ গভীৰ চিন্তা-চৰ্চাৰে মূল্যায়ন কৰি চাবৰ সময় সমাগত হৈছে। আমাক জাতীয় সংস্কৃতিয়ে কি নৈতিক শিক্ষা দিয়ে, আধুনিক সভ্যতাই কি শিক্ষা দিয়ে তাৰো তুলনামূলকভাৱে চিন্তা কৰিব লাগিব। আধুনিক সভ্যতাই অৰ্ধশিক্ষিত তথা উৰ্ধশিক্ষিত বা উচ্চশিক্ষিত নতুন পুৰুষক পংগু, বিকলাংগ, কৰ্মবিমুখ শিক্ষাও নিদিয়াকৈ থকা নাই। কিন্তু লোক-সংস্কৃতিয়ে সেই শিক্ষা নিদিয়ে বৰঞ্চ আত্ম সচেতনেৰে উদ্বুদ্ধ কৰি স্বাধীন চেতিয়া, অৰ্থনৈতিক স্বাবলম্বীতাৰে সামাজিক জীৱন স্বচ্ছন্দেৰে গঢ়াৰ নৈতিক শিক্ষাহে দিয়ে আৰু এইখিনিতেই প্ৰাচ্য সাংস্কৃতিক অৱদান আৰু পাশ্চাত্য সভ্যতাই দিয়া নৈতিক শিক্ষাৰ কথা সুঁৱৰিব পাৰি। আজি নতুন পুৰুষে প্ৰাচ্য আৰু প্ৰতীচ্যৰ মাজত থকা জনজীৱনৰ মূল্যায়ন সাংস্কৃতিক দৃষ্টিভংগীৰে পৰ্যালোচনা কৰি চোৱা নিতান্ত বাঞ্ছনীয়।

শ শ বছৰৰ আগত মহাপুৰুষে 'কুকুৰ চাণ্ডল গৰ্দ্দভাৰো আত্মাৰাম, জানিয়া সবাকো কৰিবা প্ৰণাম' বুলি জনা মানৱৰ জীৱজগতৰ একাত্মবোধৰ কতা কৈ গৈছে আৰু আজিৰ নতুন পুৰুষে সমাজ বিৱৰ্তনেৰে ধাৱিত সমাজত বৈষম্যহীন সমাজ ব্যৱস্থাৰ কথা ৰচনা কৰাৰ দিন আহি পৰিছে আৰু আজিৰ পৰিৱৰ্তনশীল সংস্কৃতিয়ে তাৰে শিক্ষা দিয়ে। আজি শাসক-শাসিতৰ মাজত কোনো প্ৰভেদ, কোনো পাৰ্থক্য নৰখা শ্ৰেণীবিহীন সমাজ ব্যৱস্থা তথা বৈষম্যহীন সমাজ ব্যৱস্থাৰ কথা চিন্তা কৰিব লাগিব আৰু আজিৰ সাংস্কৃতিক সমাৰোহে তাৰেই তাৎপৰ্যৰ কথা প্ৰকাশ কৰে আৰু তাতেই উৎসৱ উদ্‌যাপনৰো সাৰ্থকতা।

আজি যদি আমি গভীৰভাৱে চিন্তা কৰো তাত পাম যে আজি সংস্কৃতিৰ পৰিপন্থী আদৰ্শবিহীন নৈতিকতাহীন আধুনিক শিক্ষাই সামাজিক জীৱন-যাত্ৰাত

অৰ্থনৈতিক বিপৰ্যয়ৰ অন্যতম কাৰণ আৰু সেয়ে সাংস্কৃতিক জীৱনধাৰাতো দুষ্কৃতিৰ অনুপ্ৰৱেশৰ, প্ৰভাৱৰ অন্যতম কাৰণ। আধুনিক শিক্ষাই যি ব্যক্তিকেন্দ্ৰিক জীৱনাদৰ্শৰ প্ৰসাৰ সাধন কৰিছে সেয়ে সমাজকেন্দ্ৰিক সাংস্কৃতিক জীৱন যাত্ৰাত সমাজৰ মাজত বৈষম্য সৃষ্টি কৰে তাৰ প্ৰতি নতুন পুৰুষে সচেতন নহ'লে অনাগত দিনত ইয়াৰ পৰিণাম ভীষণ হ'বগৈ পাৰে।

পৌৰাণিক যুগৰ ৰাজকীয় সংস্কৃতিৰ উপাদানবাজিয়ে লোক-সংস্কৃতিৰ বা গণ-সংস্কৃতিৰ বুনিয়াদ নিঃশেষ কৰি তাৰ ঠাইত ৰাজকীয় সংস্কৃতি প্ৰতিষ্ঠা কৰাৰ প্ৰচেষ্টাৰে সৃষ্টি কৰিছিল "কলাৰ কাৰণেহে কলা" কিন্তু আজিৰ কলা কৃষ্টি শিল্প হ'ব লাগিব জীৱনৰ কাৰণেহে অৰ্থাৎ জনজীৱনৰ কাৰণেহে কলাৰ সৃষ্টি, সংস্কৃতিৰ সৃষ্টি কলা-সংস্কৃতিৰ কাৰণে জনজীৱনৰ সৃষ্টি হ'ব নোৱাৰে, নহয়। এই প্ৰসংগত আমি ৰাজকীয় পৃষ্ঠপোষকতাত অসমৰ লোক-উৎসৱ ব'হাগ বিহুৱে 'ৰংপুৰত সাত বিহুৰ মেলা'ৰে জাতীয় উৎসৱ হিচাপে প্ৰতিষ্ঠা লাভ কৰা ৰঙালী বিহুৰ ঐতিহ্যৰ কথা আৰু উৎসৱ ৰংপুৰৰৰংঘৰৰ বাকৰিত উদ্‌যাপনৰ মাধ্যমেৰে জাতীয় সত্তা জীয়াই ৰখাৰ কথা সৌৱা ৰংপুৰৰ ৰংঘৰে আজিও আমাক সোঁৱৰায়। গতিকে নতুন পুৰুষে গুৰুত্ব আৰোপ কৰা লোক-উৎসৱৰ তাৎপৰ্য, লোক-উৎৱৰ বুনিয়াদ, লোক-সংস্কৃতিৰ উপাদানবাজিৰ মূল্যায়নৰ ওপৰতে নিৰ্ভৰ কৰিছে আমাৰ আজিৰ ব'হাগ বিহু উৎসৱ উদ্‌যাপনৰ প্ৰতিক্ৰিয়াৰ উজ্জ্বল ভৱিষ্যত। ■

---

*সামাজিক শিক্ষা বিভাগৰ মুখপত্ৰ "জনশিক্ষা"ত প্ৰকাশিত : সম্পাদক*

# নৈপৰীয়া সংস্কৃতি চাংঘৰ আৰু মিচিং সমাজ

আদিম মানৱৰ অন্তৰাত্মাত যেতিয়া সভ্যতাৰ পোহৰৰ ৰেঙণিয়ে ভুমুকি মাৰিছিল হয়তো তেতিয়াই তেওঁলোকৰ অজ্ঞতাৰ তিমিৰি নাশি বিৱৰ্তনৰ নতুন চিন্তাৰে উন্মেষ হৈছিল আৰু তাৰ ফলস্বৰূপে তেওঁলোকৰ প্ৰাণত সঞ্চাৰিত হৈছিল ক্ষুধা নিবাৰণৰ কাৰণে আহাৰৰ অন্বেষণ, নিৰাপত্তাৰ কাৰণে আশ্ৰয়স্থল নিৰ্মাণ, লজ্জা নিবাৰণ তথা স্বাস্থ্য ৰক্ষাৰ কাৰণে বয়ন শিল্প উদ্ভাৱনৰ উপায় আৰু গিৰি-গুৱা-গহ্বৰত বাস কৰা অঘৰী জীৱন-যাত্ৰাৰ পথ পৰিত্যাগ কৰি স্থায়ী গাঁৱৰ সমাজ ব্যৱস্থা। পৰৱৰ্তী যুগত তেওঁলোকেই যুগ-সাপেক্ষিকভাৱে পূৰ্বসঞ্চিত অভিজ্ঞতাৰ আধাৰত গঢ়ি দিছিল লোক-সংস্কৃতিৰ প্ৰগতিৰ পথ, অৰ্থনৈতিক অগ্ৰগতিৰ সোপান আৰু শান্তি-শৃংখলাৰে সমাজক পৰিচালনা কৰিবলৈ ৰাজনৈতিক প্ৰক্ৰিয়াৰ পদ্ধতিগত পন্থা, সেয়া আছিল আমাৰ পূৰ্বপুৰুষে ৰচনা কৰা সুদূৰপ্ৰসাৰী পদক্ষেপৰ বুনিয়াদ।

আমি আদিম মানৱৰ বিস্ফোৰিত প্ৰব্ৰজনৰ পদক্ষেপ পৰ্যালোচনা কৰি চালে দিশ নিৰ্ণয়ক আৰু সহজলভ্য সুচল জীৱন-যাত্ৰাৰ পথত নদীকেন্দ্ৰিক সভ্যতাৰ কথা নুই কৰিব নোৱাৰো আৰু আনুষংগিকভাৱে নৈপৰীয়া জীৱনধাৰাৰ লগত সাঙোৰ খাই থকা চাংঘৰৰ পটভূমিকাৰ কথাও স্বীকাৰ কৰিব নোৱাৰো। এই প্ৰসংগত সিন্ধু-গংগা উপত্যকাৰ সভ্যতা, নীল নদী পাৰৰ ইজিপ্তৰ, হোৱাংহো ইয়াংচিকিয়াং আৰু চিয়াং ব্ৰহ্মপুত্ৰ-সুৰমাদি উপত্যকাৰ কথা প্ৰাসংগিক।

উত্তৰ-পূব ভাৰতৰ এই ভূখণ্ডৰ বিশাল বিস্তৃত অঞ্চলৰ পৰ্বত-পাহাৰ, গিৰি-গুহা-গহ্বৰ, নদ-নদীৰ পাৰাপাৰ জুৰি বসতি বিস্তাৰ কৰা কিৰাত মংগোলীয় তথা "উত্তৰ অসম শাখা" নামেৰে খ্যাত জনগোষ্ঠীয়ে যে স্মৰণাতীত কালতে হিমাদ্ৰীৰ শিখৰত অৱস্থিত মানস-সৰোবৰৰ পৰা হিম প্ৰবাহেৰে নিজৰি নিজৰি নিগৰি বৈ অহা চিয়াং নদীকে প্ৰব্ৰজনৰ দিশ-নিৰ্ণয়ক ৰূপত নিৰূপণ কৰি প্ৰব্ৰজিত হোৱা মধুৰ স্মৃতিৰ কথা আজিও হিমালয়ৰ নামনিত থকা কাৰ্ক-চিয়াং বা পেংগু-চিয়াং নামৰ ব্ৰদৰ পাৰৰ আদিম চিন-মোকামবোৰে আমাক সোঁৱৰাই দিয়ে।

সাম্প্ৰতিক কালত ঐতিহাসিক, নৃতাত্ত্বিক আৰু ভাষাতাত্ত্বিক দৃষ্টিভংগীৰে

জনগোষ্ঠীবোৰৰ তাত্বিক দিশৰ বিচাৰ-বিশ্লেষণত ভাষাতাত্বিক প্ৰামাণ্যই সৰ্বাধিক প্ৰাধান্য লাভ কৰা পৰিলক্ষিত হৈছে। এই "উত্তৰ অসম শাখা"ৰ মূল জনগোষ্ঠীৰ খেল বা ফৈদবোৰ হৈছে— আঁকা বা হ্রুচু, ডফলা বা নিচি, মিৰি বা মিচিং, মিচিমি আৰু আবৰ বা আদি আৰু ইয়াৰ পৰা কালক্ৰমত বংশোদ্ভৱ হোৱা বৰফৈদে আজিও চিয়াঙকে কেন্দ্ৰ কৰি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত বসতি বিস্তাৰ কৰি স্বাধীন ভাৰতৰ অবিচ্ছেদ্য অংগ হিচাপে আত্মপ্ৰকাশ কৰি আছে।

মিচিং জনগোষ্ঠীৰ পূৰ্বপুৰুষসকলে কালক্ৰমত নেফা-অৰুণাচলৰ পাদদেশ বিদৰ্ভ ৰাজ্যত ভৌগোলিক পৰিসীমাৰ সান্নিধ্যৰ আশে-পাশে বহু শতাব্দীজুৰি বসতি বিস্তাৰ কৰি আছিল। যেতিয়া সুদূৰ পশ্চিমৰ দ্বাৰকাৰ পৰা ভগবান বিষ্ণুৰ নৰৰূপী অবতাৰ যদু কুলৰ শিৰৰ মুকট-মণি নাৰায়ণ শ্ৰীকৃষ্ণই দ্বাপৰৰ কোনোবা সন্ধিক্ষণত আহি কুণ্ডিত তথা শদিয়াৰ (আজিকালিৰ শদিয়া-চাপাখোৱাৰ গাতে গা লাগি থকা ৰয়িং মহকুমাত আজিও বিদৰ্ভ ৰাজ্যৰ ভগ্নাৱশেষ অৱস্থিত) একান্ত বিষ্ণুভক্ত ভীষ্মকৰ ৰাজকন্যা ৰুক্মিণীক হৰণ কৰি নিছিল তেতিয়াৰ পৰাই তেওঁলোকে পাদদেশ পৰিত্যাগ কৰি ক্ৰমে ক্ৰমে কামৰূপ তথা অসমৰ নদী পাৰৰ ভৈয়াম অঞ্চললৈ পুনৰ প্ৰব্ৰজিত হৈ বিশেষকৈ ব্ৰহ্মপুত্ৰ-লোহিত, সোঁৱণশিৰি-ধনশিৰি, দিহিং-দিচাং-দিখৌ, ৰঙানদী-ভৰে-ভড়লী আদি নদ-নদীৰ পাৰাপাৰত নৈপৰীয়া চাংঘৰৰ সংস্কৃতিৰে বসতি বিস্তাৰ কৰি অনুমেয়, সেয়ে হয়তো মিৰি পাহাৰ উপমা মণিৰাম দেৱানৰ গীততো শুনিবলৈ পোৱা যায়—

"মিৰিটি মৰিলে কান্দে মিৰিয়নী
মিৰি পাহাৰলৈ চাই;
মণিৰাম দেৱানে কান্দে ফাঁচী কাঠত
অসম আইৰ মুখলৈ চাই।"

এই প্ৰসংগত পুৰাতাত্বিক, ভূ-তাত্বিক আৰু বিজ্ঞানসম্মত পৰ্যালোচনাৰে চাবলৈ গ'লে প্ৰকৃততে উত্তৰ-পূৰ্বাঞ্চলৰ সমতল ভূমিৰ গাঁথনি তুলনামূলকভাৱে ভাৰতবৰ্ষৰ অন্যবোৰ অঞ্চলত পলমকৈ সুগঠিত হোৱা আৰু ভৈয়ামাঞ্চলৰ মানুহৰ বাসপোযোগী হোৱাটো প্ৰণিধানযোগ্য আৰু প্ৰাসংগিক। প্ৰাচীন প্ৰাগজ্যোতিষ-কামৰূপ তথা অসমৰ আদিম অধিবাসীসকলৰ বাসস্থান আছিল উত্তৰাঞ্চল হিমালয়ৰ, পূৰ্বাঞ্চল ব্ৰহ্মদেশ-পাটকাইৰ আৰু দক্ষিণাঞ্চল নগাপাহাৰৰ পাদদেশআৰু সৰু সৰু পাহাৰৰ টিলা, ওখ ওখ ভূমিখণ্ডবোৰত আৰু তাৰ সাক্ষী দিয়ে পৌৰাণিক মঠ-মন্দিৰ, ঐতিহাসিক কীৰ্তিচিহ্নৰ ভগ্নাৱশেষবোৰে।

আজিও যুগ-সাপেক্ষিকভাৱে অসমৰ উত্তৰাঞ্চলৰ ভূমিভাগ দক্ষিণৰ ফালে

এঢলীয়া, পূৰ্বাঞ্চলৰ ভূমিভাগ পশ্চিমৰ ফালে এঢলীয়া আৰু দক্ষিণাঞ্চলৰ ভূমিভাগ উত্তৰৰ ফালে এঢলীয়া হোৱা হেতুকে বৰষাৰ জলৰাশিৰ প্লাৱনে সমগ্ৰ ভৈয়ামাঞ্চল পলসুৱা কোমল কৰা প্ৰাকৃতিক চিৰন্তন প্ৰক্ৰিয়াই তাকে সূচায়— সেয়ে হয়তো গীতিকাৰেও গাইছে —

"শ্যাম বৰণীয়া অসম আই ধুনীয়া
ভাৰতৰ নুমলী জী"।

মিচিংসকলৰ ফৈদবোৰে যেতিয়া পাদদেশৰ পৰা কাঠ নাঁৱৰ ভুৰ বান্ধি বিশেষকৈ লোহিত-ব্ৰহ্মপুত্ৰৰ কোবাল ভটিয়নী সোঁত ভটিয়াই আহি ভৈয়ামৰ নদীৰ মোহনা,চৰ-চাপৰিৰ মাজুলীৰ অঞ্চলবোৰত থিতাপি লৈছিল তেতিয়ালৈকে তেওঁলোকে কোনো অমিচিং মানুহে সেইবোৰ অঞ্চলত বসিত স্থাপন কৰি থকা লগ নোপোৱাটো অত্যন্ত তাৎপৰ্যপূৰ্ণ কথা আৰু তেওঁলোকৰ কোনো জনশ্ৰুতি জনপ্ৰবাদতো তাৰ সংকেত পোৱা নাযায়, বৰঞ্চ বিভিন্ন সময়ৰ সোঁতত মিচিঙৰ বিভিন্ন ফৈদে ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে গোলাঘাটৰ ধনশিৰি মুখলৈকে আৰু উত্তৰপাৰে লোহিতেদি শোণিতপুৰৰ ভড়ৈ ভঁৰলী নদী মুখলৈকে থিতাপি লোৱাৰ কথাহে তেওঁলোকৰ কিম্বদন্তীত পোৱা যায়। এই প্ৰসংগত মিচিংসকলে যে নদীৰ পাৰত চাপৰি-মাজুলীত প্ৰথমে ডলাৰ বগৰীৰ দৰে নৈপৰীয়া সংস্কৃতিৰ বুনিয়াদ ৰচনা কৰা কথা অতীব প্ৰাসংগিক আৰু কালক্ৰমত থিতাপি লোৱা মিচিং সমাজক অনুসৰণ কৰি অমিচিং সমাজৰ লোকে সহবাসেৰে সামাজিক সান্নিধ্যত বৃহত্তৰ চাপৰিয়াল অসমীয়া সমাজ গঠন কৰাৰ কথা স্বীকাৰ্য— সেয়ে হয়তো বনগীততো শুনিবলৈ পোৱা যায়—

"লুইতৰ শুৱনী মাজুলী চাপৰি
নৈৰে শুৱনী মিৰি..."।

মিচিংসকলৰ গাঁও সমাজ পতাৰ সুকীয়া বৈশিষ্ট্য নোহোৱা নহয় অৰ্থাৎ সমাজত যাতে ভৱিষ্যতে বৈবাহিক ক্ষেত্ৰত নতুন প্ৰজন্মৰ ভাবী বংশধৰৰ মাজত অনৈতিক, অসামাজিক অনীতি-ব্যভিচাৰ নঘটে তাৰ প্ৰতি সচেতন হৈ একেটা ভৈদ হৈ আহিলেও তাৰ মাজত বিভিন্ন বংশ, বিভিন্ন গোত্ৰ, বিভিন্ন খেলৰ লোকৰ সৈতেহে সমাজ পাতিছিল।সংক্ষেপতে ক'বলৈ গ'লে তেওঁলোকৰ পৰস্পৰৰ সম্বন্ধ প্ৰধানত দুটাহে মাথোন। ইজনে-সিজনৰ ভাই-ককাই সম্বন্ধ অৰ্থাৎ একে বংশ বা সগোত্ৰৰ নতুবা ইজনে-সিজনৰ মিতিৰ অৰ্থাৎ বিগোত্ৰৰ মিতিৰ-কুটুম্বৰ সমন্ধৰ। মিচিং সমাজত সগোত্ৰৰ মাজত বৈবাহিক সম্পৰ্ক নিষিদ্ধ, বৰঞ্চ বিগোত্ৰৰ লগত বৈবাহিক সম্বন্ধ সিদ্ধ, সেয়ে হয়তো মিচিং সমাজত সেই কঠোৰ সামাজিক বন্ধোন

থকাৰ কাৰণে ব্যভিচাৰৰ কাহিনী শুনা নাযায়। এই প্ৰসংগত শাস্ত্ৰসন্মত সকলো প্ৰাণীৰে ক্ষুধা, নিদ্ৰা, ভয় আৰু মৈথুন আদি সহজাত প্ৰবৃত্তিৰ প্ৰক্ৰিয়াৰ প্ৰতি সচেতন হোৱা নিতান্ত প্ৰয়োজনীয় কথা দোহাৰিব পাৰি।

নৈপৰীয়া মিচিং সমাজ বুলিলে স্বাভাৱিকতে আমাৰ মানসপটত ভাঁহি উঠে লুইত-ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে লানি নিছিগা, শাৰী শাৰী চাংঘৰেৰে পাৰাপাৰ ভৰি থকা চাপৰিয়াল ঘনবসিতৰ মিচিং গাঁওবৰেৰ উজ্জ্বল প্ৰতিচ্ছবি, য'ত সুকুলা বৰণেৰে কঁহুৱা-লোহিতা ঝাউবনৰ ঝাৱণি বনৰীয়া ফুল ফুলি ফুলি জাতিষ্কাৰ হৈ থকা প্ৰকৃতি ৰাজ্যৰ মুকলি আকাশৰ, মুকলি নদীৰ পাৰে পাৰে, মুকলি বতাহত আপোন মনৰ আনন্দ-উলাহত হালি-জালি, নাচি-বাগি থকা অপূৰ্ব নন্দন-বনৰ নান্দনিক মনোমোহা দৃশ্য—সেয়ে হয়তো বিহগী কবিয়েও গাইছিল—

"লুইতৰ কাণে কাণে কঁহুৱাৰ ফুল
বতাহত হালি-জালি/টৌৱে টৌৱে খেলি
তুষাৰ ধৱল কান্তি ধৰিছে বিপুল
যেন সুৰ তৰংগিনী পুলকে আকুল।"

মিচিংসকলে চাংঘৰত বাস কৰা পদ্ধতি পৰম্পৰাগতভাৱে আদিম পাহাৰীয়া জীৱনযাত্ৰাৰ পৰা আৰম্ভ কৰি সাম্প্ৰতিক কালৰ নৈপৰীয়া চাপৰিয়াল জনজীৱনলৈকে আঁত নিছিগা এনাজৰীয়ে নিৰবচ্ছিন্নভাৱে সংৰক্ষিত হৈ আহিছে আৰু ই কালক্ৰমত লোক-সংস্কৃতিত পৰিণত হৈছে। প্ৰাকৃতিক দুৰ্যোগ বানপানীৰ পৰাই ৰক্ষা পোৱা ইয়াৰ একমাত্ৰ কাৰণ নহয়, বৈচিত্ৰ্যৰে ভৰা চাংঘৰৰ লগত নানান ধৰণৰ আনুষংগিক মুখ্য আৰু গৌণ উদ্দেশ্যৰ কথাও নিবিড়ভাৱে জড়িত হৈ আছে। যিদৰে পাহাৰীয়া জীৱনযাত্ৰাত অতিপাত শীত-প্ৰবাহৰ পৰা ৰক্ষা পাবলৈ চাংঘৰৰ আৱশ্যকতা সৰ্বতোপ্ৰকাৰে অনুকূল আছিল ঠিক তেনেকৈ নৈপৰীয়া জীৱনতো বানপানীৰ লগত সহবাস কৰা, বোকা-পানীৰে ভৰা অস্বাস্থ্যকৰ পিৰেবশত 'শৰীৰম্ আদ্যম খলুধৰ্ম সাধনম্" কৰি ৰক্ষা পাবলৈ ওখ ওখ চাংঘৰৰ আৱশ্যকতা নিতান্তই প্ৰয়োজন আৰু তেনে জলবায়ুৰ পৰিবেশত স্বাস্থ্যৰক্ষাৰ উত্তম উপায় হৈছে ওখ চাংঘৰত বাস কৰা সেয়ে আজিও মিচিং সমাজত চাংঘৰৰ ব্যৱহাৰ চিৰবিদ্যমান সেই পৰম্পৰাৰ উপমাৰ সংকেত ধ্বনি আমি বিহুগীততো শুনিবলৈ পাওঁ—

"ডিবুৰুৰ বৰেখন শদিয়াত লাগিলে
মিৰিয়নী কান্দিলে চাঙত,
সৰুৰে পৰা পীৰিতি কৰিলো
নেৰিবা দুখৰে কালত।"

মিচিংসকলৰ চাংঘৰৰ তাৎপৰ্যৰ বিষয়ে পৰ্যালোচনা কৰি চালে আমি এক বৈচিত্ৰৰে ভৰা মিচিংসকলৰ চাংঘৰৰ তাৎপৰ্যৰ বিষয়ে পৰ্যালোচনা কৰি চালে আমি এক বৈচিত্ৰৰে ভৰা যাদুঘৰৰ সন্ধানো নোপোৱা নহয়। নিৰাপত্তাৰ আশ্ৰয়োপযোগী আহল-বহল, দীঘল দীঘল, ওখ ওখ চাংঘৰ স্বাভাৱিকতে ব্যয়বহুল, বৰঞ্চ স্থায়ী ওখ মাটিতে বন্ধোৱা ঘৰ সহজলভ্য কিন্তু বছৰৰ গোটেই বৰ্ষকালত বানপানীৰ লগত বন্ধুত্ব কৰি সহবাস কৰাৰ লগতে দুকূলটকা বলিয়াবানৰ চিৰসহচৰ ৰূপত হঠাৎ প্ৰবল গৰাখহনীয়াই ধ্বংসৰ তাণ্ডৱলীলাও সৃষ্টি কৰি মুহূৰ্তৰ ভিতৰতে একোটা বালি চাপৰি নদীৰ বুকুতে জাহ যোৱা আৰু ৰাতিটোৰ ভিতৰতে একোটা গৰু-মহ'ৰ খুটি থকা চাপৰি নিশ্চিহ্ন হৈ যোৱা নদী-মাতৃকৰ সৃষ্টি-স্থিতি-ধ্বংসলীলাৰ চিৰন্তন প্ৰক্ৰিয়াৰ কথা পাহৰি গ'লে নহ'ব আৰু এই প্ৰক্ৰিয়াৰ কোনোধৰণৰ সম্ভাব্য সংকেতধ্বনিও নাই বা কোনো সতৰ্কৰ ভৱিষ্যদ্বাণীও শুনা নাযায়, বৰঞ্চ এই দুৰ্যোগৰ প্ৰক্ৰিয়া সংঘটিত হৈ হঠাতে নিঃশেষ কৰি থৈ যোৱা নিয়তিৰ এক নিষ্ঠুৰ প্ৰক্ৰিয়া মাথোন।

নৈপৰীয়াই এনে হঠাতে সংঘটিত পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতৰ প্ৰতি সতৰ্ক হৈ প্ৰবল গৰাখহনীয়া আৰম্ভ হ'লেই ঘৰ-বাৰীবোৰ সহজতে খুলি-মেলি-ভাঙি দূৰৰ সুচল সুবিধা থকা চাপৰিলৈ স্থানান্তৰিত কৰিব পৰাকৈহে চাংঘৰবোৰ সজা হয়, গতিকে, নদীয়াল জীৱন-যাত্ৰাত স্থায়ী বাসস্থানৰ পৰিকল্পনা কৰাটো চাপৰিয়ালৰ চাংঘৰৰ দৰেই 'আকাশত চাংপতা' এক অলীক সপোন মাথোন। এই প্ৰসংগত সৰীসৃপ পানীৰ ভিতৰত নিজে কণী পাৰি বা পোৱালি জন্ম দি নিজেই খেদি খেদি ভক্ষণ কৰা সাপৰ হেনো সহজাত প্ৰবৃত্তি আছে, সেয়ে জন্মাৰ পাচতে সিহঁতে প্ৰাণ ৰক্ষাৰ কাৰণে পলাই পলাই ফুৰাৰ দৰে যি স্নেহশীলা নদীমাতৃকে নিজেই শুৱনি মাজুলী-চাপৰিৰ সৃষ্টি কৰি নিজেই নিজৰ সৃষ্টিক গ্ৰাস কৰি আকৌ নতুনকৈ মাজুলী-চাপৰি সৃষ্টি কৰা প্ৰথা প্ৰাসংগিক। আমাৰ প্ৰবচন বচনতো পোৱা যায় 'সান্দহ খোৱা বালি তল গ'ল' আৰু 'একালৰ বৃন্দাবন একালত পৰে চন, নিয়তিৰ এনুৱা বিধান' —সেয়ে হয়তো লুইতপৰীয়া তৰুণ কবিয়ে গাইছে—

'অনাদি অনন্তকালে ভঙা-পতা লুইতৰ
সৃষ্টিৰ বুকুত সত্য নিত্য-চিৰন্তন,
সেই ধ্বংস সৃষ্টিৰ প্ৰবল সোঁতত পৰি
আজিওতো হৈ আছে উত্থান-পতন।'

(কবিতা কুসুম)

চাংঘৰ সজাৰ আন এক বৈশিষ্ট্য হৈছে নদীৰ ফালে মুখ কৰি দীঘলে দীঘলে, ওখ ওখকৈ সজা, যাতে কোবাল পানীৰ সোঁতে চিধাচিধি সোমাই, চিধাচিধি

ওলাই যাব পাৰে। চাঙৰ তলত পোহনীয়া গৰু-ঘোঁৰা-গাহৰি, হাঁহ-কুকুৰা-ছাগলী, আনকি ম'হপৰ্যন্তই বতাহ-বৰষুণ, ৰ'দৰ প্ৰখৰ তাপত আশ্ৰয় লৈ জিৰাব পাৰে আৰু আৱশ্যক বা প্ৰয়োজনসাপেক্ষে তাঁতৰ শালখনো পাতি তাঁত বব পাৰে আৰু সাময়িকভাৱে সেইবোৰ সমস্যাৰ সমাধানৰ কাৰণে সুকীয়াকৈ গোহালি গড়াল সজাৰ চিন্তা কৰাৰো প্ৰয়োজন নাথাকে।

জংঘলেই মংগল হাবিতলীয়া চাপৰীয়াল জীৱন-যাত্ৰাত অন্যতম অৱলম্বন হৈছে হাতীপোহা। হাতীও যাতে ওআওতাল জিৰাব পাৰে সেই অনুপাতে আঠ হাততকৈ ওখ কৰি চাংঘৰ সজা হয়— গাঁৱৰ আঢ্যৱন্ত লোকে হাতী পোহাটো সামাজিক সন্মানৰো স্বীকৃতিৰ কথা। বনৰীয়া হিংস্ৰ জন্তুৰ মাজত গৰু-ম'হ ৰখিবলৈ হাতীয়েই একমাত্ৰ অৱলম্বন। খেতি-মাটি, হাবি-জংঘল ভঙাৰ পৰা চাহ কৰি কৃষিভূমি প্ৰস্তুত কৰা, ডাঙৰ ডাঙৰ কাঠ-বাঁহ টনা, আৱশ্যকমতে যান-বাহনৰ কাম কৰা সকলোক্ষেত্ৰতে তেওঁলোকক হাতীৰ প্ৰয়োজন আৰু জংঘলীয়া জীৱন-যাত্ৰাত হাতী হৈছে সৰ্বাধিক উপকাৰী আৰু জীৱন অৱলম্বনৰ অন্যতম সংগী।

একো একোটা তিনি-চাৰিকুৰি হাত ওখ-দীঘল, দহ-বাৰ হাত আহল-বহল আৰু দহ-বাৰটা মাৰাম-জুইশালযুক্ত মিচিং চাংঘৰত এশতকৈয়ো অধিক যৌথ পৰিয়ালৰ লোকে মিলা-প্ৰীতি, শান্তি-শৃংখলাৰ সহবাস কৰা আজিও কোনো কোনো মিচিং গাঁৱত দেখিবলৈ পোৱা যায়। বাৰিষা যেতিয়া মহাসাগৰসদৃশ বিশাল-বিস্তৃত মাজপানীৰ মাজত চাৰিকুৰি-পাঁচকুৰি হাত ওখ-বহল-দীঘল চাংঘৰ একোটাৰ ভিতৰত চাঙৰ তলৰ ফালে পাঁচখলপা, মাজতে পাঁচখলপা, ওপৰ-চালত পাঁচখলপাৰে নিৰ্মাণ কৰা চাঙৰ ওপৰত সৰ্বতোপ্ৰকাৰৰ খাদ্য-সামগ্ৰী মজুত ৰাখি আৰু লগতে হাঁহ-কুকুৰা-পাৰ-ছাগলীৰ সৈতে একোটা পৰিয়ালে এসপ্তাহপৰ্যন্ত সহবাস কৰা দৃশ্য দেখিলে বিস্ময়াভিভূত হওঁ। সেইবোৰ গোটাগুটি চাংঘৰৰ ভিতৰৰ বৈচিত্ৰময় কাৰুকাৰ্য, নিৰ্মাণ-কৌশলৰ প্ৰতি লক্ষ্য কৰিলে পৃথিৱী বিখ্যাত সৰ্ববৃহৎ গুটীয়া মহাসাগৰীয়া জাহাজ 'টাইটানিক'ৰ কাৰু-কাৰ্যৰ লগতে তুলনা কৰিব পাৰি। একোটা গুটীয়া চাংঘৰক প্ৰধানকৈ চাৰিটা ভাগত ভাগ কৰা থাকে।

ইয়াৰে প্ৰথম আগফালৰ ভাগটো আওলা বা মাটিৰ মুকলি চ'ৰাৰ এটা অংশত থাকে— ধান-বনা উৰালৰ পৰা আৰম্ভ কৰি হাতীপৰ্যন্ত সকলোৰে বতাহ-বৰষুণত জিৰণি ল'ব পৰা ব্যৱস্থা, দ্বিতীয়টো ভাগ হৈছে আওলাৰ লগতে ঘৰৰ আগচালিৰ সংলগ্ন মুকলিকৈ ৰখা চাংঘৰৰে অংশবিশেষ আৰু তাৰ্লে মাটিৰ পৰা পোনে পোনে জখলাৰে চাঙকৈ উঠি আগফালৰ দুৱাৰেদি ঘৰৰ ভিতৰলৈকে প্ৰৱেশ কৰিব পৰা বা মুকলি চাংঘৰৰ চ'ৰাত খন্তেক জিৰণিও ল'ব পাৰে, হয়তো

ইয়াত জিৰণি লৈ নদীলৈ চালে ভটিয়নী সোঁতত ভটিয়াই আনন্দমুখৰ পৰিবেশত গীত গাই যোৱা গীতৰ সুৰ ৰিণিকি ৰিণিকি শুনিবলৈও পাব—

'নই-দাবে বতিয়োই গলি-অই কঃনৌঙা
পানিদাবে বতিয়াই গলি,
অ'তকই তুপুলা কাই গলি চেনাই-অই
একাৰ মাত নলগা অলি" (মিচিং ভাষাত মহাপ্ৰাণ ধ্বনি নাই)

ইয়াৰ তৃতীয় অংশৰ পৰা মূল চাংঘৰৰ কাৰু-কাৰ্য আৰম্ভ হয় আৰু বেৰা দিয়াৰ ব্যৱস্থা থাকে। চতুৰ্থটো শেষৰ অংশ ঘৰৰ সিমূৰ পিচফালৰ। তাতো চাংঘৰৰ এটা অংশ মুকলি চ'ৰা কৰি ৰখা হয়। পিচ দুৱাৰেদি ওলাই গৈ জখলাৰে নামি যাব পৰা বা উঠি আহিব পৰা ব্যৱস্থা থাকে। এই মুকলি চাংঘৰৰ চ'ৰাটো সাধাৰণতে তিৰোতাই সাজ-পোছাক পৰিধান কৰা, মহিলাই চ'ৰাৰ ৰূপত ব্যৱহাৰ কৰে আৰু কুকুৰাৰ সজাবোৰ ৰখা হয়। তাৰ লগতে সংলগ্ন মুকলি চাঙৰ কিছু অংশ সজা থাকে, তাত ধান ৰ'দত মেলা হয় আৰু গৰমকালি ৰাতি জোনাকত জিৰণি লয়।

মিচিং চাংঘৰৰ ভিতৰত পথালিকৈ বেৰা দি কোঠালি কৰা ব্যৱস্থা নাই যদিও জুইশাল অনুপাতে মাজে মাজে ঘৰুৱা আচবাব, কাপোৰ-কানি থোৱা আলনা আদিৰ আঁৰ-বেৰৰ ব্যৱস্থা থাকে। বৈবাহিক প্ৰত্যেক পৰিয়ালেই জুইসালৰ অনুপাতে সুকীয়া সুকীয়া ব্যৱস্থা কৰে —কিন্তু পৰিয়ালৰ বয়োজ্যেষ্ঠজনৰ জুইশালখনেই তেওঁলোকৰ সকাম-নিকাম, শ্ৰাদ্ধাদি কৰা, পূজা-পাতাল দিয়াৰ পৱিত্ৰ পূজাৰ বেদী। চাঙৰ ওপৰত সজা চাৰিকোণীয়া জুইশালৰ ওপৰত ৰখা উধানস্বৰূপ তিনি খুঁটিৰ জাকিটোৰ তিনিটা খুঁটিৰ প্ৰতীকক বিষ্ণু-ব্ৰহ্মা-মহেশ্বৰৰ স্থান বুলি গণ্য কৰে আৰু তেনেভাৱে পূজা-পাতাল কৰে।

পুৰুষপ্ৰধান মিচিং সমাজত শ্ৰেণীভেদে জুইশালক কেন্দ্ৰ কৰি বিভাগবোৰ ব্যৱহৃত হয়। চৌকাৰ পূব ফালৰ ঠাইবোৰ পুৰুষৰ আৰু পশ্চিমফালৰ ঠাইখিনি তিৰোতাৰ স্থান আৰু পশ্চিমফালৰ অংশৰে অহা-যোৱা কৰে।

চাংঘৰৰ ভিতৰত শোৱাৰ কাৰণে তেনে কোনো পালেঙৰ ব্যৱস্থা নাথাকে, কিন্তু পৰিয়ালৰ সুকীয়া ব্যৱস্থা থকাৰ লগতে আলহী-অতিথিৰ কাৰণেও ব্যৱস্থা সংৰক্ষিত হৈ থাকে। শীতপ্ৰবাহ আৰু স্বাস্থ্যৰক্ষাৰ কাৰণে সৰ্বদা জ্বলি থকা জুইশালৰ দুয়োদাঁতিত শোৱা আৰু পূবফালেও শোৱা পৰম্পৰাৰ পাহাৰীয়া নীতিৰ পৰা আহি মিচিং সংস্কৃতিৰ ৰূপ লোৱা কথাও স্বীকাৰ্য।

সুকুমাৰ কলা-সংস্কৃতিৰ বৈশিষ্ট্যৰে নিৰ্মাণ কৰা চাংঘৰৰ মুৰংঘৰ মিচিংসকলৰ সংস্কৃতিৰ যাদুঘৰ আৰু সংস্কৃতীৰ প্ৰতীক আছিল। তেওঁলোক জড়বাদী নহয়, নিজকে

চন্দ্ৰ-সূৰ্যৰ সতি-সন্ততি বুলি ভাবে আৰু তেনেকৈ প্ৰধানতঃ 'আনী-দঞিং আবুল পঃল, মাতৃ সূৰ্য পিতৃ চন্দ্ৰ' বুলি পূজা-পাতাল কৰাৰ লগতে বিজুলী-বজ্ৰপাত, উপ-চক্ৰ দেৱ-দেৱতাৰ পৰা ৰক্ষা পাবলৈ নিত্য-নৈমিত্তিক পূজা কৰাৰ লগতে ঘৰদেৱতা, স্থলদেৱতা, জলদেৱতা আদিৰো পূজা কৰে। এই প্ৰসংগত মিচিং গাঁওবোৰৰ মাজে মাজে বহিৰাগত শত্ৰুক প্ৰতিহত কৰা, সামাজিক পূজা-পাৰ্বণ, উৎসৱ উদ্‌যাপন আৰু ডেকা-গাভৰুৰ কলা-সংস্কৃতি চৰ্চাৰো প্ৰাণকেন্দ্ৰ ৰাজহুৱা ৰংগমঞ্চ মুৰংঘৰ একালত আছিল। কিন্তু মিচিং সমাজে তান্ত্ৰিকপন্থীৰ পৰা বৈষ্ণৱপন্থী হোৱাত আজিকালি মুৰংঘৰৰ পৰিবৰ্তে তাৰ ঠাইত মাটিতে সজা বৈকুণ্ঠৰূপী নামঘৰহে প্ৰতিষ্ঠিত হোৱা দেখিবলৈ পোৱাটো অতীৱ প্ৰাসংগিক।

শ্ৰীমন্ত শংকৰদেৱে প্ৰৱৰ্তন কৰা একেশ্বৰবাদী বৈষ্ণৱ পন্থাত—

"স্মৰোক মাত্ৰ হৰি দিনে-ৰাতি

নাবাছে ভকতি জাতি অজাতি" (কী, ১২৯) বুলি "গাৰোৰ গোবিন্দ, মিকিৰৰ বলাইৰাম, নগাৰ নৰোত্তম আহোমৰ নৰহৰি, ভোটৰ জয়ৰাম, খাচীৰ কুমাৰ মাধৱ, মুছলমানৰ সান্দস্যই যৱন, কৈবৰ্তৰ ৰাম আতৈ, বণিয়াৰ হৰি দাস, মিৰিৰ পৰমানন্দ মিৰিক, কছাৰীৰ ৰামনন্দ আদিক" তেবাৰ পন্থাত দীক্ষিত কৰি ভক্তৰ শাৰীত ব্ৰাহ্মণৰ বৈকুণ্ঠনাথ ভট্টদেৱৰ দৰে ভক্তবৃন্দই সমানে ঠাই পুৰাই বৃহত্তৰ অসমীয়া জাতি গঠনত একাকাৰ হৈ পৰা প্ৰক্ৰিয়াই মিচিং গাঁৱত নামঘৰৰ প্ৰতিষ্ঠাত ইন্ধন যোগোৱা সৰ্বকালেই প্ৰাসংগিক হৈ থাকিব।

নৈপৰীয়া জীৱন-যাত্ৰাত পানীৰ উপদ্ৰৱ সহ্য কৰি সহবাস কৰিবলৈ নাৱক অৱলম্বন কৰি লোৱাৰ দৰে চাপৰীয়াল, নদীয়াল, মাজুলীয়াল, মিচিংসকলৰ কাৰণেও চাংঘৰকে প্ৰধান অৱলম্বন কৰি লোৱাৰ বাহিৰে তেওঁলোকৰ গত্যন্তৰ নাই, সেয়ে চাংঘৰ চিৰবিদ্যমান। তেওঁলোকৰ কাৰণে নদী হৈছে মাতৃস্বৰূপা, প্ৰাণৰো প্ৰাণৰ আৰু আপোনৰো আপোন আৰু লোহিত সোৱণশিৰিৰ উত্তাল তৰংগমালাৰ লগতে তেওঁলোকৰ দৈনন্দিন ভাগ্যচক্ৰও তৰংগিত হৈ থাকে। নদীয়েই তেওঁলোকৰ ভাগ্য নিয়ন্তা আৰু নদীৰ পৰিবেশৰ লগত তেওঁলোক একাকাৰ হৈ গৈছে। তেওঁলোকে জানে প্ৰকৃতিৰ আগন্তুক নিষ্ঠুৰ পৰিহাস, সদয়া-নিৰ্দয়া নিয়তিৰ নিয়ন্ত্ৰৰ কথা কিন্তু মুহূৰ্ততে মনোমোহা প্ৰাকৃতিক সৌন্দৰ্যপূৰ্ণ পৰিবেশ পাহৰাই বলিয়া বানৰ দুৰ্যোগ-উপদ্ৰৱৰ কথা সেয়ে উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈয়ে ব্যক্ত কৰিছিল সোণসেৰীয়া 'সোৱণশিৰিৰ শীতল পানী নাখালে সিহঁতৰ হেঁপাহ নপলায়। আই সোৱণশিৰি কোলাত সৰু সৰু নাৱত উঠি উমলিবলৈ নাপালে সিহঁতৰ মনত বং

নালাগে। সেইদেখি এই মিৰি জাতিৰ অধিকাংশ মানুহেই আই সোঁৱণশিৰিৰ পাৰত বাস কৰে" (মিঃ জীঃ)

প্ৰকৃতিৰ লালিত-পালিত, ধ্বংস-সৃষ্টিৰ লীলাৰেই লীলায়িত চাংঘীয়াসকলে কোনোদিনেই প্ৰকৃতিৰ প্ৰত্যাহ্বানৰ ওচৰত আপোচ-মীমাংসা কৰাৰো প্ৰয়োজনবোধ নকৰে। এইখন গাঁৱলৈ বসন্ত আহিব। মন-ফাগুণৰ আঁচল উৰাই; বৰষা আহিব, মন-মাজুলীত পলসৰ বোজা বৈ আৰু চনপৰা চাপৰিত ৰাং ছটিয়াব মুঠি মুঠি আশাৰ সেউজীয়া বোলা বিহুবায়ো গাব—

'দিহিঙৰ ঘাটিতে ধুবুনী নামিলে
নামে লুইতত মিৰি,
নাখাওঁ ভাতে-পানী নলওঁ ঘৰে-বাৰী
কপালত নাইকিয়া তিৰী।" ■

'অসমবাণী' বিশেষ বঙালী বিহু সংখ্যাত প্ৰকাশিত, এপ্ৰিল, ১৯৯৯

# ব'হাগ বিহুৰ সমীক্ষাত্মক পৰ্যালোচনা (ক)

আদিম জনজীৱনৰ জীৱন অৱলম্বনক কেন্দ্ৰ কৰিয়েই লোক-উৎসৱবোৰ গঢ়ি উঠিছিল, সেয়ে কৃষিভিত্তিক জীৱনধাৰাৰে ধাবিত লোকবিশ্বাস, লোকাচাৰ নীতি, নৈতিক তথা আধ্যাত্মিক ধ্যান-ধাৰণা, লোক পৰম্পৰা আদিৰ দৰে পালনীয় উপাদানৰাজিৰ ওতঃপ্ৰোত সম্পৰ্ক। সাম্প্ৰতিককালৰ অসমীয়া জাতীয় লোক-উৎসৱ ব'হাগ বিহু লোক-সংস্কৃতিৰ স্বকীয় বৈশিষ্ট্যৰে স্বয়ংসম্পূৰ্ণ।

আজি আমি আমাৰ সামাজিক জীৱনধাৰাৰে ধাবিত বিৱৰ্তন, ৰূপান্তৰ, সৃষ্টি-বিস্তৃতি-স্থিতি-অৱস্থিতি সম্পৰ্কে নৃতাত্ত্বিক ভাষাতাত্ত্বিক সমীক্ষাৰে পৰ্যালোচনা কৰি চালে কোনো জনগোষ্ঠী লোকৰ দেহত বিশুদ্ধ প্ৰজাতীয় তেজৰ কণিকা বৰ্তি থকাৰ কথা ঠাৱৰ কৰিব নোৱাৰো বা কোনো জনগোষ্ঠীৰ স্বকীয় ভাষাত সম্পূৰ্ণ নিজস্ব ৰূপত গঢ় লোৱাৰ স্বৰূপ বিচাৰি নাপাওঁ —বৰঞ্চ সামাজিক মধুৰ সম্পৰ্ক আৰু সান্নিধ্যৰ পৰিৱেশত পাৰস্পৰিক সম্পৰ্ক ঘটি সংমিশ্ৰণেৰে বৰ্ণ-বৈষম্যহীন সমাজ ব্যৱস্থাৰ একাত্মবোধেৰে একাকাৰ হৈ বিৱৰ্তনৰ সুদূৰপ্ৰসাৰী গতিত ধাবিত হোৱাহে পৰিলক্ষিত হয়।

আজি প্ৰাচীনপন্থী তথা সংৰক্ষণশীল মতাদৰ্শৰ সমাজ ব্যৱস্থাক প্ৰগতিবাদী সমাজ ব্যৱস্থাই বিলুপ্তিসাধন কৰি মানৱতাবাদৰ আদৰ্শৰে নতুন যুগৰ সূচনা কৰি বিভিন্ন জাতি-প্ৰজাতি-উপজাতিৰ কৃষ্টি-সংস্কৃতিৰ সমন্বয়েৰে একিভূত চিন্তাধাৰাৰে ধাবিত হৈ মানৱতাৰ আদৰ্শৰে একাকাৰ হৈ পৰিছে —এই প্ৰসংগত সংস্কৃতিৰ চিৰসাধক ৰূপকোঁৱৰ জ্যোতি প্ৰসাদ আগৰৱালাই ১৯৪৭ চনতে এষাৰ তাৎপৰ্যপূৰ্ণ মন্তব্য দাঙি ধৰিছিল— "বৰ্তমান পৃথিৱীত এই বৈজ্ঞানিক যুগত একেবাৰে আছুতীয়াকৈ কোনো দেশ-প্ৰদেশৰ মহাজাতি-উপজাতিৰ সংস্কৃতি হ'ব নোৱাৰে। এতিয়া এখ সমন্বয় সংস্কৃতি সভ্যতালৈ মহাজাতি-উপজাতিবোৰ যাবলৈ ধৰিছে। পৃথিৱীৰ বুৰঞ্জীত এনে সমন্বয় কেতিয়াবাই আৰম্ভ হৈছে।"

আমি ভাৰতীয় জাতীয়সত্তাৰ সমীক্ষাত্মক পৰ্যালোচনা কৰি চালে পাওঁ যে প্ৰাক্-ঐতিহাসিক যুগৰ পৰাই পৃথিৱীৰ চৌদিশৰ পৰা চামে চামে প্ৰব্ৰজনকাৰী জনমানৱে প্ৰব্ৰজন কৰি আহি দেৱতা-দানৱ-অসুৰৰ মিলনৰ লীলাভূমি এই ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্তত থিতাপি লৈছিল। ইয়াৰে উত্তৰ-পূব ভাৰতৰ এই ভূখণ্ডত থিতাপি লোৱা অষ্ট্ৰিক, মংগোলীয়, দ্ৰাবিড়ীয় আৰু আৰ্য আদি বিভিন্ন জনগোষ্ঠীৰ

বংশোদ্ভৱ লোকে সমাজ পাতি বছৰৰ বিভিন্ন ঋতু-মাহ-পক্ষৰ সুচল পৰিবেশত নানানধৰণৰ লোক-উৎসৱ উদ্‌যাপন কৰি অহাৰ কথা পাওঁ আৰু এইবোৰৰ ভিতৰত বসন্তকালত উদ্‌যাপিত ব'হাগ-বিহু লোক-উৎসৱে প্ৰাধান্য লাভ কৰি আহিছে। প্ৰকৃতাৰ্থত লোক-উৎসৱবোৰ লোক-সংস্কৃতিৰ উঁৰালস্বৰূপ আৰু জাতীয় জীৱনৰ আভ্যন্তৰীণ সকলো কথাই তাৰ মাজেদি প্ৰতিফলিত হয়। একোটা জাতিৰ সংস্কৃতি-সভ্যতা, অৰ্থনীতি আৰু ৰাজনীতিৰ দৰে মৌলিক উপাদানৰাজিৰ প্ৰতিফলনে জাতীয় ঐতিহ্য বহন কৰি আহিছে আৰু এই লোক-সংস্কৃতিৰ আধাৰস্বৰূপ লোক-উৎসৱবোৰ জাতীয় জীৱনৰ বুনিয়াদ।

স্বাভাৱিকতে মানৱ মন ক্ষুধাৰ প্ৰয়োজনীয়তাৰ পৰিস্থিতিতে সন্তুষ্টিত নহয়, মানসিক সন্তুষ্টিৰো পোষকতা কৰে, সেয়ে আদিম শিল্প-কলাকাৰ জনমানৱে মানসিক কৰ্ষণেৰে উদ্ভাৱন কৰা লোক-সংগীত, লোক-শিল্প-কলা, কৃষ্টি-সংস্কৃতি আদিৰ মনোৰঞ্জন উপাদানৰাজিক আনুষংগিকভাৱে সংযোজন ঘটাই ব'হাগ বিহু লোক-উৎসৱক সৰ্বাংগসুন্দৰ কৰি এক সাৰ্বজনীন ৰূপত আজি ৰং-ৰহস্য, আনন্দ-উলাহ, আমোদ-প্ৰমোদ, উৎসাহ-উদ্দীপনাৰে বিভিন্ন গীত-মাত, নৃত্য, বাদ্য, ক্ৰীড়া, কলা-সংগীতৰ সমাৰোহেৰে উদ্‌যাপন কৰি আহিছে।

এনেবোৰ লোক-উৎসৱ উদ্‌যাপনৰ স্বকীয় বৈশিষ্ট্য নোহোৱা নহয়, জনবিশ্বাস, লোক-কথা, লোক-প্ৰবাদ, লোক-কাহিনী আদিৰ দৰে সময়সাপেক্ষিক ৰুচি-অভিৰুচিৰ উপাদানৰাজিৰ সংযোজন-বিযোজনৰ সমীক্ষাত্মক পৰ্যালোচনাতো লোক-উৎসৱে লোক-সংস্কৃতিৰ ৰূপান্তৰৰ ইংগিত দিয়ে আৰু-এই ৰূপান্তৰৰ ধাৰ যাতে দুষ্কৃতিৰ নহয় ই সকলো লোকৰে চিৰকাম্য। স্বাভাৱিকতে বোঁৱতী নদীয়ে যেনেকৈ বাধাপ্ৰাপ্ত হ'লে গতি সলায় ঠিক তেনেকৈ লোক-সংস্কৃতিৰ ধাৰাও যুগে যুগে জনমানসৰ ৰুচি-অভিৰুচি আৰু চাহিদাভিত্তিত বাহ্যিক নতুনৰ ৰূপত ৰহণচৰা ৰূপ পৰিগ্ৰহণ কৰে কিন্তু তাৰ লোক-পৰম্পৰা সদায় বৰ্তি থাকে।

জন-বিশ্বাসৰ পৰ্যালোচনাত প্ৰকৃতাৰ্থত ব'হাগ বিহু উৎসৱ বসুন্ধৰাক কৃষি উন্মেষৰ উপযোগীকৈ উৰ্বৰা কৰা কৃষ্টি উৎসৱ, সেয়ে ডেকা-গাভৰুৰ যৌনতাত্ত্বিক নৃত্য-গীত-বাদ্য অৰ্থাৎ সংগীতৰ মূৰ্চ্ছনাৰে বসুমতীক শস্যসম্ভৱা কৰা হয়। কৃষিভিত্তিক জীৱনধাৰাৰে ধাৱিত কিৰাত মংগোলীয় জনগোষ্ঠীৰ লোকে আজি এনেবোৰ সবল জনবিশ্বাসৰ ওপৰত বশৱৰ্তী হৈ কৃষিকৰ্মলৈ নমাৰ আগতে এই উৎসৱ উদ্‌যাপন কৰাটো অতীৱ তাৎপৰ্যপূৰ্ণ। কালক্ৰমতে বিভিন্ন জনগোষ্ঠীৰ সান্নিধ্যত আৰু সংস্কৃতিৰ বিনিময় আৰু সমন্বয়ৰ পৰিপ্ৰেক্ষিতত প্ৰকৃতিৰ অনুকূল পৰিবেশৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ আদিম ৰূপৰো স্বৰূপ ৰূপান্তৰিত হৈ আজিৰ ৰূপত এক সুনিৰ্দিষ্ট

তিথি-বাৰত ব'হাগ বিহু উৎসৱ উদ্‌যাপন কৰা নীতি-নিয়ম প্ৰৱৰ্তিত হোৱাটো যুগসাপেক্ষিক সভ্যতা আৰু জাতীয় বিহু-সংস্কৃতিৰ সংবৰ্ধনৰে অন্যতম নিদৰ্শন।

আজি আমি বিহু-সংস্কৃতিৰ উৎপত্তি, বিস্তৃতি-স্থিতি আৰু ক্ৰমবিকাশৰ সম্পৰ্কে সমীক্ষাত্মক গভীৰ অধ্যয়ন আৰু গৱেষণা নকৰাকৈ কোনো কথা ঠাৱৰ কৰিব নোৱাৰো। আদিম জনসমাজৰ লোক-উৎসৱৰ আঁত ধৰি নিৰীক্ষণ-পৰ্যবেক্ষণ আৰু পুংকানুপুংখৰূপে বিশ্লেষণ কৰিহে কোনো এটা কথাৰ সিদ্ধান্তত উপনীত হ'ব পাৰিম। সাধাৰণভাৱে বিহু-সংস্কৃতিৰ বৈশিষ্ট্য আৰু চাৰিত্ৰিক লক্ষণবোৰৰ প্ৰতি লক্ষ্য কৰিলে ইয়াত বেদ-গ্ৰাহ্যতকৈ বেদবাহ্যৰ অধিকভাৱে লোকাচাৰ নীতিকে প্ৰতিপালন কৰা দেখা যায়।

এই প্ৰসংগত অসমৰ লোক-সংস্কৃতিৰ গৱেষক-পণ্ডিতপ্ৰৱৰ ড° বিৰিঞ্চি কুমাৰ বৰুৱাই এষাৰ তাৎপৰ্যপূৰ্ণ মন্তব্য কৰি গৈছে— "সদা-সৰ্বদা গাঁৱলীয়া মানুহে যিবোৰ নীতি-নিয়ম, ধ্যান-ধাৰণা, চিন্তা-বিশ্বাস, পূজা-পাতাল, উৎসৱ-অনুষ্ঠান, বাচ-বিচাৰ মানি চলে তাৰ সৰহভাগেই সংস্কৃত সাহিত্য আৰু হিন্দুধৰ্মৰ বহিৰ্ভূত। এইবোৰৰ কোনো কোনো নিষাদ-কিৰাত জাতি-উপজাতিৰ পৰা অসমীয়া লোক-জীৱনত প্ৰৱেশ কৰিছে।'

এই দৃষ্টিভংগীৰ পৰা পূৰ্ববৰ্তী প্ৰব্ৰজনকাৰী প্ৰাচীন প্ৰাগজ্যোতিষীয়া মংগোলীয়া সংস্কৃতিৰ উপাদানৰাজিৰ লগত পৰৱৰ্তী যুগৰ প্ৰব্ৰজনকাৰী কামৰূপীয়া আৰু অসমীয়া সংস্কৃতিৰ সমন্বয়ৰ আধাৰতে আহোম ৰাজত্বৰ যুগত বিহু-সংস্কৃতিয়ে এক স্বকীয় ৰূপ পৰিগ্ৰহণ কৰা প্ৰাসংগিক। আমাৰ পূৰ্বপুৰুষসকলেই হৈছে লোক-উৎসৱ আৰু লোক-সংস্কৃতিৰ জন্মদাতা আৰু আমি আধুনিক জনসমাজ তাৰ বাহক মাথোঁ. সেয়ে কৃষিভিত্তিক জীৱনধাৰাৰে ধাৱিত আদিম সমাজৰ সমীক্ষাত্মক তুলনাত শিল্পভিত্তিক জীৱনধাৰাৰে ধাৱিত আধুনিক সমাজৰ ভূমিকা লোক-সংস্কৃতিৰ জন্ম পঞ্জীকাত বিচাৰি নাপাওঁ।

আজিৰ বিহু উৎসৱ উদ্‌যাপনত আদিম জনসমাজৰ সঞ্চিত অভিজ্ঞতা আৰু অভিব্যক্তিৰ অন্তৰ্নিহিত পালনীয়, কৰণীয় আৰু ধাৰণীয় লোক-সংস্কাৰ, লোকাচাৰ-নীতিবোৰৰ পৰ্যালোচনাৰ পৰা প্ৰত্যয় হয় যে উত্তৰ-পূৰ্বাঞ্চলৰ জাতি-প্ৰজাতিৰ বংশোদ্ভৱ-উপজাতিৰ সংমিশ্ৰণত অসমীয়া জাতি গঠনৰ যি প্ৰক্ৰিয়া, ঠিক তেনেকৈয়ে অসমীয়া ভাষা-সাহিত্য, ধৰ্ম-দৰ্শন, ধ্যান-ধাৰণা, শিল্প-কলা, কৃষ্টি-কলা আদি লোক-উৎসৱৰ প্ৰক্ৰিয়াও পাৰস্পৰিকভাৱে বিনিময়ৰ মাধ্যমেৰে সমন্বিত হৈ এক জাতীয়সত্তাৰ পূৰ্ণতাৰে অসমীয়া লোক-সংস্কৃতিৰ বৰলুইতৰ ধাৰা সুগভীৰ, সুমহানধাৰাৰে চিৰ প্ৰবাহিত হৈছে।

এই প্ৰসংগত সৌ সিদিনালৈকে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ বিশাল বিস্তৃত অঞ্চলৰ পৰ্বত-ভৈয়ামত বাস কৰা বিভিন্ন জনগোষ্ঠীয়ে বছৰৰ বিভিন্ন ঋতুৰ পৰিবেশত বিভিন্নধৰণে উদ্‌যাপন কৰি অহা তেওঁলোকৰ স্বকীয় লোক-উৎসৱবোৰৰ উপাদানৰাজিৰ লগতে বৃহত্তৰ অসমৰ প্ৰতিবেশী ৰাজ্যবোৰৰ খেল-ধেমালিৰ শিল্প-নৈপুণ্য, শিল্পকলাকাৰ সকলোবোৰ একত্ৰিত কৰি সম্পূৰ্ণ জাতীয় বিহু উৎসৱৰ মৰ্যাদাৰে আহোম ৰাজদৰবাৰৰ পৃষ্ঠপোষকতাত ৰংপুৰৰ ৰংঘৰৰ ঐতিহাসিক বাকৰিত উদ্‌যাপিত "ৰংপুৰত সাত বিহু উৎসৱ" মেলাই সেই যুগৰ গৌৰৱময় কাহিনী আৰু জাতীয় সংস্কৃতিৰ নিদৰ্শন ঐতিহ্যৰ স্বৰ্ণ-সৌধ ৰংঘৰে (১৭৪৬) আজিও তাৰে স্বাক্ষৰ বহন কৰি থকা অতীৱ প্ৰাসংগিক।

এই বিহু মেলাৰ পৰিবেশত পৰিবেশিত অসমীয়া গাভৰু দলৰ জেং বিহু, ডেকা দলৰ বিহু হুঁচৰি, ৰংচঙীয়া সমদলীয় মিৰি ডেকা-গাভৰুৰ বিহু, ম'হ যুঁজ, হাতী যুঁজ, মাল যুঁজ, শেন-কনুৱাৰ যুঁজ, ঘোঁৰা দৌৰ আদিৰ দৰে পাৰদৰ্শিতাই জাতীয় ব'হাগ বিহু ঐতিহ্যৰ কথাকে সূচায় আৰু ৰংঘৰ বাকৰিত প্ৰৱৰ্তিত মুকলি মঞ্চৰ বিহু সমাৰোহে প্ৰতিবেশী ৰাজ্যবোৰৰ মধুৰ সমন্বয়ত সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ সাংস্কৃতিক সন্মিলনীৰ এক উজ্জ্বল প্ৰতিচ্ছবি প্ৰকাশ কৰাৰ লগতে সামাজিক ঐক্য-সম্প্ৰীতি, আত্মীয়তা, বন্ধুত্ব-ভাতৃত্বৰ তথা জাতীয় সংহতিৰ এনাজৰীডাল সুদৃঢ় কৰি জাতিয়ত্ব ৰক্ষা কৰাতো বিপুল বৰঙণি যোগাইছিল।

সেই যুগৰ পৰাই ব'হাগ বিহু উৎসৱ, জাতীয় উৎসৱত পৰিগণিত হোৱা আৰু প্ৰকৃতিৰ ৰম্যভূমি গ্ৰাম্যন্তৰৰ পৰিবেশৰ পৰা মুক্ত হৈ নগৰমুখী সভ্যতাৰ আধুনিক মুকলি মঞ্চলৈ গতি কৰা অনুমেয়। একালত অসমৰ চিৰ স্বাধীনতাৰ ৰবি মাৰ যোৱাৰ পাচত (১৮২৬) সাত সাগৰ তেৰ নদীৰ সিপাৰৰ পাশ্চাত্য বিদেশী প্ৰশাসকৰ প্ৰভাৱত অসমৰ লোক-সংস্কৃতিৰ বিকাশৰ ধাৰা আৰু গতিপথ সম্পূৰ্ণ ৰুদ্ধ নহ'লেও ব্যাহত আৰু স্খলিত হৈছিল, কিন্তু স্বৰাজোত্তৰ কালত (১৯৫১) জাতীয় বিহু-সংস্কৃতিৰ সচেতন উদ্যোগী পুৰুষসকলৰ অদম্য প্ৰচেষ্টাত আকৌ অসমৰ প্ৰাণকেন্দ্ৰ তথা সংস্কৃতি-চৰ্চাৰ নাভি কেন্দ্ৰ গুৱাহাটীৰ 'গুৱাহাটী বিহু সন্মিলনী'য়ে প্ৰথমে লতাশিল খেলপথাৰৰ আধুনিক মুকলি মঞ্চত ৰাজ্যিক পৰ্যায়ত ৰঙালী বিহু উৎসৱ উদ্‌যাপন কৰি পুনৰ উত্থানৰ বলিষ্ঠ পদক্ষেপ গ্ৰহণ কৰাতো আদৰ্শনীয় আৰু এই মহান আদৰ্শত অনুপ্ৰাণিত হৈ আজি অসমৰ চৌদিশে, চুকে-কোণে, নগৰে-চহৰে, অঞ্চলে অঞ্চলে সম্প্ৰসাৰিত হোৱা আৰু আনকি প্ৰবাসী অসমীয়াসকলে পৃথিবীৰ বিভিন্ন প্ৰান্তৰ বিদেশতো বিহু উৎসৱ উদ্‌যাপন কৰাটো জাতীয় চেতনাৰে শুভ লক্ষণ।

আদিম জনসমাজৰ ডেকা-গাভৰুৰ উৰণীয়া উদ্দাম যৌৱনৰ, কমোৱা তুলাৰ দৰে উৰণীয়া মনৰ, মুকলি মনৰ মুকলি আকাশৰ তলত, প্ৰকৃতিৰ মনোৰম নৈৰ পাৰত চাপৰি আঁৰত, বুঢ়া-শিমলুৰ তলত বিহু হাটৰ শেতেলিপতা, বুঢ়া, আঁহতৰ তলত, কলিয়াবৰ-বিহুবৰৰ বিহুতলীত সুকীয়া সুকীয়াকৈ ঢোল-তাল, টকা-পেঁপা-গগনা আৰু হাত চাপৰিৰে লোক-পৰম্পৰাগতভাৱে আনন্দমুখৰ পৰিবেশত প্ৰতি বছৰে পুৰণি বছৰত বিদায় যাচি নতুন বছৰক সাদৰেৰে আদৰি অনা বিহুৰ স্বৰূপো সময়ৰ আঁচোৰ লাগি ডেকা-গাভৰুৰ গীত-বাদ্য-নৃত্যৰ ৰূপ সমদলীয় ৰূপলৈ ৰূপান্তৰিত হোৱাৰ লগতে জাতি-ধৰ্ম-বিবৰ্জিত সকলো জনগোষ্ঠীৰ কলা-কৃষ্টি-সংস্কৃতিৰ উপাদানৰাজিৰ সংযোজন আৰু পৰিবেশনে আজি মুকলি মঞ্চৰ মৰ্যাদা বঢ়াই সৰ্বাংগসুন্দৰ কৰি বিহু সমাৰোহৰ সংগীতৰ মূৰ্চ্ছনাই সৰ্বজনক আমোদিত কৰি নান্দনিক প্ৰদান কৰিব পৰাটো জাতীয় বিহু উৎসৱৰে স্বতঃস্ফূৰ্ত আত্মপ্ৰকাশ। ■

■ 'বেঙুনি'ত প্ৰকাশিত, দ্বিতীয় বছৰ, প্ৰথম সংখ্যা, মাৰ্চ-এপ্ৰিল ১৯৯৮ চন : সম্পাদক

# সংস্কৃতিৰ স্খলন আৰু প্ৰমূল্যবোধ (খ)

আমি সাম্প্ৰতিক কালৰ সংস্কৃতি আৰু দুষ্কৃতিৰ ('অপ-সংস্কৃতি'ৰ শব্দটো দুষ্কৃতিৰ প্ৰতিশব্দ নহয়) সমীক্ষাত্মক পৰ্যালোচনাত যুগে যুগে দুষ্কৃতি দুৰ্যোগ বিপৰ্যয় আৰু বিভ্ৰাটৰো সৃষ্টি নকৰাকৈ থকা নাই। অসমীয়া সংস্কৃতিৰ এইক্ষেত্ৰত পাশ্চাত্য সভ্যতাৰ কথা ক'লেও পাশ্চাত্য লোক-সংস্কৃতিৰ কথা নকয়। প্ৰাচ্য-পাশ্চাত্য সেই ব্যতিক্ৰম দৰ্শনৰ ব্যতিক্ৰম। সংস্কৃতিৰ চিৰ সাধন ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই (১৯৪৭) এই সংক্ৰান্তত এষাৰ তাৎপৰ্যপূৰ্ণ কথা কৈ গৈছে।

"পৃথিৱীত প্ৰথমৰ পৰাই ৰাষ্ট্ৰৰ যোগেদি ৰাজকীয় আৰু যাজকীয় শক্তিয়েই সমাজ নিয়ন্ত্ৰণ কৰি আহিছিল। কিন্তু সময়ত দেখা গ'ল যে পৃথিৱীত পূৰ্ণ-সাংস্কৃতিক অৱস্থা বা সাৰ্বভৌম সাংস্কৃতিক অৱস্থা এই দুই শক্তিয়েতো আমাক আনি দিব নোৱাৰিলেই, আনি দিয়ক চাৰি সাংস্কৃতিৰ আদৰ্শৰ পৰা ভ্ৰষ্ট হৈ, মানৱ জীৱনৰ লক্ষ্যৰ পৰা অবাটে গৈ, সংস্কৃতিৰ সমল-সঁজুলি, সাংস্কৃতিক সৃষ্টি ব্যৱহাৰ কৰি, এই শক্তিয়ে আজি মানুহৰ সমাজক এটা মানসিক ওখ স্তৰৰ পৰা বৰ্বৰতাৰ পেলালেই। এতিয়া দেখা গৈছে যে মানুহৰ মনত এটা সাংস্কৃতিক বিকাৰৰ অৱস্থাতে হৈছে। আজি মানুহৰ জীৱনত এটা বিভ্ৰাট উপস্থিত। এনে হোৱাৰ কাৰণ ৰাজকীয়-যাজকীয় শক্তিৰ ব্যৱহাৰ।'

আমি লোক-সংস্কৃতিৰ, কলা-কৃষ্টিৰ সৃষ্টি, সংস্কাৰ সংশোধন, সময়-সাপেক্ষিক সংবৰ্ধন-সংৰক্ষণ সাদৃশ্য-বৈসাদৃশ্য, আকৰ্ষণ-বিকৰ্ষণ আদিৰ স্বতস্ফূৰ্ত ধাৰাৰ সমীক্ষাত্মক ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ পৰ্যালোচনা কৰি চালে পাওঁ যে সংস্কৃতিয়ে স্বাভাৱিকতে সংস্কৃতিক আকৰ্ষণ কৰি আপোন কৰি লোৱাটো সংস্কৃতিৰ ধৰ্ম, বিশ্বত কোনো ভাষা-সংস্কৃতিয়ে স্বাভাৱিকতে সংস্কৃতিক আকৰ্ষণ কৰি আপোন কৰি লোৱাটো সংস্কৃতিৰ ধৰ্ম, বিশ্বত কোনো ভাষা-সাহিত্য, শিল্পকলা-কৃষ্টি-সংস্কৃতিৰ পৰিধি, পৰিসীমা ভৌগোলিক প্ৰতিবন্ধকতা নাই, সেয়ে বিশ্ব কবি ৰবীন্দ্ৰনাথ ঠাকুৰে এদিন গাইছিল— পশ্চিমে আজ খুলিয়াছে দ্বাৰ, সেথাহতে সবে আনে উপহাৰ, দিবে আৰ নিবে, মিলিবে আৰ মিলাবে, যাবে না ফিৰে, এই ভাৰতেৰ মহামানবেৰ সাগৰ তীৰে।'

আজি অসমৰ লোক-উৎসৱ তথা উদ্‌যাপনৰ দেশীয় তথা সৰ্বভাৰতীয়, প্ৰাচ্য-পাশ্চাত্যৰ সমন্বয়ত গঢ়ি উঠা সাংস্কৃতিক উপাদানবাজিয়ে মৌলিক স্বৰূপ,

নৈতিকতা হেৰুৱাই বিকৃত ৰূপত অনুপ্ৰৱেশ কৰি জাতীয় অস্তিত্ব বিনষ্ট কৰা পৰিলক্ষিত হৈছে। আমি জাতীয় সংস্কৃতিৰ বিনষ্টকাৰী দুষ্কৃতিৰ ৰঘমৰত ৰৰপীৰা পাৰি বহিবলৈ দিলে নিজৰ হাতৰ কুঠাৰ ভৰিত মৰা হ'ব— এই প্ৰসংগত কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই এষাৰ তাৎপৰ্যপূৰ্ণ কথা কৈছিল— 'অসমৰ যি কৃষ্টি-সংস্কৃতি আছে তাক অসমীয়া ঠাঁচত ভালকৈ সজাই-পৰাই গঢ়িব লাগিব, তেতিয়াহে আমাৰ অসমীয়া কৃষ্টি-সংস্কৃতি আৰু সভ্যতাই পূৰ্ণ বিকাশ পাব আৰু অসমীয়া জাতি বাচি থাকিব।

কলা-সংস্কৃতিৰ জন্মলগ্নৰ পৰাই যুগ-যুগান্তৰে সংস্কৃতি আৰু দুষ্কৃতিৰ সংঘাত হৈ আহিছে আৰু হৈ থাকিব। ইয়াৰ মূল কাৰণ হৈছে যুগ সাপেক্ষিক বিৱৰ্তন, সেয়ে তাৰ কাৰণে সংস্কৃতি সম্পন্ন, সংস্কৃতিবান যুগ-নায়ক তথা নিকা প্ৰশাসক নিষ্ঠাবান কবি সাহিত্যিক, শিল্পী, নিষ্ঠাবান দেশৰ নাগৰিক জনগণৰ সচেতন মনৰ নিতান্ত প্ৰয়োজন। এই প্ৰসংগত যুগ-নায়ক চিন্তাশীল ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালাই (১৯৪৭) সতৰ্ক কৰি গৈছে "শাস্ত্ৰৰে আমাৰ নতুন সংস্কৃতিক সংগঠন আৰু অস্ত্ৰৰে আমি দুষ্কৃতিক দমন কৰিবলৈ থিয় হ'বই লাগিব। পাত্ৰী-পাত্ৰ চাই আজি খাৰ-বাৰুদৰ কুঠাৰিলৈকো যাব লাগিব। অহিংসায়েই যে মানৱ সংস্কৃতিৰ চৰম পৰিণতি তাক অৱশ্যে মনত ৰাখিয়েই। এইখিনিতে আমি এটা কথা সদায় মনত ৰাখিব লাগিব যে সংস্কৃতিয়ে সাংস্কৃতিয়ে কেতিয়াও সংঘৰ্ষ নহয়, সংঘৰ্ষ হয় দুষ্কৃতিৰ সৈতে। সংস্কৃতিয়ে সংস্কৃতিয়ে মাথোন সমন্বয় হয়। সাধুৱে সাধুৱে সংঘৰ্ষ নহয়। সাধু আৰু অসাধুৰ সংঘৰ্ষ অৱশ্যে হয়েই।'

আজি অসমীয়াৰ অসমীয়াত্ত্ব তথা জাতীয় সত্ত্বা ৰক্ষা কৰিবলৈ হ'লে অসমৰ লোক-সংস্কৃতিৰ উৎস লোক উৎসৱৰ নতুন মূল্যায়ন কৰা আৰু মূল্যায়ন কৰাৰ দিন সমাগত হৈছে। লোক-সংস্কৃতি জন-জীৱনৰ অংশবিশেষ নহয়, পূৰ্বপুৰুষৰেই নৈতিক অভিজ্ঞতা সঞ্চিত ভঁৰাল আৰু সংস্কৃতিয়েই হৈছে জনসমাজৰ সত্ত্বা, আত্মাস্বৰূপ। লোক-সংস্কৃতিৰ অবিহনে সভ্যতাৰ শিখৰত অগ্ৰসৰ হ'ব নোৱাৰে আৰু ইয়াৰ বিপৰ্যয় ঘটিলে জাতীয় বিপৰ্যয় ঘটিবই ধ্ৰুৱপ। আজি লোক-সংস্কৃতিৰ ক্ৰমবিকাশতে মানুহে পশুত্বৰ পৰা মানৱতাত উপনীত হ'ব পাৰিছে ই মানৱ সভ্যতাৰো বুনিয়াদ।

আজি যুগ সন্ধিক্ষণৰ শতিকাৰ চাবিআলিত অসমীয়া জনসমাজৰ জীৱনধাৰা তথা সমাজ ব্যৱস্থা স্খলিত হৈছে, অনীতি-দুৰ্নীতি, ব্যভিচাৰ, ভ্ৰষ্টাচাৰ, দুষ্কৃতিয়ে সংস্কৃতিৰ বিনষ্ট কৰিছে, সমন্বয়ৰ লাইখুটা ঘুণে খাই ধুণীয়া কৰিছে। শাসক-শাসিতৰ মাজত। সৌহাৰ্দ্যপূৰ্ণ কোনো সম্পৰ্ক ৰক্ষিত হোৱা নাই, সকলোকে কেৱল স্খলন

হৈছে কিন্তু সামাজিক ঐক্য-সম্প্ৰীতি, সুখ-শান্তি শৃংখলাৰে স্বাৱলম্বী আৰু স্বচ্ছল জীৱনধাৰাৰে বৰ্তি থকাত ৰাজকীয় পৃষ্ঠপোষকতা দায়বদ্ধতা আৰু ভূমিকা কোনো গুণে কম নহয়। আমাৰ ভাবীবংশধৰ আৰু প্ৰজন্মই যুগ সাপেক্ষিক স্খলনৰ উৎসবোৰৰ কথা গভীৰভাৱে উপলব্ধি আৰু চিন্তা কৰিব লাগিব। যুগে যুগে উদ্ভৱ হোৱা যুগৰ সমস্যা যুগেই সমাধান কৰি আহিছে, গতিকে আত্ম উপলব্ধি, চেতনাৰে লোক-সংস্কৃতিৰ সংৰক্ষণ সংবৰ্ধন সম্ভৱপৰ হ'ব আৰু অসমীয়াৰ অসমীয়াত্বও ৰক্ষা পৰিব নহ'লে অদূৰ ভৱিষ্যতে অচিৰেই জাতীয় জীৱন বিপৰ্যস্ত হ'ব আৰু তাৰ বাবে অগ্ৰগামীসকল অপৰিণামদৰ্শী হৈ ৰ'ব।

---

*অগ্ৰদূতৰ বিহু সংখ্যাত প্ৰকাশিত— সম্পাদক*

---

# মিচিং বয়ন শিল্প

গোষ্ঠী পৰিচয় ঃ নৃতাত্ত্বিক বিচাৰত মিচিংসকল কিৰাট বা মংগোলীয় জনগোষ্ঠীৰ লোক। ভাষাতাত্ত্বিক বিচাৰত তিব্বত-বৰ্মী ভাষা পৰিয়ালৰ অন্যতম ভাষা। পৰিয়াল 'উত্তৰ অসম শাখা'ৰ ভাষা-ভাষী লোক।

'উত্তৰ-অসম-শাখা'ৰ ভাষবোৰ হৈছে— ১। অঁকা বা হ্রুচু ভাষা, (২) ডফলা বা নিচি ভাষা, (৩) আদি বা আবৰ ভাষা, (৪) মিৰি বা মিচিং ভাষা আৰু (৫) মিচিমি ভাষা। আজিৰ আধুনিক যুগৰ বিজ্ঞানসন্মত জনগোষ্ঠীৰ বিচাৰত ভাষাতাত্ত্বিক যুক্তি অকাট্য আৰু ভাষাৰ প্ৰামাণ্যই হৈছে সকলোৰে উৰ্ধ্বত।

বিশাল বিস্তৃত উত্তৰ-পূব ভাৰতৰ এই ভূখণ্ডৰ পৰ্বত-পাহাৰ সমতলভূমিত বাস কৰা খিলঞ্জীয়া বিভিন্ন মংগোলীয় জনগোষ্ঠীবোৰৰ ভিতৰত মিচিং জনগোষ্ঠীৰ ভূমিকা অন্যতম। তুলনামূলকভাৱে আজিৰ অসম ৰাজ্যত বড়োসকল হৈছে প্ৰথম সংখ্যাগৰিষ্ঠ আৰু মিচিংসকল হৈছে দ্বিতীয় সংখ্যাগৰিষ্ঠ জনজাতি হিচাপে স্বীকৃত।

বয়ন শিল্পৰ ক্ষেত্ৰত মংগোলীয় জনগোষ্ঠীবোৰৰ সুকীয়া সুকীয়া বৈশিষ্ট্যৰ কথা আজিও প্ৰত্যক্ষভাৱে পৰিলক্ষিত হয় আৰু তাৰ মাজেদিয়ে অসমীয়াৰ সমন্বয়ৰ বয়ন-শিল্পলৈ তেওঁলোকে বিশেষ বৰঙণি যোগাইছে। এই প্ৰসংগত তুলনামূলকভাৱে সমগ্ৰ ভাৰতবৰ্ষতে আদিম অৱস্থাত বিভিন্ন জনগোষ্ঠীৰ পুৰুষৰ দ্বাৰা পৰিচালিত বয়ন শিল্পৰ ভূমিকা আৰু মংগোলীয়সকলৰ কেৱল তিৰোতাৰ দ্বাৰাই পৰিচালিত বয়ন শিল্পৰ নিদৰ্শনৰ কথা বিশেষভাৱে উল্লেখযোগ্য।

০১ ঃ মানব সৃষ্টিৰ আদিম পুৰাৰ পৰা সমাজ বিবৰ্তন, কৃষ্টি-সংস্কৃতিৰ ক্ৰমবিকাশ আৰু বিজ্ঞান-প্ৰযুক্তি বিদ্যাৰ ক্ষীপ্ৰগতিৰে ধাৱিত হৈ আহোতে জনজীৱনত অন্ন-বস্ত্ৰ সমস্যাই সভ্যতাৰ ভিত্তিত অধিকভাৱে প্ৰভাৱান্বিত কৰিছে আৰু তাৰ পৰিণতিত বয়ন শিল্পয়ো যুগ-কাল-পাত্ৰভেদে সময় সাপেক্ষিকভাৱে সভ্যতাৰ লগে লগে সময়ৰ আচোৰ লাগি নতুন নতুন ৰূপেৰে চিৰ ধাৱমান হৈ আহিছে। আদিম অৱস্থাৰ পৰাই মিচিংসকল বস্ত্ৰ সমস্যাৰ সমাধানত স্বাৱলম্বী আছি যদিও আধুনিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাই মিচিং সমাজৰ বয়ন শিল্পৰ অগ্ৰগতি আৰু স্বাৱলম্বীতাত এক বিভ্ৰাটবো সৃষ্টি নকৰাকৈ থকা নাই।

০২ ঃ আদিম মিচিং সমাজে খাদ্য-সামগ্ৰী আহৰণৰ কাৰণে বছৰৰ বাৰ

মাহে বিভিন্ন বতৰত বিভিন্ন কৃষিৰ উৎপাদন কৰাৰ লগতে বস্ত্ৰ সমস্যা সমাধানৰ কাৰণে অন্যবোৰ কৃষিকৰ্মৰ লগতে গুৰুত্বসহকাৰে কপাহ-চুপাগ্ খেতিও নিয়মীয়াকৈ কৰিছিল। সেয়ে একালত উত্তৰ-পূৰ্বাঞ্চলৰ আৰু পাৰস্পৰিক আত্মীয়তাৰ এনাজৰীডাল সুদৃঢ় কৰাত পাদদেশৰ হাট-বজাৰবোৰত প্ৰচুৰ পৰিমাণে কপাহৰ ক্ৰয়-বিক্ৰয়ৰ বিনিময়ে ঐতিহাসিক ঐতিহ্যও বহন কৰি আহিছে।

মিচিংসকলে কপাহ খেতি কৰি অধিক উৎপাদিত কপাহখিনি তেল-নিমখৰ লগত সলনাসলনি কৰাৰ সুচল থকাৰ কাৰণে কপাহে ব্যৱসায়-বাণিজ্যৰো সামগ্ৰী হিচাপে প্ৰাধান্য লাভ কৰিছিল। মিচিংসকলে যে কপাহ খেতি অধিকভাৱে কৰিছিল তাৰ স্বাক্ষৰ বহন কৰি আনিছে মিংচি মৌখিক গীত-মাতবোৰে। সেয়ে তেওঁলোকৰ জনপ্ৰিয় অইনিঃতমত উল্লেখ পোৱা যায়—

'বৃগু আবৃগ্ বৃচ্নদ আবৃগ মলাঃপী,
অগৃন্ গীলা পৃন্লাঃপী গাদু অন্ন চৰলাঃপী

(আহু ধানৰ পথাৰৰ মুৰলিত কপাহ খেতি কৰিম আৰু পিঠিত হুৰা লৈ কপাহৰ জোলাবোৰ ছিঙি আনি জিম কাপোৰৰ সূতা তৈয়াৰ কৰিম।)

এই প্ৰসংগত অতীজৰে পৰা যে পূৰ্বাঞ্চলৰ দাঁতিকাষৰীয়া পাহাৰীয়া অঞ্চলবোৰ কপাহ উৎপন্ন আৰু কপাহ ব্যৱসায়-বাণিজ্যৰো প্ৰধান কেন্দ্ৰ আছিল তাৰ উল্লেখ অসমীয়া গীত-মাত আৰু বিহুগীততো প্ৰকাশ পোৱাটো বিশেষভাৱে উল্লেখযোগ্য—

ধনে কৈ আছৈগে মিচিমি পাহাৰ
আনিব কপাহৰ জোলা,
তুমি বৈ লবা ৰিহাকৈ মেখেলা
মোকে: বৈ দিবা চোলা।

০৩ ঃ বস্ত্ৰৰ মূল উপাদান আছিল কপাহ আৰু সেয়ে তেওঁলোকৰ কাৰণে কপাহ খেতি আছিল অপৰিহাৰ্য খেতি। কপাহৰ জোলাবোৰ ছিঙি হুৰাত ভৰাই আনি ৰ'দ দিয়াৰ পাচত কঃৰেত্-নেওঠনিত নেওঠি কপাহৰ গুটিবোৰ গুচাই তাক কপাহ-ধুনা সঁজুলিৰে ধুনি পাঁজি-কাটি টাকুৰীৰে 'মিৰি-জিন' কাপোৰৰ সূতা আৰু অন্য বিভিন্নধৰণৰ মিহি কাপোৰৰ কাৰণে বিভিন্ন মিহি সূতা প্ৰস্তুত কৰিছিল।

সাধাৰণতে প্ৰত্যেক মিচিং জীয়ৰী-বোৱাৰী, বুঢ়ীলোকে ভাত-পানী খোৱাৰ পাচৰ জিৰণি পৰত সদায়েই এই সূতা কটা কাৰ্য কৰিছিল আৰু পথাৰলৈ অহা-যোৱা কৰোঁতেও টাকুৰীৰে মিহি কপাহী, এড়ি সূতা কটা আজিকালিও মিচিং গাঁৱত প্ৰত্যক্ষভাৱে দেখিবলৈ পোৱা যায়। এইদৰে কটা সূতা কাপোৰ বব পৰাকৈ জোখাৰে গোট খালে কাপোৰ হৈছিল।

জিম কাপোৰ এচটা এচটাকৈ বৈ আৰু তেনে কাপোৰ দুচটা লগলগাই এখনকৈ গাদু-গাচৰ- জিম কাপোৰ তৈয়াৰ কৰে। 'মিৰি-জিন' নামেৰে জনাজাত এইবিধ বিশেষ কাপোৰৰ চাহিদা বহুত আৰু জাতীয় অৰ্থনৈতিক আয়-ব্যয় আৰু ব্যবসায়-বাণিজ্যৰ ক্ষেত্ৰত বিদেশী মুদ্ৰ অৰ্জনৰো সামগ্ৰীৰূপে আজি খ্যাতি লাভ কৰি সৰ্বজনৰ সমাদৃত হৈ পৰিছে।

সামাজিকভাৱে গাদু-মিচিং জিম কাপোৰৰ গুৰুত্ব আৰু সুকীয়া মৰ্যাদা আছে। তেওঁলোকে বিবাহ উপযোগী বয়সৰ পুত্ৰ-বোৱাৰীৰ কাৰণে বোৱাৰী অনাৰ আগতে জিম-কাপোৰ তৈয়াৰ কৰি ৰাখে আৰু বিয়া দিবলগা জীয়ৰীৰ কাৰণেও যৌতুকত দিবলৈ যুগুতাই ৰখাটো তেওঁলোকৰ সামাজিক দস্তুৰ আৰু তেনে কাৰ্য সমাধান কৰিব নোৱাৰাটো সামাজিকভাৱে অসমৰ্থতাৰে পৰিচায়ক।

০৪ ঃ মিচিং বয়ন শিল্পৰ দ্বাৰা প্ৰস্তুত কৰা সাজ-পোছাকবোৰ পৰ্যালোচনা কৰিলে প্ৰধানকৈ পাওঁ— (১) পৰিয়ালৰ লোক সামূহিকভাৱে ব্যৱহাৰ কৰা কাপোৰ, (২) পুৰুষৰ কাৰণে তৈয়াৰ কৰা বস্ত্ৰ আৰু (৩) তিৰোতাৰ কাৰণে প্ৰস্তুত কৰা কাপোৰ।

(১) পৰিয়ালৰ লোকে নিত্য-নৈমিত্তিকভাৱে প্ৰয়োজনত ব্যৱহাৰ কৰা কাপোৰৰ ভিতৰত গাদু-জিম কাপোৰ, পুনাম-বিছনা চাদৰ জাতীয় কাপোৰ, দুমীৰ-গামোচা, তাপুম্-গাচৰ -এড়ি চাদৰ, চগন্-মোনা আদি, এড়িপলু, পাটপলু পুহি, ড়ি সূতা, পাট সূতা কাটিও এড়ি চাদৰ, পাটৰ কাপোৰ বোৱাৰ প্ৰচলন মিচিং সমাজত আছে কিন্তু তেতিয়াৰ দিনত অধিক নাছিল।

(২) পুৰুষৰ সাজ-পোছাকৰ ভিতৰতদ উগন্-ধুতি, গালুক্-চোলা, মিবু-গালুক্-দেওধাই-চোলা, দুমীৰ-গামোচা, গীবুং-টুকুৰা কাপোৰ আদি।

(৩) তিৰোতাৰ কাপোৰৰ ভিতৰত— এগে-মেখেলা, গাচৰ-চাদৰ, চেগ্ৰেগ্-ঠঙালি, নিচেগ্-কেঁচুৱা বন্ধা কাপোৰ, চেগ্বুং-পথালি বুকুত বন্ধা মেঠ'ন, বৃম্সুং-ৰং-বিৰঙৰ চাদৰ, গেৰে-চাদৰ, গেৰ-এগে নিচিলোৱাকৈ ব্যৱহাৰ কৰা মেখেল, কংতৰ-এগে এবিধ মেখেলা, গাপা-গাৰে-কঁকালৰ তলৰ আৰু ওপৰত নিচিলোৱাকৈ পিন্ধা কাপোৰ পায়েগ-হাঁচতি পংতুব-ওৰণি বিয়াত দৰা-কইনাই ব্যৱহাৰ কৰা দুজপীয়া খনিয়া চাদৰ আদি উল্লেখযোগ্য। এই প্ৰসংগত পাহাৰীয়া ঠাইত উঠা-নমা কৰোতে সুবিধাৰ কাৰণে নিচিলোৱাকৈ ব্যৱহৃত পোছাক লক্ষ্য কৰা যায় আৰু এই হিচাপে চিধা-চিঠি চিলাই কৰা পুৰুষৰ চোলায়ো আজি হাতৰ বাউসীত জোৰা লগা চোলাৰ কথাও প্ৰণিধানযোগ্য।

এই প্ৰসংগত ক'ব পাৰি যে এড়িপলু আৰু পাটপলু পোহাটো মিচিঙৰ কাৰণে আদিম যুগৰ পৰা পূৰ্বপ্ৰচলিত পৰম্পৰা নহ'লেও সাম্প্ৰতিক কালত গ্ৰহণ

কৰিছে। এই দুয়োবিধ ৰেশম শিল্পৰ কাৰুকাৰ্যৰ কৃতকাৰ্যতা নিৰ্ভৰ কৰে বতৰৰ অনুকূল পৰিৱেশ আৰু জলবায়ুৰ সাপেক্ষিতাৰ ওপৰত। পাটপলুৰ জন্মস্থান হৈছে চীন-জাপান আদি দেশ যদিও প্ৰব্ৰজন তথা বসতি বিস্তাৰৰ লগে লগে সম্প্ৰসাৰিত হৈছে। অসমত পাটপলু পোহাৰ প্ৰধানতঃ অনুকূল বতৰ হৈছে 'ফাগুন-চ'ত' আৰু 'আহিন-কাতি' মাহ। ভাৰতবৰ্ষৰ অন্য ৰাজ্যৰ বতৰ তুলনামূলকভাৱে অসমৰ লগত একে নহয় আৰু অসমৰ পলু পোহা লোকে নিৰ্ভৰ কৰে প্ৰকৃতিৰ ওপৰত। পশ্চিমবংগৰ মেদিনীপুৰ জিলাত বছৰত পাঁচবাৰ পৰ্যন্ত পাটপলু পোহা দেখিছো। সাম্প্ৰতিক কালত মিচিং জীয়ৰী-বোৱাৰীয়ে পাটপলু পুহি নিজে সূতা কাটি পাট কাপোৰ বয় আৰু তেওঁলোকে ইয়াক উপৰুৱা উপাৰ্জনৰ পথ হিচাপে গ্ৰহণ কৰি উপকৃতও হৈছে।

এড়িপলু পোহাৰ বতৰ অসমত বাৰ মাহে আছে বুলিব পাৰি আৰু এড়িপলু পুহি ইয়াৰ লেটাবোৰ সিজাই চেকুৰাবোৰ বহু দিনলৈ ৰাখি অৱসৰৰ সময়ত আৰু পথাৰলৈ অহা-যোৱা কৰোতে বাটে বাটে টাকুৰীত এড়ি সূতা কাটি জমা কৰি সুবিধা বুজি এড়ি কাপোৰ বয় আৰু ইয়াক মিচিং জীয়ৰী-বোৱাৰীয়ে উপৰুৱা উপাৰ্জনৰ পথ হিচাপে গ্ৰহণ কৰি আহিছে।

মুকলিকৈ গছত মেলি দি পোহা মুগা পলু আৰু টচাৰ পলুৰ লগত মিচিঙৰ সম্পৰ্ক খুব কম। তেওঁলোকৰ অধিকসংখ্যকেই অস্থায়ী স্থান নদীৰ পাৰ, চাপৰি, মাজুলীত বাস কৰে কাৰণে এই দুয়োবিধ পলু পোহাৰ অনুকূল পৰিৱেশ বহুতৰে নাই বুলিব পাৰি। অসমত উৎপাদিত সোণালী ৰঙৰ মুগা কাপোৰ পৃথিৱী বিখ্যাত। টচাৰ পলু অসমৰ বগৰীগছ আদিত দেখিবলৈ পালেও ইয়াক ঘৰচীয়া কৰিব পৰা নাই বা পৰিৱেশো নাই বা উপকৃতও হ'ব পৰা নাই আৰু টচাৰ পলুৰ পৰিৱেশ উৰিষ্যা-বিহাৰ ৰাজ্যতে থকাৰ কথা জনা যায়।

০৫ ঃ মিচিং বয়নশিল্পৰ সঁজুলি তাঁতশালৰ বিষয়ে পৰ্যালোচনা কৰি চালে প্ৰধানকৈ তিনিবিধ তাঁতশালৰ কথা পাওঁ— (১) কঁকালৰ পিঠিফালে এচটা চামৰা বান্ধি তাত ভৰ দি 'ৰাঁচ-ব' বিহীন তাঁতশাল, (২) 'মিৰি-জিন' কাপোৰ বোৱা 'ৰাঁচ-ব' যুক্ত তাঁতশাল।

আদিম মিচিং সমাজত আৰু আজিও প্ৰায়বোৰ মংগোলীয় জনগোষ্ঠীৰ তিৰোতাই ব্যৱহাৰ কৰা 'ৰাঁচ-ব' বিহীন তাঁতশালৰ ব্যৱহাৰ অধিক জনপ্ৰিয় আছিল আৰু সহজে ইয়াক য'লৈ-তলৈ নি য'তে-ত'তে খুঁটি দুটা পুতি লৈ তাঁত বব পৰা সুবিধা বেছি। পথাৰলৈ যাওঁতে মেৰিয়াই হাতৰ কাষলতিত লৈয়ো যাব পাৰি আৰু য'তে সুবিধা পায় বা পথাৰ ৰখি তথা ঠাইত চৰাই-চিৰিকতি খেদি থাকোতেও তাঁত বব পৰা সুবিধা থাকে।

০৫ ঃ অন্য এটা দিশৰ পৰা পৰ্যালোচনা কৰি চালে আজিৰ আধুনিক সাধাৰণ তাঁতশাল, প্লাই-চেটুল-লন, ইলেকট্ৰিক প্লাই-চেটুল-লন আৰু আধুনিক বিজ্ঞানে আধুনিকভাৱে নিৰ্মাণ কৰি উলিওৱা কল-কাৰখানা ক্লথ মিলৰ তাঁতশালবোৰো আদিম সমাজে ব্যৱহাৰ কৰা তাঁতশালৰে উন্নত ৰূপ বুলি ঠাৱৰ কৰিব পাৰি।

০৬ ঃ মিচিংসকলৰ বয়ন-শিল্প যেনেদৰে বৈচিত্ৰ্যৰে ভৰা তেনেকৈ সূতাৰ বিভিন্ন ৰঙৰ বাছনিও নানান ৰঙৰ সমাৱেশেৰে ভৰা। সেইক্ষেত্ৰত তেওঁলোকে প্ৰকৃতিৰ চিৰন্তন ৰঙৰ সমাৱেশক আধাৰ হিচাপে গ্ৰহণ কৰা বুলি উপলব্ধি কৰিব পাৰি। মিচিং কাপোৰবোৰত ৰামধেনুৰ সাতো ৰঙেৰে বঞ্জিত ৰঙৰ দৰে ৰঙৰ সাদৃশ্য ৰাখি বাছনি কৰা নানান ৰঙৰ ভিতৰত (১) লুংনী-ৰঙা ৰং, (২) য়াকান্-কলা ৰং, (৩) গেনী-সেউজীয়া ৰং, (৪) আলদিয়া-হালধীয়া ৰং, (৫) বেঙেনাং-বেঙুনীয়া ৰং, (৬) গুলাপি-গোলপীয়া, (৭) গীজ্‌গ্‌নী- ঘন সেউজীয়া ৰং, (৮) গীয়্‌গনী-পাতল সেউজীয়া ৰং আদিয়ে প্ৰাধান্য লাভ কৰা পৰিলক্ষিত হয়।

মিচিংসকলে যিদৰে ৰং নিৰ্বাচনৰ ক্ষেত্ৰত চিৰপৰিচিত প্ৰাকৃতিক ৰঙকে আধাৰ কৰি লয় তেনেকৈ প্ৰাকৃতিক উপাদান গছ-গছনিৰ বাকলিৰ পৰা পাব পৰা ৰঙৰ সমাৱেশো আহৰণ কৰে। ৰঙৰ ক্ষেত্ৰত বিশেষকৈ 'বুৰবাং' নামৰ এবিধ গছৰ বাকলি পানীত তিয়াই আৰু বিভিন্ন গছ-গছনিৰ পৰা আহৰণ কৰা ৰঙৰ সামগ্ৰীবোৰ খুন্দি গুৰি কৰি পানীত সিজাই সূতাৰ ৰং প্ৰস্তুত কৰিছিল।

এবিধ ৰং কৰা সূতাত অন্য এটা ৰঙৰ সংমিশ্ৰণ ঘটাই বা একাধিক ৰঙৰ সংমিশ্ৰণত ঈষৎ আৰু অন্য গাঢ় ৰং প্ৰস্তুত কৰা পদ্ধতি তেওঁলোকে বাস্তৱিকতে জানিছিল। আজিকালি কোম্পানীবোৰে অৰ্থনৈতিক লালসাত তৈয়াৰ কৰা ভেজাল ৰং আৰু সুলভ মূল্যৰ বৰ্ণাঢ্য ৰঙৰ সূতাবোৰ শিপিনীৰ কাৰণে বিশ্বাসযোগ্য নহয় আৰু আনহাতে তেওঁলোকৰ চাহিদাভিত্তিক নোহোৱাৰ লগতে মাজতে চান-কঢ়া যোগানকাৰীসকলে প্ৰাপ্ত সামগ্ৰীবোৰ পৰিমাণতো বিশ্বাসযোগ্য নোহোৱাৰ পৰিণতিত মিচিং বয়নশিল্পৰ অৱনতি ঘটাটো অন্যতম কাৰণ বুলি প্ৰতিপন্ন কৰিব পাৰি।

০৭ ঃ কাপোৰৰ ৰূপাংকন বা 'ডিজাইন' হৈছে মিচিং শিপিনীৰ বয়নশিল্পৰ বৈশিষ্ট্যৰ নিদৰ্শন। কাপোৰত ফুল-বছা নিদৰ্শন সৌৰ্ন্দৰ্যপিয়াসী কলা-সুলভ, কলা-সাধনা তথা সৌন্দৰ্য্যবোধৰো পৰিচায়ক আৰু তেনেবোৰ নিদৰ্শনে জনগোষ্ঠীৰ আত্মপ্ৰকাশ কৰি স্বকীয়তাৰো পৰিচয় দিয়ে। অন্যহাতেদি বিভিন্ন জনগোষ্ঠীৰ স্বকীয় বয়ন-শিল্পই সেই সেই জনগোষ্ঠীৰ সামাজিক পৰিৱেশ, ঐতিহাসিক আদিম বাসস্থানৰ স্থিতি, কৃষ্টি-সংস্কৃতি আৰু সভ্যতাৰো প্ৰতিভূস্বৰূপে প্ৰকাশ পায়। বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন স্বকীয় বয়ন-শিল্পকলাই শিল্পকলাৰ পাৰদৰ্শিতা, শিল্প নৈপুণ্যৰে জাতীয় প্ৰমূল্যবোধতো অৱদান যোগায়।

বিভিন্ন ৰঙৰ সূতাৰ সমাৱেশৰ ভিত্তিতে উচ্চমানবিশিষ্ট বয়ন শিল্পৰ কাৰিকৰী দিশৰ কথাও নিৰ্ভৰ কৰে আৰু সেইক্ষেত্ৰত মিচিং তিৰোতাৰ কলা-সাধনা আৰু সৌন্দৰ্যবোধ কোনোগুণে কম নহয়। নানান ৰঙৰ কাপোৰ-কানিবোৰত নানান ধৰণৰ ফুলবছা কৌশল আৰু কল্পনাৰ নান্দনিক দিশৰ কথা নিৰীক্ষণ কৰিলে প্ৰত্যক্ষবাৱে সৃষ্টিৰ আধাৰকে সাৰোগত কৰা পৰিলক্ষিত হয়। ইয়াৰ ভিতৰত আকাশৰ তৰা, গছ-গছনিৰ বিভিন্ন অংশ, জীৱ-জন্তুৰ চিত্ৰ, চৰাই-চিৰিকতি আদিৰ ছবিকে বিভিন্ন কাপোৰত চিত্ৰিত কৰা দেখা যায়।

এই বিষয়ত মিমাং-ফুলৰ চানেকি হৈছে সঞ্চিত অভিজ্ঞতাৰ মূল আহিলা। এই প্ৰসংগত মিচিং তিৰোতাই পুৰুষানুক্ৰমে সংৰক্ষণ কৰি অনা মিমাং-চানেকি, গামিক্-ফুলবছা বদ্ধতিৰ কথা বিশেষভাৱে উল্লেখযোগ্য। মিচিং বয়ন শিল্পত সৰল ৰেখাৰ চিত্ৰৰে ফুল বছা চানেকিৰ ভূমিকা অনন্য। ফুলৰ চানেকি আৰু বিভিন্ন ৰঙৰ বাছনিয়ে মিচিং শিপিনীৰ শিল্পনৈপুণ্যৰো পৰিচায়ক। কেতিয়াবা বাটে-পথে হঠাতে দেখা মনঃপূত কোনো নতুন নমুনা দৃষ্টিগোচৰ হ'লে মিচিং শিপিনীয়ে কলৰ পাত চিৰি-চিৰিকৈ ফালি খেৰৰ কাঠিৰে তৎক্ষণাত তুলি লৈ আনি পকোৱা সূতাৰে মিমাং-চানেকি তৈয়াৰ কৰি সংৰক্ষণ কৰা সহজাত প্ৰবৃত্তিৰ কথাই তেওঁলোকৰ অনুসন্ধিৎসু আৰু সৌন্দৰ্য পিয়াসী মনৰো পৰিচায়ক।

০৮ ঃ মিচিং ভাষাত বয়ন শিল্পৰ আনুষংগিক সা-সঁজুলি আৰু আহিলাপাতিৰ যিমানবোৰ স্বকীয় শব্দ আছে তুলনামূলকভাৱে অন্য ভাষাত তেনেকৈ শব্দ আছেনে নাই ই চিন্তনীয় বিষয়। বয়ন-শিল্প সম্পৰ্কীয় শব্দৰ প্ৰাচুৰ্য্যলৈ লক্ষ্য কৰিলে মিচিংসকল যে বয়ন-শিল্পৰ ক্ষেত্ৰত যথেষ্ট চহকী, আগবঢ়া আছিল সেয়া ভাষাতাত্ত্বিক দিশৰ অকাট্য প্ৰমাণ। আজি বিজ্ঞান প্ৰযুক্তি বিদ্যাৰে মিচিং বয়ন শিল্পক বিজ্ঞানসন্মতভাৱে সহজলভ্য কৰি তুলিব নোৱাৰিলেও অসমীয়া জাতীয় জীৱনলৈ মিচিং বয়ন-শিল্পই বিশিষ্ট বৰঙণি যোগাই আহিছে।

০৯ ঃ বয়ন-শিল্পৰ ভূমিকাত আজিও সূতা সিজোৱা, তাঁত লগোৱা, তাঁতবোৱা, ব-তোলা, বাটি-কঢ়া আদি প্ৰক্ৰিয়াৰ লগত আদিম তথা আধুনিক মিচিং সমাজতো সিদ্ধ-নিষিদ্ধ, শুভ-অশুভ, মংগল-অমংগল, সিদ্ধি-প্ৰসিদ্ধিৰ বিচাৰ পৰোক্ষ আৰু প্ৰত্যক্ষভাৱে জনজীৱনত লাভ কৰা সঞ্চিত অভিজ্ঞতাৰাজি জনবিশ্বাস হিচাপে মানি চলা কথাবোৰ অন্তৰ্নিহিত হৈ আছে। সেইবোৰ সামাজিক কুসংস্কাৰ বা জনবিশ্বাসত 'বি-কৰম'-বিকৰ্ম অৰ্থাৎ কৰ্মৰ মন্দ প্ৰতিফলন বুলি জনসমাজে আজিও বিশ্বাস কৰে আৰু তাৰ লগত তান্ত্ৰিক ধ্যান-ধাৰণাও জড়িত থকাৰ উমান পোৱা যায়।

এনে ধ্যান-ধাৰণাৰ ভিতৰত (১) ঋতুমতী তিৰোতাই ক'লা ৰঙৰ সাজপাৰ পৰিধান কৰা, (২) দৰা-কন্যাই হাতে তৈয়াৰ কৰা আৰু হাতেবোৱা সাজ-পোছাক পিন্ধা, (৩) মিবু-দাগ্নাম্-দেওধাইয়ে দেও উঠোতে হাতেবোৱা সাজপাৰ পৰিধান কৰা, (৪) অবিবাহিত গাভৰুৱে চেগ্ৰাঁগ্ টঙালি ব্যৱহাৰ নকৰা, (৫) চিকাৰলৈ বা কাছাৰীলৈ মেল-মিটিং, মামলা-মোকদ্দৰ্শমাৰ কামত যাওঁতে বা শুভ কামত যাত্ৰা কৰোতে তাঁতবাটি নকৰা, তাংত নলগোৱা, (৬) গাঁৱৰ কোনো মান্য লোকৰ মৃত্যুত তাঁত নোবোৱাকৈ গেনা পালন কৰা, (৭) পূজা-পাৰ্বণৰ সময়ত তাঁত নোবোৱা, (৮) কেঁচা সূতা ঘৰৰ ভিতৰত সিজাবলৈ নিদিয়া, (৯) বাঁচ আনে নেদেখাকৈ কাপোৰেৰে মেৰিয়াই নিয়া, গাড়ী-মটৰত নিবলৈ নিদিয়া, (১০) নিসিজোৱা কেঁচা সূতাৰে তাবিজ বা কবচ পিন্ধোৱা আদি বহুতো 'বি-কৰম'ৰ মন্দ-প্ৰতিক্ৰিয়াই সামাজিক জীৱনত জনবিশ্বাস হিচাপে পালনীয়, কৰণীয়া ক্ৰিয়া-প্ৰক্ৰিয়াৰ কথা উল্লেখ কৰিব পাৰি।

১০ ঃ আদিম মানৱৰ বয়ন-শিল্পৰ উদ্ভাৱন প্ৰধানতঃ লাজ নিবাৰণ, স্বাস্থ্যৰক্ষা, আধ্যাত্মিক ধ্যান-ধাৰণা আৰু সৌন্দৰ্যবৰ্ধন আদিৰ প্ৰায়োগিক ভিত্তিক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল যদিও আজিৰ বয়ন-শিল্প ব্যৱসায়িক প্ৰতিযোগিতাৰ বিষয় হৈ পৰিছে আৰু আজিৰ নিত্য নতুন উদ্ভাৱনে অৰ্থনৈতিক ব্যৱসাৰ প্ৰতিক্ৰিয়া হৈ পৰিছে মাথোন। আধুনিক বিলাসীতায়ো জনসমাজত 'লাজত নলৈ ভাৰ বোকোচাত ভাগে কামি হাড়' কৰিছে। আধুনিক বিজ্ঞান-প্ৰযুক্তিবিদ্যাই বয়ন-শিল্পৰ ক্ষেত্ৰত যি পৰিবৰ্তন আৰু যি বিভ্ৰাটিৰে সৃষ্টি নকৰক লাগে বস্ত্ৰ সমস্যা সমাধানত ঘৰুৱা বয়ন-শিল্পৰ মৰ্যাদা সদায় থাকিব আৰু জনজীৱনত ইয়াৰ প্ৰভাৱ চিৰপ্ৰবাহমান হৈয়েই থাকিব, অন্যথাই গ্ৰাম্য আৰ্থ-সামাজিক দিশত জাতীয় জীৱন পংগু হৈ পৰিব।

**সামৰণি ঃ** আমাৰ এই চমু পৰ্যালোচনাত মিচিংসকলে লোক-পৰম্পৰাগতভাৱে সংৰক্ষণ আৰু সংবৰ্ধন কৰা বয়ন-শিল্পৰ সুকীয়া বৈশিষ্ট্য আৰু উৎকৃষ্ট নিদৰ্শন স্পষ্টকৈ উপলব্ধি কৰা হৈছে। কিন্তু এই উৎকৃষ্টতাৰ স্বীকৃতি অসমীয়া জাতীয় জীৱনৰে পৰিচায়ক। এই জাতীয় সম্পত্তিক আধুনিক বিজ্ঞান-প্ৰযুক্তিবিদ্যাৰে সকালোৰ সহজলভ্য হোৱাকৈ উৎপাদান কৰি চাহিদাভিত্তিক আৰু আৰ্থ-সামাজিক দিশত ব্যৱসায়ীমুখী কৰাৰ লগতে বস্ত্ৰ শিল্পৰ দ্বাৰা বিদেশী মুদ্ৰা আহৰণ কৰাটো আজি সৰ্বজনৰে চিন্তনীয় বিষয়।

আজি কৃষি শতিকাত বিজ্ঞানভিত্তিক আৰু ব্যৱসায়ভিত্তিক কৰি এনেবোৰ আপুৰুগীয়া ঘৰুৱা বয়ন-শিল্পক পুনৰ উত্থান, সংৰক্ষণ, সংবৰ্ধন কৰি বিদেশী মুদ্ৰা

আৰ্জনৰো সামগ্ৰীৰূপে প্ৰয়োগ কৰিব নোৱাৰিলে ই এদিন কালৰ বুকুত বিলুপ্তি ঘটিব।

আদিম সমাজৰ যি ঘৰুৱা শিল্পৰ বুনিয়াদৰ ওপৰত আধুনিক সমাজে নিজৰ স্থিতি লাভ কৰি আত্ম পৰিচয়ৰ গৌৰবেৰে গৌৰৱান্বিত হ'ব পাৰিছে সেইবোৰ শিল্প মূল্যাংকন কৰা চিন্তাশীল তথা জননায়কৰ নিতান্ত প্ৰয়োজন হৈ পৰিছে। জাতীয় জীৱনৰ সেইবোৰ সাতামপুৰুষীয়া 'ছাতে শুকুৱা মুঠিলে লুকুৱা' শিল্প নৈপুণ্য বস্ত্ৰই অসমীয়া অস্তিত্ব বহনকাৰী কুটিৰ শিল্পবোৰ এদিন জীৱন অৱলম্বন তথা জনজীৱনভিত্তিক আছিল। কিন্তু আজি বিজ্ঞানসন্মতভাৱে প্ৰগতি লাভ কৰিব নোৱাৰা প্ৰমূল্যবোধ আৰু জাতীয় চেতনাৰ অভাৱত সেইবোৰে মৃত্যুৰ ক্ষণ গণিব লাগিছে। আজি অসমীয়াৰ ঘৰুৱা শিল্পবোৰক বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ দ্বাৰা আধুনিকীকৰণ কৰি নতুন ৰূপত গঢ় দিব নোৱাৰিলে অচিৰে এদিন সেইবোৰ কালৰ বুকুত বিলুপ্তি ঘটাৰ লগতে জনগোষ্ঠীবোৰৰো যে অৱদান অৱলুপ্তি ঘটিব আৰু জাতীয় জীৱনলৈ আদিম জনসমাজে প্ৰদান কৰা ঐতিহ্যৰ চিন-মোকামো নিঃশেষ হৈ যাব। ■

---

*মিচিং আগম্ কৌবাঙৰ মুখপত্ৰ 'লুচাৰ'ত প্ৰকাশিত ঃ ১৯৯৯ চনঃ সম্পাদক*

# জনজাতি-অজনজাতি সমস্যাৰ পৰ্যালোচনা

উত্তৰ-পূৰ্বাঞ্চলৰ জনজাতিৰ সমস্যাবোৰ একেদিনাই বা একে যুগতে গঢ়ি উঠা সমস্যা নহয়, বিশেষসৈ স্বৰাজোত্তৰ কালৰ পৰাই বহু পৰিকল্পনা, বহু আঁচনিৰ পৰা বঞ্চিত হৈ অহা পুঞ্জীভূত সমস্যা। ইয়াত বাস কৰা জনজাতি নামেৰে স্বীকৃতি লাভ কৰা সকলো জনগোষ্ঠী তথা জনজাতি গোষ্ঠীবোৰৰো সমস্যা নোহোৱা নহয়, ইয়াৰে কিছুমান জনজাতিসকলৰ আওপুৰণি সমস্যা, কিছুমান সাৰ্বজনীন সমস্যা আৰু কিছুমান সুকীয়া সুকীয়া জনগোষ্ঠীৰ সুকীয়া সুকীয়া কম-বেছি সমস্যা মাথোন। সেইবোৰ সমস্যাৰ উদ্ভৱ আৰু প্ৰসাৰ সম্পৰ্কে নিৰপেক্ষভাৱে সমীক্ষা কৰি চালে দেখা যায় মূলতঃ জনজাতিৰ সমস্যা হৈছে সাংস্কৃতিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক সমস্যা।

আমি সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ সমস্যা সম্পৰ্কে পৰ্যালোচনা কৰিবলৈ গ'লে প্ৰথমতে এটা প্ৰশ্নৰ উত্তৰ হয় জনজাতিৰ নাগৰিক নথকা কোনোবা পঞ্চায়ত বা জিলা অসমত আছে জানো? সম্ভৱ নাই, পাহাৰ বা ভৈয়ামতো জনজাতি নোহোৱা কোনো জিলা বা পঞ্চায়ত সম্ভৱ অসমত নাই। আমি অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া, অসমৰ লোক-সংস্কৃতি গঠনৰ প্ৰক্ৰিয়া, অসমীয়া ভাষা গঠনৰ প্ৰক্ৰিয়া আদিৰ কথা পৰ্যালোচনা কৰি চালে একে নিবিড় সম্পৰ্কৰ কথাকে পাওঁ। প্ৰকৃতাৰ্থত জনজাতিৰ সমস্যা মানে সমগ্ৰ অসমবাসী তথা অসমীয়া জাতিৰ সমস্যা মাথোন। বিভিন্ন জনগোষ্ঠীৰ সমস্যাৰ মাজত কিছু তাৰতম্য থাকিব পাৰে আৰু তাৰ কাৰণে ভাৰতীয় সংবিধানত জনজাতিসকলক আছুতীয়াকৈ ৰক্ষণাবেক্ষণৰ ব্যৱস্থা দিয়া হৈছে। মাথোঁ তাৰ প্ৰয়োগৰহে প্ৰয়োজন। সেয়ে জনজাতিৰ সমস্যা সকলোৰে সমস্যা, একেজোপা গছৰে সমস্যা, পাৰত গজা সমস্যা নহয়।

জনজাতিসকলৰ প্ৰকৃত স্বৰূপ, আৱেগ-অনুভূতি সম্যকভাৱে উপলব্ধি কৰি পূৰ্ববৰ্তী শাসক দলে সেইবোৰ সমস্যাৰ সমাধানৰ কাৰ্যপন্থা গ্ৰহণ নকৰাৰ ফলত জনজাতিৰ পুঞ্জীভূত সমস্যাবোৰৰ আজি বিস্ফোৰণ ঘটিব ধৰিছে। সমগ্ৰ পৃথিবীজুৰি আজি ক্ষুদ্ৰ ক্ষুদ্ৰ জাতি তথা গোষ্ঠীসত্তাৰ পুনৰ উত্থানৰ যি প্ৰতিক্ৰিয়া তাৰ প্ৰভাৱ ভাৰতৰ ক্ষুদ্ৰ গোষ্ঠীবোৰতো নপৰাকৈ থকা নাই আৰুউ তাৰ প্ৰকৃত কাৰণ একেটাই। আনহাতে ভাৰতৰ কিছুমান জনগোষ্ঠী প্ৰকৃততে তেওঁলোক জনজাতিয়েই, কিন্তু কিছুমান কাৰণত হয়তো অজনজাতি হিচাপে শ্ৰেণীভুক্ত হোৱাৰ পাচত

আকৌ আজি জনজাতি হিচাপে শ্ৰেণীভুক্তৰ স্বীকৃতি বিচৰাটো অতীৱ তাৎপৰ্যপূৰ্ণ আৰু ই বৰ্তমানৰ সমস্যাবোৰক গুৰুতৰ জ্বলন্ত কৰি তোলাৰ অন্যতম নিদৰ্শন। এইবোৰ ক্ষুদ্ৰ জাতিসত্তাৰ পুনৰ উত্থানৰ বা নৱজাগৰণৰ মূল হয়তো একাত্মবোধেৰে বিলীন হৈ যাব নোৱাৰা, নতুবা অৰ্থনৈতিক বৈষম্যৰ পাকচক্ৰত মহাজাতিৰ মাজত সাংস্কৃতিকভাৱেও হেৰাই যোৱাৰ উপক্ৰম দেখি নতুনকৈ আত্মউপলব্ধি কৰা জাগৰণ। প্ৰত্যেক জনগোষ্ঠীয়ে স্বকীয় সাংস্কৃতিক জীৱনধাৰাৰে ধাৱিত হ'বলৈ হ'লে অৰ্থনৈতিক সমতা আৰু স্বচ্ছল জীৱনযাত্ৰাৰ প্ৰয়োজন আৰু তাৰ অবিহনে কোনো জনগোষ্ঠীয়ে গোষ্ঠীসত্তাৰে পৃথিৱীত জীয়াই থাকিব নোৱাৰে। আমি পৃথিৱীত বহু গোষ্ঠীসত্তাৰে সুসংহত জাতিসত্তা বজাই ৰাখি একেটা জাতি তথা একেটা পৰিয়ালৰ দৰে বাস কৰা দেখিছোঃ; কিন্তু সেইবোৰ জাতিসত্তাত অৰ্থনৈতিক বৈষম্য তথা গোষ্ঠীসত্তাৰ বৈষম্য দেখা নাপাওঁ, বৰঞ্চ একাত্মবোধেৰে আৰু একে জাতীয় জীৱনধাৰাৰে ধাৱিত হোৱাহে দেখা পাওঁ। গতিকে গোষ্ঠীসত্তা বজাই ৰাখি জাতীয় সত্তাৰে ধাৱিত হ'বলৈ হ'লে প্ৰথমে অৰ্থনৈতিক বৈষম্যৰ বিলুপ্তি ঘটিব লাগিব, নহ'লে সেই গোষ্ঠীসত্তাৰ সমস্যাৰ সমাধান সম্ভৱ নহয়।

আজি আমি নিৰপেক্ষ আৰু বিজ্ঞানসন্মতভাৱে সাংস্কৃতিক দৃষ্টিভংগীৰে পৰ্যালোচনা কৰি চালে পাম যে মূল অৰ্থনৈতিক উৎপাদনৰ পৰা সংস্কৃতিক বিচ্ছিন্ন কৰিব নোৱাৰো, অৰ্থাৎ সংস্কৃতিক ধাৰণকাৰী বা সংস্কৃতিৰ বাহক জনজীৱন হৈছে মূল আৰু তাৰ লগত অৰ্থনৈতিক বুনিয়াদৰ নিৰৱচ্ছিন্ন সম্পৰ্ক। জনজাতিসকল কৃষিভিত্তিক জীৱনধাৰাৰে ধাৱিত আৰুতেওঁলোকৰ অৰ্থনৈতিক উৎপাদন সম্পূৰ্ণ নিৰ্ভৰ কৰে কৃষি উৎপাদনৰ ওপৰত, শিল্পৰ ওপৰত নহয়। সেই অৰ্থনৈতিক উৎপাদনৰ ওপৰতে ভিত্তি কৰি শাসক দল তথা ৰাজনীতিয়েও দেশৰ অৰ্থনীতি পৰিচালনা কৰে আৰু সম্পূৰ্ণই বৰ্তি থাকে। গতিকে মুদ্ৰাৰ ইপিঠি আৰু সিপিঠিৰ সম্পৰ্ক থকা অৰ্থনৈতিক উৎপাদনৰ পৰা সংস্কৃতিৰ বাহক জনজীৱন, অৰ্থনীতি আৰু ৰাজনীতিক বিচ্ছিন্ন কৰিব নোৱাৰো।

আমি বাস্তৱসন্মতভাৱে এইখিনিতে কৃষিভিত্তিক গণতান্ত্ৰিক জীৱনৰ মূল্যবোধ, নিৰপেক্ষ বিচাৰ-বিবেচনা, প্ৰশাসনিক সমদূৰদৰ্শিতাৰ বিশ্লেষণ কৰি চোৱা প্ৰয়োজন আৰু সম-সহানুভূতিশীল দৃষ্টিভংগী, অৰ্থনৈতিক সমতাৰে দেশৰ শাসন পৰিচালনা কৰা ৰাজনৈতিক কৰ্মকৰ্তাসকলৰো প্ৰশ্ন আহি পৰে। আজি অসমৰ যি অৰ্থনৈতিক অতীজৰ কৃষিভিত্তিক জীৱনধাৰাৰে ধাৱিত অসমীয়া জনজীৱনত নাছিল আৰু তাৰ মৌলিক কাৰণ আছিল একীভূত অৰ্থনৈতিক উৎপাদন-ৰীতিৰে তেওঁলোক ধাৱিত আছিল। পৰৱৰ্তীকালত বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ যোগেদি শিল্প উন্নয়নৰ

দ্ৰুতগতিয়ে সেই জনজীৱনৰ জীৱনধাৰাৰ আমূল পৰিবৰ্তন আনিলে। অসমত শিল্পভিত্তিক জীৱনধাৰাৰে ধাৱিত বহিৰাগতৰ অবাধ প্ৰব্ৰজন আৰম্ভ হ'ল। আজিও অসমৰ খিলঞ্জীয়া সমাজে আগৰ মনোবৃত্তিকে পোষণ কৰি থকাৰ কাৰণে শিল্পভিত্তিক জনসমাজৰ ওচৰত হাৰ মানিছে আৰু ইয়াৰো মূলতে হৈছে অৰ্থনৈতিক উৎপাদনৰ প্ৰতিযোগিতাত পৰাজিত হোৱা বা হাৰ মনাই একমাত্ৰ কাৰণ।

জনজাতিসকল যে অৰ্থনৈতিক ক্ষেত্ৰত সাংবিধানিক ৰক্ষণাবেক্ষণৰ পৰা বহু বিষয়ত অবাঞ্চিতভাৱে বঞ্চিত হৈছে ই কাৰো দৃষ্টিৰ অগোচৰ নহয়। শাসক দলৰ ভুল আঁচনি, ভুৱা পৰিচালনাৰ ফলত তেনেবোৰ আঁচনি বিফল হৈছে। পৰিণামত অৰ্থনৈতিক উৎপাদনৰ ক্ষেত্ৰত নিষ্পেষণ-নিৰ্যাতন ভোগ কৰি জনজাতিয়ে জনজাতিৰ ৰাজনৈতিক নেতাৰ মুখাপেক্ষী হৈ থাকিবলগাত পৰিছে। তেওঁলোকৰ অৰ্থনৈতিক প্ৰগতিৰ আশা-আকাংক্ষা সাংবিধানিক ৰক্ষণাবেক্ষণেই প্ৰকৃতাৰ্থত পূৰণ কৰি শুদ্ধ পথেদি পৰিচালিত কৰিব পৰা নাই, অৰ্থনৈতিক উন্নয়নৰ পৰিকল্পনাবোৰ এটাৰ পাচত এটাকৈ সম্পূৰ্ণ বিফল হৈয়েই আছে আৰু আজিও মাথোঁ শ্লোগানত পৰিণত হৈয়েই আছে। আজি তাৰ পৰিণামত প্ৰত্যক্ষভাৱে দিনকদিনে জনজাতিৰ মাজত অবাঞ্চিতভাৱে দৰিদ্ৰৰ সংখ্যা বৃদ্ধি পাইছে, ফলত স্বাভাৱিকতে অসন্তুষ্টিৰ পাচত অসন্তুষ্টিৰ সৃষ্টি হৈছে। আমাৰ চকুৰ পচাৰতে বহু জনজাতিৰ জনগোষ্ঠীয়ে গণতান্ত্ৰিক ক্ষমতা সাব্যস্ত কৰি ৰাজনৈতিক ক্ষমতা লৈ ৰাজ্য বিভাজনেৰে আমাৰ মাজৰ পৰা আঁথৰি গৈছে আৰু বহুতে অৱস্থিতিৰ পৰিবৰ্তন বিচৰাৰ পোষকতা কৰিয়েই আছে। অ-জনজাতিৰ শ্ৰেণীভুক্ত জনগোষ্ঠীবোৰেও আকৌ জনজাতিৰ শ্ৰেণীভুক্ত হ'বলৈ ন্যায়সংগত স্বীকৃতি বিচৰাটো তেওঁলোকৰ জীয়াই থকাৰ কাৰণে বিচৰা ন্যায্য গণতান্ত্ৰিক অধিকাৰ সাব্যস্ত কৰি পুঞ্জীভূত সমস্যা সমাধানৰ কাৰণে কৰা প্ৰতিক্ৰিয়া।

জনজাতিসকলে আজি বুজি উঠিছে তেওঁলোকৰ কাৰণে অৰ্থনৈতিক উন্নয়নৰ অনুকূল পৰিবেশ নোহোৱা হৈছে আৰু সংবিধানপ্ৰদত্ত হ'লেও ৰক্ষণাবেক্ষণৰ কোনো ফলপ্ৰসূ সমাধান কৰি দিব পৰা নাই। গণতান্ত্ৰিক দেশত অনুকূল পৰিবেশ অবিহনে অৰ্থনৈতিক আঁচনি ঘোষণা কৰিলেও কাৰ্যকৰী নহ'বও পাৰে যদিহে শাসক আৰু শাসিতৰ মাজত নিষ্ঠা আৰু সেৱাৰ সমন্বয়ৰ মনোভাব নাথাকে। আজি সদনৰ মজিয়াত অৰ্থনৈতিক উন্নয়নৰ আঁচনি ঘোষণা কৰিব পৰা ক্ষমতা থাকিলেই বাস্তৱত সমস্যা সমাধান নহয়, আঁচনিৰ ৰূপায়ণত শাসক দলৰ নীতিৰ লগতে সমদূৰদৰ্শিতা আৰু সুদক্ষ পৰিচালনাৰো নিতান্ত প্ৰয়োজন। আজি ব্যক্তিকেন্দ্ৰিক অৰ্থনৈতিক আদৰ্শই সমাজকেন্দ্ৰিকভাৱে বিপৰ্যয়ৰ সৃষ্টি কৰিছে।

এই প্ৰসংগত জনজাতিৰ সৰ্বাংগীণ উন্নয়ন আঁচনিৰ ক্ষেত্ৰত অৰ্থনৈতিক,

সামাজিক, ৰাজনৈতিকভাৱে ভুল বুজাবুজিয়ে নতুন নতুন সমস্যাৰ সৃষ্টি কৰাকেই উল্লেখ কৰিব পাৰি। প্ৰকৃতপক্ষে কোনো আঁচনিয়েই ভৱিষ্যৎ দূৰদৰ্শিতাৰ প্ৰতি লক্ষ্য ৰাখি অৰ্থনৈতিক বাস্তৱসন্মত নীতি নিৰ্ধাৰণেৰে ৰচিত হোৱা নাইবা সঠিকভাৱে জনজাতিৰ মাজত ৰূপায়িত হোৱা নাই আৰু ৰূপায়িত হোৱা হ'লে আজিৰ দৰে সমস্যাৰ পাচত সমস্যাই নিশ্চয় উক দি নাথাকিলহেঁতেন। জনজাতিৰ অৰ্থনৈতিক সমস্যা সমাধানৰ ক্ষেত্ৰত অপ্ৰিয় হ'লেও সত্য যে কেতিয়াবা দাতাই দিলেও বিধাযতাই নিদিয়া, দলীয় স্বাৰ্থৰ অনুকূলে কাৰ্যকৰী কৰা শাসক দলৰ সমদূৰদৰ্শিতাৰ অভাৱত আঁচনিৰ সঠিক ৰূপায়ণ নোহোৱাটো স্বৰাজোত্তৰ কালৰ পৰাই চিৰ বাস্তৱত পৰিণত হৈয়েই আছে।

ৰাজনীতি তথা শাসক দলৰ সুকীয়া দৰ্শন নোহোৱা নহয়। আজিৰ যুগত ৰাজনৈতিক দৰ্শনো একে দৰ্শন। জনজাতিৰ সেই পুঞ্জীভূত সমস্যাবোৰ ক্ৰমাগতভাৱে সমাধানৰ ক্ষেত্ৰত ৰাজনৈতিক দৰ্শনে অদূৰ ভৱিষ্যতে কি প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব পাৰে, তাৰ ভৱিষ্যৎ পৰিণতি কি হ'বগৈ পাৰে, কি ফলপ্ৰসূ পৰিণতিৰে সমস্যাৰ আশু সমাধান কৰিব পাৰে সেইবোৰ কথা বৰ্তমানৰ ৰাজনৈতিক দৰ্শনৰ ওপৰতে নিৰ্ভৰ কৰিছে আৰু সেয়া হৈছে ৰাজনৈতিক দূৰদৰ্শিতা।

আমি জনজাতিৰ সমস্যা সম্পৰ্কে পৰ্যালোচনা কৰি চালে দেখা পাওঁ প্ৰকৃততে জনজাতীয় সমস্যাবোৰ সকলোক্ষেত্ৰতে দেশৰ বিভিন্ন জনগোষ্ঠীৰ পৰা একেবাৰে পৃথক সমস্যা নহয়, কিছুমান জাতীয় জীৱনধাৰাৰ উমৈহতীয়া সমস্যাও জড়িত আছে আৰু কিছুমানহে কম-বেছি পৰিমাণে জনজাতিৰ আছুতীয়া সমস্যা। সেইবোৰ জনজাতিৰ আছুতীয়া সমস্যাবোৰৰ সমাধানৰ কাৰণে ভাৰতীয় সংবিধানত ৰক্ষণাবেক্ষণ দিয়া কিন্তু সমস্যা সমাধানৰ ক্ষেত্ৰত তাক বাস্তৱসন্মতভাৱে ৰূপায়িত কৰা হোৱা নাই।

ই প্ৰসংগত অপ্ৰিয় হ'লেও সত্য যে দেশৰ বাস্তৱসন্মত খাপ নোখোৱা সাংবিধানিক নীতিবোৰ পূৰ্ববৰ্তী শাসকৰ দৰে ৰচনা কৰা সংবিধানৰ পাণ্ডুলিপিৰ সূত্ৰবোৰ কাৰ্যকৰী কৰিবৰ কাৰণে ৰাইজে সময়ে সময়ে শাসক দলৰ নিৰ্বাচন কৰা নাই, বৰঞ্চ প্ৰয়োজনবোধে দেশৰ বাস্তৱসন্মত সমস্যা সমাধানৰ কাৰণে সংবিধান সংশোধন কৰিবলৈকো ক্ষমতা ন্যস্ত কৰা হৈছে; সাংবিধানিক ক্ষমতা তথা অধিকাৰো সংবিধানতে দিয়া হৈছে। সেয়ে শাসক দলে প্ৰয়োজনৰ ভিত্তিত জনজাতিৰ আছুতীয়া সমস্যাক বাস্তৱসন্মতভাৱে আশু সমাধান কৰাৰ কাৰণে সংবিধানো সংশোধন কৰিবলৈ সাহস কৰিব লাগিব, দেশৰ তথা জাতীয় স্বাৰ্থৰ সৰ্বাংগীণ উন্নতিত সংবিধানৰ নীতি প্ৰয়োগ কৰিব লাগিব, সংবিধানে আমাক

পৰিচালনা কৰিলেই নহ'ব, আমিহে সংবিধান ৰচনা কৰি আমাৰ অনুকূলে প্ৰয়োগ কৰিব লাগিব।

জনজাতিৰ অৰ্থনৈতিক উৎপাদনৰ সমস্যা সমাধানৰ ক্ষেত্ৰত যি ভুল বুজাবুজি হৈছে তাক সঠিকভাৱে উপলব্ধি কৰিব নোৱাৰিলে ই সমস্যাৰ পিচত সমস্যাহে বঢ়াব, কোনোকালে ইয়াৰ সমাধান নহ'ব। দেশৰ সমস্যা সমাধানৰ ক্ষেত্ৰত শাসক দলৰে নহয় সকলো নাগৰিকৰে সমান দায়িত্ব আছে আৰু তাৰবাবে সকলো নাগৰিক দায়বদ্ধ। দেশৰ সকলো নাগৰিকৰে অধিকাৰ সমান, মৰ্যাদা সমান, দায়িত্ব সমান আৰু জাতীয় বৃহত্তৰ স্বাৰ্থৰ খাতিৰত অৰ্থনৈতিক বৈষম্যহীন সমাজগঢ়াত নাগৰিকৰ দায়িত্ব সৰ্বাধিক আৰু সেই ৰাজনৈতিক দৰ্শনৰ কথা গণতান্ত্ৰিক দেশত পাহৰিলে সমস্যা সমাধানৰ ক্ষেত্ৰত আউল লাগিব। এনেবোৰ সমস্যা সমাধানৰ ক্ষেত্ৰত গণতান্ত্ৰিক স্বাধীন দেশত শাসক আৰু শাসিতৰ প্ৰভেদ পৰিত্যাগ কৰিব লাগিব। দেশৰ উন্নয়ন আৰু সমাধানৰ ক্ষেত্ৰত সেৱা আগবঢ়োৱাত শাসক আৰু শাসিত পাৰ্থক্য নাৰাখি নিষ্ঠা আৰু সোৱাৰ মনোভাবেৰে সকলো দেশৰ সমস্যা সমাধান কৰিব পৰা যায়। শাসক আৰু শাসিতৰ মাজৰ সকলো ক্ষেত্ৰতে সুকীয়া সুকীয়া অস্তিত্বৰ পোষকতা কৰি থাকিলে সমস্যাই সমস্যাহে বঢ়াব তাৰ কোনো আশু সমাধান কোনো কালে নহ'ব।

প্ৰকৃতপক্ষে গণতান্ত্ৰিক দেশত শাসক দল নিমিত্ত মাত্ৰ, কিন্তু ৰাজনৈতিক দৰ্শনৰ প্ৰক্ৰিয়াইহে মূলমন্ত্ৰ শাসক দল সময়ে সময়ে আহি থাকিব আৰু গৈ থাকিব, কিন্তু তাৰ প্ৰতিক্ৰিয়া জনজীৱনত ৰৈ যাব আৰু সমাধানহীন আচুতীয়া, উমৈহতীয়া সমস্যাৰ লগত জৰ্জৰিত হৈ সদায় থাকিব লাগিব দেশৰ জনগণ আৰু আগন্তুক শাসক দলেও আকৌ সন্মুখীন হ'ব লাগিব সমাধান নোহোৱা দেশৰ সেই একে সমস্যাৰ।

এইক্ষেত্ৰত নিৰপেক্ষ পৰ্যালোচনা কৰি চালে পাম— শাসক দলে এখন দেশ গঢ়িবহে পাৰে, তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে, যেনেকৈ মূৰ্তি নিৰ্মাণকাৰীয়ে মূৰ্তি নিৰ্মাণ কৰিবহে পাৰে, তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰে, মাথোন তাত প্ৰাণ প্ৰতিষ্ঠা কৰিব পাৰিব দেশৰ নিষ্ঠাবান পূজাৰীয়ে, দেশৰ প্ৰকৃত সেৱক-সাধকসকলেহে। গতিকে, ৰাজনীতি কূটনীতিৰ ওপৰত প্ৰতিষ্ঠিত হ'লেও ৰাজনীতিৰো দৰ্শন আছে যি ৰাজনৈতিক দৰ্শনে দেশৰ বাস্তৱসন্মত নিষ্ঠা, নিকা দুৰ্নীতিমুক্ত পৰিচালনাৰ সমদূৰদৰ্শিতাৰে বৈষম্যহীন সমাজ ৰচনাৰে দেশ তথা সমাজৰ, জনগোষ্ঠীবোৰৰ সমস্যা সমাধান কৰিব পাৰিব, নহ'লে নতুন নতুনকৈ বিভিন্ন জনগোষ্ঠীৰ স্বীকৃতি বিচৰা বৰ্তমানে যি গোষ্ঠীসত্তা গঢ়ি উঠিছে সেইবোৰ

গোষ্ঠীসত্তায়ো অদূৰ ভৱিষ্যতে সুকীয়া ৰাজ্যৰ বিভাজন, সুকীয়া সুকীয়া জিলাৰ বিভাজন বিচাৰি এদিন দেশত সমস্যাৰ বিস্ফোৰণ ঘটাব।

জনজাতিৰ সমস্যা সৃষ্টি কৰাত আৰু সমাধান কৰাত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে প্ৰতিক্ৰিয়া কৰা সংগঠন, অনুষ্ঠান- প্ৰতিষ্ঠান, চৰকাৰী-বেচৰকাৰী সংগঠন আদিৰ ভূমিকা আমি নুই কৰিব নোৱাৰো আৰু তেনে পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত শাসক দলে সমদূৰদৰ্শিতা, সমদৃষ্টিভংগী, সমভাবাপন্ন হ'ব নোৱাৰিলে জনজাতিৰ সমস্যা উদ্ভৱ হৈয়েই থাকিব আৰু সেয়ে শেষ পৰিণতি সামাজিক ঐক্য-সম্প্ৰীতি বিনষ্ট কৰি বিভ্ৰাটবো হয়তো সৃষ্টি নকৰাকৈ নাথাকিব। এনেবোৰ অনুষ্ঠানৰ লগতে দেশৰ তথা জাতীয় সৰ্বাংগীণ উন্নয়ন আঁচনি, পৰিকল্পনাৰ কাৰ্যকৰী ব্যৱস্থাবোৰ নিহিত থাকে। প্ৰকৃততে কোনো দলীয় সদস্যই গণতান্ত্ৰিকভাৱে নিৰ্বাচিত হোৱাৰ পাচত তেওঁ দলীয়ভাৱেই বা দলীয়ৰে প্ৰতিনিধি হৈ নাথাকে, উমৈহতীয়া প্ৰতিনিধি হয়। তেনেক্ষেত্ৰত শাসক দলে দলীয় প্ৰতিনিধিৰূপেহে প্ৰতিনিধিত্ব কৰাত প্ৰাধান্য দিবলৈ গ'লে জনজাতিৰ সমস্যা সমাধানত আউল লাগিব আৰু জটিলৰ পৰা জটিলতৰ হৈ পৰিব। সকলো ৰাজ্যতে বহুবোৰ বিস্তৃত জনজাতি অঞ্চল আছে য'ত নেকি তেওঁলোকৰ নিজা প্ৰতিনিধি নাই, সকলোতে থকা সম্ভৱো নহয় আৰু সকলোতে প্ৰতিনিধি কামনা কৰাটোও অবাঞ্ছনীয় কথা বা অবাস্তৱ কথা। এনেবোৰ অঞ্চলবিশেষত নিৰ্ভাচিত প্ৰতিনিধিয়ে নিষ্ঠা আৰু সেৱাৰ মনোবৃত্তিৰে জনজাতিৰো প্ৰতিনিধিত্ব কৰাটো ৰাজনৈতিক দৰ্শন। জনজাতিৰ প্ৰতিনিধি নথকাৰ কাৰণে জনজাতিৰ স্বাৰ্থত আঘাত হনা, জনজাতিয়ে ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত হোৱা কথাবোৰ আজি বাস্তৱসন্মতভাৱে চিন্তা কৰা নিতান্ত প্ৰয়োজন।

এই প্ৰসংগত সংৰক্ষিত সমষ্টি বা প্ৰভাৱশালী জনজাতীয় ৰাজনৈতিক নেতাৰ দ্বাৰা তেনে অঞ্চলবোৰ বিশেষকৈ অৰ্থনৈতিক আদি বিভিন্ন দিশত অধিকভাৱে উপকৃত হৈ অহা আৰু অন্যবোৰ জনজাতীয় প্ৰতিনিধি নথকা অঞ্চলবোৰ সাংবিধানিক সুবিধাৰ পৰা বঞ্চিত হোৱাটো বিশেষভাৱে উল্লেখযোগ্য। জনজাতিৰ ভিতৰৰে বিভিন্ন জনগোষ্ঠীৰ মাজত অসন্তুষ্টিৰ ই এক চিৰবাস্তৱ সমস্যা হৈ পৰিছে আৰু ক্ৰমাগতভাৱে সেইবোৰে নতুন নতুন সমস্যাৰ সৃষ্টি কৰিব লাগিছে। গতিকে, শাসক দলৰ বাস্তৱসন্মত সমস্যা সমাধানৰ দূৰদৃষ্টি আৰু সমদূৰদৰ্শিতা নথাকিলে ভৱিষ্যতে আৰু জনজাতিৰ মাজত নতুন সমস্যাৰ সৃষ্টি হ'ব।

জনজাতিসকলৰ সমস্যাৰ সমাধান কৰিবলৈ হ'লে নতুন পুৰুষে একাত্মবোধেৰে এখন বিভেদহীন, শ্ৰেণীহীন অসমীয়া সমাজ গঢ়াৰ চিন্তা কৰিব লাগিব। পৰস্পৰৰ মাজত আত্মশুদ্ধিৰে বন্ধুত্ব-ভাতৃত্ব, আত্মীয়তা গঢ়ি তুলিব লাগিব। প্ৰত্যেকে যেনেকৈ নিজৰ ছায়া আৰু কায়াৰ সম্পৰ্ক থকাৰ দৰে আৰু ছায়াটোক কায়াটোৰে

অকৃত্রিমভাৱে ভাল পোৱাৰ দৰে সকলোকে আপোন কৰি ল'ব পাৰিব লাগিব। বিভেদহীন এখন অসমীয়া সমাজৰ অবিহনে জাতীয় সত্তা বৰ্তি থাকিব নোৱাৰে, ক্ষুদ্র ক্ষুদ্র গোষ্ঠীসত্তাৰ সমস্যাবো সমাধান সম্ভৱ নহয়।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে 'কুকুৰ চণ্ডাল গৰ্দভৰো আত্মাৰাম, জানিয়া সবাকো কৰিবা প্ৰণাম' বুলি জনমানৱক একাত্মবোধেৰে সচেতন কৰি তেতিয়াৰ অসমৰ সকলো জনগোষ্ঠীৰ লোককে দীক্ষা দি এক জাতীয় ভাবেৰে উদ্বুদ্ধ কৰিছিল। আজিৰ নতুন পুৰুষে মানৱতাবাদেৰে অহিংসা-নীতিৰে সহনশীল একাত্মবোধেৰে বিভেদহীন অসমীয়া সমাজ তথা জাতিৰ পদক্ষেপ ল'ব লাগিব, তেতিয়াহে পৰস্পৰৰ মাজত সামাজিক ঐক্য-সম্প্ৰীতি তথা জাতীয় সংহতি ৰক্ষিত হ'ব।

ৰাজনৈতিক সমাধানেই আজিৰ জনজাতিৰ আওপুৰণি সমস্যা সমাধানৰ একমাত্র পথ হ'ব নোৱাৰে, জনজাতিৰ ক্ষুদ্র ক্ষুদ্র সুকীয়া ৰাজ্য গঠনেই সমস্যা সমাধানৰ একমাত্র কাৰণ হ'ব নোৱাৰে, সুকীয়া সুকীয়া জিলাৰ স্বায়ত্তশাসনৰ পন্থাই একমাত্র কাৰণ হ'ব নোৱাৰে, ই একমাত্র প্ৰশস্ত পথ নহয়, ইয়াৰ লগত বহুতো আনুষংগিক সম্পৰ্ক আছে। সকলোৱে জানে পৃথিৱীত বহুত দেশ, বহুত ৰাজ্য আছে য'ত নেকি বিভিন্ন ক্ষুদ্র ক্ষুদ্র গোষ্ঠীসত্তা, ক্ষুদ্র ক্ষুদ্র জাতিসত্তাৰ জনগোষ্ঠীৰ সমষ্টিৰে সুসংহত জাতিসত্তা তথা বৃহৎ জাতিসত্তাৰে সন্মিলিত জাতি গঠিত হৈ ধাৱিত হৈছে; য'ত নেকি একেটা পৰিয়ালৰ দৰে বাস কৰি আছে আৰু ইয়াৰ মূলতে হৈছে বৈষম্যহীন সমাজ আৰু বৈষম্যহীন জনজীৱনৰ 'অৰ্থনৈতিক উৎপাদন।' গতিকে, জনজাতিসকলৰ সমস্যা সাংস্কৃতিক, অৰ্থনৈতিক আৰু ৰাজনৈতিকভাৱে সমাধান কৰাৰ প্ৰশস্ত পথ হৈছে সমভাবাপন্ন, সমদূৰদৰ্শিতাৰে সাংবিধানিক প্ৰদত্ত বুনিয়াদৰ নীতি সঠিকভাৱে ৰূপায়িত কৰি নিষ্ঠা আৰু সেৱাৰ মনোবৃত্তিৰে সেইবোৰ কাৰ্যকৰী কৰা। ■

---

*'অগ্রদূত' কাকতৰ (তিনিদিনীয়া) ২৬/৩/৮৯ আৰু ২৯/৩/৮৯ সংখ্যাত প্ৰকাশিত :*
*সম্পাদক*

# মিচিং আৰু আহোমৰ সম্পৰ্ক

০১ ঃ মানৱ সমাজৰ অৱস্থিতি আৰু বিস্তৃতিৰ মূলতে হৈছে প্ৰব্ৰজনৰ প্ৰক্ৰিয়া। পৃথিৱীত মানৱ সৃষ্টিৰ আদিম পুৱাৰ পৰাই সেই প্ৰব্ৰজনৰ প্ৰক্ৰিয়া আৰম্ভ হৈছে। আৰু তাৰ পৰিণতিতে বিভিন্ন অঞ্চলত বিভিন্ন পৰিৱেশত, বিভিন্ন জনগোষ্ঠীৰ অস্তিত্ব দেখিবলৈ পাইছো।

০২ ঃ সেই জনগোষ্ঠীবোৰৰ জনসংখ্যা বৃদ্ধি হোৱাৰ ফলত দৈনন্দিন প্ৰয়োজনীয় আহাৰৰ অন্বেষণ তথা নানা সমস্যাৰ সন্মুখীন হৈ নানান উদ্দেশ্যৰে বিভিন্ন দলত বিভক্ত হোৱা প্ৰজাতি-উপজাতি, অধিজাতিৰ পৰিসৰ বৃদ্ধিয়ে কালক্ৰমত গোষ্ঠীসত্বাৰো সৃষ্টি কৰিছিল। এইদৰে একালত বিশাল-বিস্তৃত উত্তৰ-পূৰ্বাঞ্চলৰ একে ভৌগোলিক পৰিৱেষ্টনত স্থানয়ীভাৱে বাসবাস কৰা জনগোষ্ঠীৰ মাজত সময় সাপেক্ষিকভাৱে গোষ্ঠীসত্বাই জাতীয়সত্বালৈ ধাৱিত হৈ সংমিশ্ৰণত বৃহত্তৰ অসমীয়া জাতি গঠন কৰিছিল আৰু এইক্ষেত্ৰত ৰাজকীয় অনুকূল প্ৰভাৱৰ কথাও আমি নুই কৰিব নোৱাৰো।

সেই যুগৰ জাতি গঠনৰ প্ৰক্ৰিয়াত এক দেশ, একে জাতি, একে-সংস্কৃতি, একে মাধ্যম ভাষা, একে আৱেগিক ঐক্যৰ জাতীয় চেতনাৰ উন্মেষ কৰা একাত্মবোধৰ মৌলিক উপাদানৰাজিয়ে বৃহত্তৰ অসমীয়া জাতি গঠন আৰু সংবৰ্ধনেৰে ধাৱিত হোৱাত যি ইন্ধন যোগাইছিল তাত কিন্তু ৰাষ্ট্ৰৰ উত্থান-পতন তথা ৰাজনৈতিক আঁহফলা নীতিয়ে বিভ্ৰাটৰে সৃষ্টি নকৰাকৈ থকা নাছিল।

ৰাজ্য বিস্তাৰ আৰু বিজিত প্ৰজাৰ বিভিন্ন জনগোষ্ঠীৰ মাজত শাসন-প্ৰশাসনৰ বিষয়বাবেৰে পদমৰ্যাদা প্ৰদান কৰি সামাজিক সান্নিধ্যৰ পৰিৱেশত অভিন্নভাৱে সংগঠিত হোৱা সমাজৰ পাৰস্পৰিক আন্তঃবৰ্ণ বিবাহৰ মধুৰ সম্পৰ্কেকক পৰোক্ষ আৰু প্ৰত্যক্ষভাৱে পৃষ্ঠপোষকতা কৰাই বৃহত্তৰ অসমীয়া অৱস্থাৰ জাতীয় সত্তা ৰক্ষা কৰাত অনুকূল অৱস্থাৰ সৃষ্টি কৰিছিল সেয়ে অসমৰ আদিম অধিবাসীসকলৰ ভিতৰত মিচিং আৰু আহোমৰ মাজৰ সম্পৰ্কত ৰাজকীয় পৃষ্ঠপোষকতা কৰা উদাৰ মনোভাৱৰ কথা বিভিন্ন পৰ্যালোচকৰ পৰ্যালোচনাত নোপোৱা নহয়, এই প্ৰসংগত ড° লক্ষ্মী দেৱীৰ ৰাজনৈতিক বিষয়ৰ গৱেষণাৰ ইংৰাজী পুথি 'আহোম-ট্ৰাইবেল্ ৰিলেচন'ত উল্লেখ কৰিছে— 'প্ৰতাপ সিংহৰ

ৰাজত্ব কালৰ পৰাই আহোম বুৰঞ্জীত মিৰিসকলৰ বিষয়ে পোনপ্ৰথমে জনা যায় (১৬০৬-৪১ খ্ৰীঃ)। মিৰিসকলে সৃষ্টি কৰা বাধা-বিঘিনিৰ অন্ত পেলাবলৈ আৰু মিৰিসকলৰ ওপৰত চোকা দৃষ্টি ৰাখি আহোম শাসকবৰ্গক বিদ্ৰোহৰ বা-বাতৰি দিবলৈ প্ৰতাপ সিংহই কটকী (মিৰিৰ মাজৰ পৰা) নিয়োগ কৰিছিল এই লক্ষ্যত উপনীত হ'বৰ কাৰণে মিৰিসকলক সন্তুষ্ট কৰি ৰাখিবলৈকে বিশেষ বিশেষ সা-সুবিধাৰ দিহা কৰিছিল আৰু তাৰে স্বীকৃতিস্বৰূপে আহোম ৰজাক মিৰিসকলে বছৰি 'পচা' অৰ্থাৎ উপঢৌকন দিয়াৰো ব্যৱস্থা (নীতি) কৰিছিল। ইয়াৰ যোগেদি আহোম ৰজাই মিৰিসকলক বশ কৰিছিল। আহোম ৰাজত্বৰ শেষলৈকে প্ৰতাপ সিংহই গ্ৰহণ কৰা এই ব্যৱস্থাটোৱে আহোম আৰু মিৰিৰ মাজত নিবিড় সম্পৰ্ক ৰক্ষা কৰাত সহায় কৰিছিল।' (পৃঃ ১৫৯)

এই প্ৰসংগত বুৰঞ্জীবিদ ছাৰ এডবাৰ্ড গেইটে 'এ হিষ্ট্ৰী' অব আছাম' নামৰ বুৰঞ্জীৰ তথ্যপূৰ্ণ পুথিত মিৰি বা মিচিঙৰ বিষয়ে তাৎপৰ্যপূৰ্ণ মন্তব্য কৰি গৈছে— মূল ইংৰাজীৰ অসমীয়া ৰূপান্তৰ এই ধৰণৰ—

"মিৰিসকলক পৰ্বত-ভৈয়াম উভয়তে ইংৰাজ শান্তিপ্ৰিয় প্ৰজা হিচাপে পোৱা যায়। তেওঁলোকক উত্তৰ-পাৰ্বত্য অঞ্চলতো সম্পূৰ্ণ নিৰ্জু স্বভাৱত পোৱা যায়। তেওঁলোকে আবৰসকলৰ (আদিম) লগত যোগসূত্ৰ ৰক্ষা কৰে আৰু এই পৰিপ্ৰেক্ষিতত মিৰি নামটো আহে আৰু অসমত সেই হিচাপে জনা যায়, যিটো নাম (গ' বিতুইন) "যোগসূত্ৰকাৰী" বা মধ্যস্থ লোক বা মধ্যস্থতাকাৰী লোক বুলি অৰ্থ প্ৰকাশ কৰে। তেওঁলোকে কেতিয়াও কোনোধৰণৰ অশান্তিৰ সৃষ্টি কৰা নাই।" (পৃঃ ৩২২)।

০৩ ঃ পৌৰাণিক তথা মহাকাব্য যুগৰ পৰা যি বিৰাট 'কিৰাট' বা মংগোলীয় জনগোষ্ঠীৰ সাক্ষ্য পাওঁ সেই মংগোলীয় জনগোষ্ঠীৰ অন্যতম প্ৰধান শাখা হৈছে মিৰি বা মিচিং জনগোষ্ঠী। সৰ্বভাৰতীয় পৰ্যায়ৰ অন্যতম ভাষাবিদ ড° সুনীতি কুমাৰ চেটাৰ্জীৰ 'কিৰাট জনকৃতি' নামৰ পুথিত ভাষাতাত্বিক দিশৰ পৰা পৰ্যালোচনা কৰি 'উত্তৰ অসম শাখা' নামৰ ভাষা পৰিয়ালৰ মূল জনগোষ্ঠী হিচাপে অঁকা বা হ্ৰুচু, ডফলা বা নিচি, আবৰ বা আদি, মিৰি বা মিচিং আৰু মিচিমিৰ কথা দাঙি ধৰিছে। ঐতিহাসিক, যুগত চুতীয়া ৰাজত্বৰ পৰা আৰম্ভ কৰি প্ৰবল প্ৰতাপী আহোমৰ ছশ বছৰীয়া ৰাজত্বত মিচিংসকলে অসমৰ ভৈয়াম অঞ্চলৰ বিশেষকৈ নদ-নদী-উপনদীৰ পাৰাপাৰ জুৰি বসতি বিস্তাৰ কৰা আহোম আৰু মিচিঙৰ সামাজিক নিবিড় সম্পৰ্ক গঢ়ি উঠা আৰু ৰাজকীয় শাসন প্ৰশাসনৰ সম্পৰ্কৰ কথাও পাওঁ— এই প্ৰসংগত স্বনামধন্য বুৰঞ্জীবিদ সৰ্বানন্দ ৰাজকুমাৰৰ 'ইতিহাসে সোঁৱৰায়

ছশটা বছৰ' নামৰ বৃহৎ আকাৰৰ গ্ৰন্থত উল্লেখ কৰিছে—

"আহোম বুৰঞ্জীমতে আহোমৰ ৰজাই চুতীয়া ৰাজ্য জয় কৰোতে (১৫২৬ খ্ৰীঃ) কিছুমান মিৰিয়ে আহোম ৰজাৰ বশ্যতা স্বীকাৰ কৰি কৰ দিবলৈ লোৱাত তেওঁলোকক চুতীয়া ৰাজ্যত সংস্থাপন কৰা হয়। চুতীয়া ৰাজ্যৰ উত্তৰ সীমাত মিৰি আছিল। সেইকাৰণে দুয়ো জাতিৰ ভিতৰত বৈবাহিক সম্বন্ধ আৰু অন্য সম্বন্ধ হোৱা আচৰিত নহয়। এনে সান-মিহলি হোৱা আহোম আৰু চুতীয়াক আহোম-চুতীয়া বোলে। চামগুৰীয়া মিৰিয়ে প্ৰথমে ভৈয়ামত বাস কৰে, নতুবা চুতীয়া—মিৰিয়ে বাস কৰে কোৱা টান।" (পৃঃ ৫৪৪)।

০৪ ঃ আহোম আৰু মিচিঙৰ পাৰস্পৰিক নিবিড় সম্পৰ্কৰ কথা পৰ্যালোচনা কৰিবলৈ গ'লে হয়তো কিম্বদন্তী-জনশ্ৰুতিৰ কথাও উল্লেখ কৰা অপ্ৰাসংগিক নহ'ব। বুৰঞ্জীৰ কোনো বিস্মৃত যুগতে মিচিং জনগোষ্ঠীয়ে দুৰ্লংঘ হিমালয় লংঘন কৰি মানস সৰোবৰৰ পৰা নিজৰি-নিগৰি বৈ অহা চম্পো-চিম-চিয়াং নদীৰ পাৰত নদীকেন্দ্ৰিক সভ্যতা বিস্তাৰ কৰা আদিম কোমাম আজি চিয়াং জিলাৰ 'কাৰ্ক-হ্ৰদ'ৰ পাৰত আৱিষ্কৃত হৈছে। মিচিংসকলে পাহাৰ-ভৈয়ামৰ সংগমস্থলৰ পাদদেশত শ শ শতাব্দী ধৰি বসতি বিস্তাৰ কৰাৰ পাচত ক্ৰমান্বয়ে বেলেগে বেলেগে, ফৈদে ফৈদে বেলেগে-বেলেগে নদীৰে দলে দলে, সময়ে সময়ে ভূৰ বান্ধি ভটিয়নী সোঁতত ভৈয়ামলৈ নামি আহি উত্তৰ পাৰে পূবে-শদিয়াৰ পৰা পশ্চিমৰ শেষ সীমা শোণিতপুৰ জিলাৰ বুৰৈ-বুৰুলী (ভড়ৈ-ভড়লী) নদীলৈকে আৰু দক্ষিণে শদিয়াৰ পৰা গোলাঘাট জিলাৰ ধনশিৰি মুখলৈকে অসমৰ নদী-উপনদীৰ পাৰাপাৰ জুৰি বসতি বিস্তাৰ কৰি থকা বহু মনোৰম কাহিনী জনশ্ৰুতিয়ে কয়, এই প্ৰসংগত 'ইতিহাসে সোঁৱৰায় ছশটা বছৰ' পুথিত পৰ্যালোচনা কৰি উল্লেখ কৰিছে—

"আবৰৰ উপদ্ৰৱতে মিৰিসকলৰ কিছুমানে পৰ্বত এৰি ভৈয়ামৰ নৈৰ দাঁতিত বসতি কৰিবলৈ লয়...। ভৈয়ামলৈ অহা মিৰিৰ ভিতৰত সম্ভৱ চামগুৰীয়া মিৰিয়েই পোন প্ৰথম আহে, কাৰণ তেওঁলোকে মিৰিৰ দোৱান সম্পূৰ্ণ ৰূপে পাহৰিলে আৰু অসমীয়া ভাষাক মাতৃভাষাৰূপে বহুত দিনৰ আগেয়ে গ্ৰহণ কৰে।

মিৰি জাতীয় বুৰঞ্জীত পোৱা যায়— 'শত্ৰুক কাটিবলৈ গৈ চামগুৰিয়া মিৰিয়ে ভুলতে নিজৰ গাঁৱৰ মানুহক কাটে। পাচত ভুল বুজি পাই বেজাৰত সকলো এৰি মিৰাং বা উদাসীন হৈ শিৱসাগৰৰ চামগুৰিত বাস কৰে। উদাসীন হৈ অহা বাবে তেওঁলোকক 'মিৰাং' আৰু চামগুৰিত বাস কৰা কাৰণে চামগুৰিয়া বোলে। সেই সময়ত তেওঁলোকে অত্যাচাৰী ডাঙৰ সাপ এটাক বধ কৰাত, আহোম ৰজাই তেওঁলোকক সুধি লৈ অসমীয়া ছোৱালী দিয়ে। তেওঁলোকৰ তিৰুতা অসমীয়া হোৱাৰ কাৰণেই কালক্ৰমত তেওঁলোকে নিজৰ দোৱান পাহৰি যায়।' (পৃ ঃ ৫৩৪-৫৪৪)।

০৫ ঃ সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত আহোম ৰাজ্য বিস্তাৰ হোৱাৰ লগতে বিশেষকৈ ব্ৰহ্মপুত্ৰৰ উত্তৰ ফালৰ পৰ্বত-ভৈয়ামৰ ব্যৱসায়-বাণিজ্যৰো সম্প্ৰসাৰণ হৈছিল আৰু তাৰ ফলত মিচিং আহোমৰ তথা পৰ্বতীয়া-ভৈয়ামীয়াৰ মাজত সম্পৰ্ক সুদৃঢ় হৈ পৰিছিল। বাণিজ্যিক লেনদেনৰ সামগ্ৰীৰ ভিতৰত প্ৰধানকৈ কপাহ, মিচিমি-বৰবিহ, পাহাৰীয়া কাপোৰ, আদা-জলকীয়া, মিচিমি, তিতা, মিৰি-আলু, মিৰি-টেঙা, কচু, লোহা, মিটদা আৰু ভৈয়ামৰ পৰা নিমখ, তেল, আধুনিক সামগ্ৰীৰ সাল-সলনি, বেচা-কিনা, আদান-প্ৰদান ঘটিছিল আৰু আজিও সেই সম্পৰ্ক নোহোৱা নহয়।

ৰাজ্য শাসনৰ লগে লগে প্ৰজাৰ পৰা কৰ-কাটল তুলি দিয়া, দুৱাৰ-ৰখীয়া, দোভাষী (কটকী) আদিত নিয়োগ কৰি শান্তি-শৃংখলাৰে ৰাজ্য শানস কৰাৰ ক্ষেত্ৰত মিৰি কটকী, মিৰি-সন্দিকৈ, বৰুৱা, শইকীয়া, বৰা, পাটগিৰী, গাঁওবুঢ়া (গাম) আদি পদবী দি দায়িত্ব অৰ্পণ কৰাৰ লগতে উপাধি প্ৰদান কৰা কাৰ্যই ৰাজকীয়ভাৱে সহায়-সহযোগ আগবঢ়োৱা বিশেষভাৱে উল্লেখযোগ্য।

০৬ ঃ আহোম আৰু মিচিং তথা মিচিং-অমিচিঙৰ সম্পৰ্ক সুদৃঢ় কৰাত আটাইতকৈ গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে— মানৰ আক্ৰমণৰ শেষত বিভিন্ন জনগোষ্ঠীৰ মাজত বৈবাহিক সম্পৰ্ক সংঘটিত হৈ মিচিং হিচাপে অৱস্থিতি লাভ কৰা অঞ্চল বিশেষৰ মিচিং গাঁওবোৰে মিচিং সমাজখনে।

মিচিং-চুতীয়া, মিচিং-আহোম, মিচিং-কছাৰী আদি সমগোষ্ঠীয়-থিলঞ্জীয়া মংগোলীয় জনগোষ্ঠীবোৰৰ মাজত আদিম অৱস্থাৰ পৰাই বৈবাহিক সম্পৰ্কৰ ক্ষেত্ৰত সংৰক্ষণশীল সামাজিক বিচাৰ থাকিলেও নিষিদ্ধ নাছিল বৰঞ্চ শিথিল বৈবাহিক-নীতি পোষকতা কৰাহে উপলব্ধি কৰা যায়। পৰস্পৰৰ মাজত তেনেভাৱে বৈবাহিক সম্পৰ্ক সংঘটিত হ'লে অষ্ট-বিধ বিবাহ প্ৰথা অনুযায়ী স্বকীয় সামাজিক বিবাহ-নীতিৰে পৰিয়ালত অন্তৰ্ভুক্ত কৰি আত্মীয় কৰি লোৱাৰ নীতি আজিও ৰক্ষিত হৈ আছে।

মানৰ উপৰ্যুপৰি প্ৰথম, দ্বিতীয়, তৃতীয়বাৰৰ অসম আক্ৰমণৰ প্ৰতিক্ৰিয়া বৰ্ণনাৰো অতীত আৰু সেই লোমহৰ্ষক পাশৱিক অত্যাচাৰৰ কাহিনী শুনিলে আজিও হাত-ভৰি পেটত লুকায়। অসমীয়া প্ৰজাৰ এনে এটা বিলাই-বিপত্তি, পানীত হাঁহ নচৰা দুৰ্যোগৰ পৰিস্থিতিত উজনি-নামনি, উত্তৰ-দক্ষিণ, অসমৰ চৌদিশৰ পৰা আতুৰত প্ৰাণ ৰক্ষাৰ কাৰণে য'ৰে-ত'ৰে পৰা, যেনি-তেনি ভাগি আহি সেই সময়ৰ আওহতীয়া বনৰীয়া হিংস্ৰ জীৱ-জন্তুৰ বিশাল ৰাজ্য গোলাঘাট জিলাৰ বিভিন্ন অঞ্চলৰ ডাঙৰ ডাঙৰ হাবি-জংঘলবোৰত অ'ত-ত'ত বহুত দিন আশ্ৰয় লৈ, হাবিয়ে হাবিয়ে লুকাই থাকোতেই বিভিন্ন জনগোষ্ঠীৰ মাজত সামাজিক ঐক্য-সম্প্ৰীতি আৰু

সংমিশ্ৰণ ঘটি একাকাৰ হৈ পৰিছিল।

মান সৈন্যই তৃতীয় আক্ৰমণত ইংৰাজৰ ৰাজ্যৰ সীমাৰ ভিতৰত অত্যাচাৰ কৰাত মান আৰু ইংৰাজ সৈন্যৰ মাজত যুদ্ধ হয় আৰু সেই যুদ্ধত মানৰ সৈন্য হাৰি ১৮২৬ চনত ইয়াণ্ডাবু সন্ধিৰ সূত্ৰে চিৰ-স্বাধীন অসম ৰাজ্য ইংৰাজৰ পৰাধীন হয় আৰু ইংৰাজে ৰাজ্যত শান্তি প্ৰতিষ্ঠা কৰিলে। যেতিয়া অসমত শান্তি প্ৰতিষ্ঠা হ'ল তেতিয়া হাবিয়ে-জংঘলে, পৰ্বতে-পাহাৰে লুকাই থকা ঠাইৰ পৰা ওলাই অহা অধিকসংখ্যক লোকেই বহু বছৰৰ আগতে এৰি অহা দূৰ-দূৰণিৰ নিজৰ নিজৰ পূৰ্বৰ ঠাইলৈ ঘূৰি নগৈ আঁতুৰৰ সময়ত হিয়াৰ ডোলেৰে বান্ধ খোৱা সমাজৰ লগত বৈবাহিক সম্পৰ্কত আবদ্ধ হৈ একাত্মবোধেৰে বৈষম্যহীন সমাজ ৰচনা কৰি ধাবিত হ'বলৈ ধৰিলে আৰু সোয় আছিল পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত মিচিং-অমিচিং আৰু অমিচিং-মিচিঙৰ আৰু আহোম-চুতীয়া আদি জনগোষ্ঠীবোৰৰ মাজত হোৱা বৈবাহিক সম্পৰ্কৰ অন্যতম প্ৰধান কাৰণ। সেয়ে সেই অঞ্চলবোৰত বিভিন্ন ফৈদৰ মাজত বিভিন্ন উপাধিধাৰী পৰিয়াল, বিভিন্ন খেল-ভৈদ আৰু মিচিং সমাজৰো মাজত বিভিন্ন উপ-উপাধিধাৰী পৰিয়াল পৰিলক্ষিত হৈছে— এই প্ৰসংগত মিচিং ফৈদৰ ব্যাখ্যা কৰিবলৈ গৈ অন্যতম খ্যাতনামা নবীন লেখক টংকেশ্বৰ লইঙে 'মিচিং সংস্কৃতিৰ আলেখ্য' নামৰ বৃহৎ আকাৰৰ পুথিত 'মিচিং ভাষা নোকোৱা মিচিং' নামৰ প্ৰবন্ধত এই সম্পৰ্কে নিৰপেক্ষ পৰ্যালোচনা কৰি ৰাজকীয় বৃত্তিয়াল, মিচিং-অমিচিং, অমিচিং-মিচিঙৰ আন্তঃবৰ্ণ বিবাহৰ বা সংকৰণৰ মধুৰ সম্পৰ্কত গঢ়ি উঠা সমাজখনৰ বিষয়ে লিখিছে—

"অসমীয়া ভাষী মিচিংসকলৰ ভিতৰত পাচোটা ভাগ পোৱা যায়— তেমাৰ-গঞা, চামুগুৰিয়া, বংকোৱাল, বিহিয়া আৰু বেবেজীয়া। ইয়াৰ ভিতৰত প্ৰথম তিনিটা ভাগৰ মিচিংসকলৰ পূৰ্বপুৰুষসকল হৈছে উত্তৰ-পূব অসমৰ পাহাৰসমূহৰ পৰা নামি অহা কিচুমান আদি (আবৰ) মানুহ। বাকী পাচৰ দুটা ভাগৰ উৎপত্তি হৈছে ভৈয়ামৰ বিভিন্ন সম্প্ৰদায়ৰ লোকৰ সংকৰণ বা সংমিশ্ৰণত যদিও ভৈয়ামৰ মিচিংসকলৰ ভিতৰতে বহুতো ভাগ আৰু উপভাগৰ সৃষ্টি হৈছে, সাধাৰণতে মিচিং বুলিলে সকলো মিচিঙৰ ভাব, আদৰ্শ, কৃষ্টি, আচাৰ, ধৰ্ম, খাদ্যা-খাদ্য আদি একেই।" (পৃঃ ৬৪১)

০৭ ঃ মিচিংসকলৰ আত্মৰক্ষা আৰু চিকাৰৰ অন্যতম প্ৰধান অস্ত্ৰ-শস্ত্ৰ হৈছে ধনু-কাঁড়। মিচিংসকল ধনু বিদ্যাত পাকৈত। কাড়ত বৰবিহ লগাই দুৰ্দান্ত বনৰীয়া হিংস্ৰ জীৱ-জন্তু বধ কৰে। আহোম-চুতীয়া, আহোম-নগাৰ ৰণত আৰু আহোম-কোঁচৰ ৰণত দেখুওৱা বীৰত্বৰ কাহিনী আজিও মিচিং জনশ্ৰুতিয়ে কয়— এই

প্ৰসংগত ড° লক্ষ্মী দেৱীৰ গৱেষণাৰ ইংৰাজী পুথি 'আহোম ট্ৰাইবেল ৰিলেচনচ'ত উল্লেখ কৰিছে—

"মিচিংসকল ধনু বিদ্যাত পাকৈত আছিল, সেয়ে ৰজাই মিৰিসকলক কাঢ়ী আৰু কাঢ়ী সৈন্যত অন্তৰ্ভুক্ত কৰি ল'বলৈ আদেশ দিছিল। ইয়াৰ উপৰি আহোম ৰজাই অন্যান্য মিৰি খেলকো আহোম সৈন্যত নিযুক্তি দিবৰ কাৰণে বৰবৰুৱাক আদেশ দিছিল। শদিয়াল মিৰিসকলক শদিয়া-খোৱা গোহাঁইৰ তত্ত্বাৱধানত দিছিল আৰু সেই কাঢ়ী-মিৰিসকলক তদাৰক কৰাৰ কাৰণে মিৰি বৰুৱা হিচাপে এজন নতুন বিষয়া নিযুক্ত কৰিছিল। মিৰিসকলৰ কেইবাটাও কাঢ়ী-ভৈদ আছিল। যেনে— অয়েংগীয়া, চামুগুৰিয়া, চুতীয়া, চায়েংগীয়া, আবৰ-মিৰি, জনগঞা, ডাম্বোকীয়াল, তামাৰ-গঞা, দৈতিয়াল (দহোতীয়াল), মিৰাং, লাচন-গঞা ইত্যাদি' (পৃঃ ১৬১)। আৰু তিনি বছৰীয়া শৰাইঘাটৰ যুদ্ধতো সেনাপতি, পালি-সেনাপতিসকলৰ মাজত অঞ্চল বিশেষৰ ৰখিয়াত মিৰিসন্দিকৈ আছিল শদিয়াৰ পৰা সৰু-চিলা পৰ্বতৰ দায়িত্বত' (লীলা হাজৰিকা)।

০৮ ঃ বিৰাট 'কিৰাট' জনগোষ্ঠীৰ হিমালয়ৰ মধ্যাঞ্চলেদি, দক্ষিণ-পূব ব্ৰহ্মদেশৰ পাটকাইয়েদি আৰু তুলনামূলকবাৱে সোৱণশিৰি-চিয়াং-লোহিত-ব্ৰহ্মপুত্ৰ উত্তৰ-পূব সধিয়া অঞ্চলেদি চিৰ-সেউজীয়া পূত-পবিত্ৰ মুনি মনোহৰা দেৱতা-দানৱ-অসুৰৰ মিলনৰ লীলাভূমি অসমলৈ আদিম যুগতে প্ৰব্ৰজন কৰি অহা মিচিঙৰ শাখা-প্ৰশাখা সংখ্যাগৰিষ্ঠ নহ'লেও পৌৰাণিক মহাকাব্যৰ পৰা আৰম্ভ কৰি আধুনিক অসমীয়া সাহিত্য বুৰঞ্জীত কাব্যকাহিনী, জনসাহিত্য, গীত-মাত আদিত বিশিষ্ট ভূমিকা গ্ৰহণ কৰি আছে আৰু ই মিচিং জনগোষ্ঠীৰ অন্যতম পৰিচায়ক।

আহোম ৰাজত্বত তাই-মংগোলীয়সকলে মিচিংসকলক ৰাজকীয়ভাৱেই মৰ্যাদা প্ৰদান কৰা নাছিল, বৰঞ্চ সামাজিকভাৱেও আত্মীয় কৰি লোৱা অসংখ্য কাহিনী জনশ্ৰুতিয়ে কয়— যদিও ৰাজকীয় বুৰঞ্জীত তথা ৰজাঘৰীয়া বুৰঞ্জীত প্ৰাধান্য দিয়া উপলব্ধিৰ কৰা নাযায়— এই প্ৰসংগত ড° লক্ষ্মী দেৱীৰ ইংৰাজী গৱেষণা পুথি 'আহোম-ট্ৰাইবেল ৰিলেচনচ'ত উল্লেখ কৰা বিষয়টো তাৎপৰ্যপূৰ্ণ—

"বৰগোহাঁই পৰিয়ালৰ বকলা গোহাঁইৰ কোনো সতি-সন্তান নথকাত এজন মিৰি ল'ৰাক তোলনীয়া পো-হিচাপে গ্ৰহণ কৰি ডাঙৰ-দীঘল কৰিছিল। সেই তোলনীয়া পুত্ৰক পাচত মিৰি সন্দিকৈ বুলি জনা যায় আৰু তেওঁৰ উত্তৰ পুৰুষসকল মিৰি সন্দিকৈ পৰিয়ালৰ বংশধৰ। গদাধৰ সিংহৰ ৰাজত্বকালত মিৰি সন্দিকৈ বংশৰে এজনক শদিয়াৰ শাসনকৰ্তা নিযুক্তি কৰিছিল' (পৃঃ ১৬৭)।

মানৱ সৃষ্টিৰ আদিম পুৰাৰ পৰা হয়তো অনাগত দিনতো গোষ্ঠীসত্তা ভিমিতি

নোহোৱাকৈ বৃহত্তৰ জাতীয়সত্তালৈ ধাবিত হোৱা জনসমাজক অভিন্ন তথা একাত্মবোধেৰে আবেগিক ঐক্যৰ নেদেখা এনাজৰীৰ বান্ধোনেৰে বান্ধি ৰখাৰ অন্যতম উপাদান হৈছে— পৰস্পৰৰ মাজত সাংস্কৃতিক বিনিময়, সেয়ে ৰাজ্যিক তথা জাতীয় ভিত্তিত আহোম ৰাজদৰবাৰৰ পৃষ্ঠপোষকতাত ৰংপুৰৰ ৰংঘৰৰ বাকৰিত উদ্‌যাপন কৰা 'ৰংপুৰত সাত বিহুৰ মেলা'ৰ চিৰ-যুগমীয়া, চিৰস্মৰণীয়, অসমীয়া জাতিৰ সংস্কৃতিৰ কীৰ্তিচিহ্নৰ স্বৰ্ণ-সৌধ ৰংঘৰে আজিও আমাক সোঁৱৰায়। সেই জাতীয় সংস্কৃতিৰ সাত বিহুৰ মাহ-মেলাত 'মিৰিবিহু'ৰ ভূমিকা আৰু অনুষ্ঠানত সৌষ্ঠৱ বঢ়োৱা 'মিৰি-বিহু-নাচ' আছিল আহোম মিচিঙৰ সৌহাদ্যপূৰ্ণ সম্পৰ্কৰ পৰিচায়ক আজি আমি নৃতাত্বিক দিশৰ পৰা পৰ্যালোচনা কৰি চালে হয়তো মংগোলীয় আৰ্য্যয়-দ্ৰাবিড়ীয় কোনো জনগোষ্ঠীৰ লোকৰ দেহত হয়তো বিশুদ্ধ তেজৰ কণিকা বিচাৰিলে পোৱা নাযাব আৰু বৃহত্তৰ অসমীয়া জাতি সত্তাৰে ধাবিত হৈ আহোতে সংমিশ্ৰণৰ সোঁতত একাকাৰ হৈ পৰা প্ৰক্ৰিয়া আৰু প্ৰতিক্ৰিয়াক হয়তো ৰাজনৈতিক আঁহফলা নীতিয়েও হেঙাৰ দি ৰাখিব নোৱাৰিব। ■

*মিচিং আগম্ কেবাঙৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত ঃ জোনাই অধিবেশন ঃ ১৯৯৯ সম্পাদক*

# অৰ্থনৈতিক বিপৰ্যয়ৰ অন্যতম কাৰণ শিক্ষা

॥ ক ॥

শিক্ষাই হৈছে জীৱন আৰু জীৱনেই হৈছে শিক্ষা। শিক্ষা আৰু জীৱনৰ নিৰবচ্ছিন্ন সম্পৰ্ক। শিক্ষাৰ অৰ্থ আৰু উদ্দেশ্য সমাজ বিৱৰ্তনৰ লগে লগে সলনি হৈ থাকিলেও ব্যক্তি তথাসামাজিক জীৱনৰ প্ৰস্তুতি শিক্ষাৰ যোগেদিয়ে হয়।

আধুনিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অধিক প্ৰভাৱেৰে প্ৰভাৱান্বিত আজিৰ যুগৰ শিক্ষা বুলিলে প্ৰধানতঃ সাধাৰণ শিক্ষা আৰু প্ৰযুক্তিবিদ্যাৰ কাৰিকৰী শিক্ষাৰ কথাকে বুজিব লাগিব। এই শিক্ষা আৰু বিদ্যাৰ অৰ্থ হৈছে উদ্দেশ্য ব্যক্তিকেন্দ্ৰিকেই হওঁক অথবা কৰ্মকেন্দ্ৰিকেই হওঁক বা সমাজকেন্দ্ৰিকেই হওক ই মূলতঃ ব্যক্তিৰ বিকাশ সাধন কৰে আৰু এই ব্যক্তি বিকাশে সমাজ তথা দেশৰ বিভিন্ন দিশত প্ৰভাৱ বিস্তাৰ কৰে। গতিকে, আজিৰ যুগত শিক্ষা আৰু বিদ্যাৰ অৰ্থ আৰু উদ্দেশ্য ব্যক্তি তথা সমাজৰ বিজ্ঞানসন্মত আৰু পৰিবেশৰ লগত পাৰস্পৰিক সম্পৰ্ক ৰক্ষা কৰা বুনিয়াদৰ ওপৰতে ভিত্তি কৰি ৰূপায়িত হোৱাটো নিতান্তই বাঞ্ছনীয়।

আজি সমাজৰ সৰ্বতোপ্ৰকাৰৰ উন্নতি আৰু প্ৰগতি নিৰ্ভৰ কৰিছে সাধাৰণ শিক্ষাৰ যোগেদি লাভ কৰা জ্ঞান আৰু বিজ্ঞানৰ প্ৰযুক্তিবিদ্যাৰ ফলপ্ৰসূ প্ৰতিক্ৰিয়াৰ অধিক ৰূপায়ণত। এইক্ষেত্ৰত জনসমাজৰ মাজত আধুনিক শিক্ষাই কি ইন্ধন যোগাব পাৰিছে আৰু তাৰ ফলত আৰ্থ-সামাজিক জীৱনধাৰাৰ মানদণ্ড আৰু জীৱনধাৰা কোন পথেদি ধাৱিত হৈছে তাক আজি পৰ্যালোচনা কৰি চোৱা নিতান্ত প্ৰয়োজন হৈছে।

আমি ৰাজ্যিক পৰ্যায়ত তুলনামূলকভাৱে পৰ্যালোচনা কৰি চালে পাম যে অসমৰ মুঠ জনসংখ্যা হৈছে ১৪,৯৫৭,৫৪১ জন (চেন্সাছ অব ইণ্ডিয়া ১৯৭১)। ইয়াৰে ৭৮৮৫,০৬৪ জন পুৰুষ আৰু ৭,০৭২,৪৭৮ গৰাকী তিৰোতা। নিৰক্ষৰ পুৰুষৰ সংখ্যা হৈছে ৪৯,৯১,২৪৬ জন আৰু তিৰোতাৰ ১৩,১৫,৪৮০ গৰাকী। পুৰুষ-তিৰোতাৰ শিক্ষিতৰ হাৰ ২৮.১%। গতিকে আমি সৰ্বভাৰতীয় পৰ্যায়ত শিক্ষাৰ ঘাই সুঁতিৰ লগত নিজৰ সমতা আৰু সমপৰ্যায়ৰ পদমৰ্যাদা ৰক্ষা কৰি সৰ্বতোপ্ৰকাৰে খোজত খোজ মিলাই আগুৱাই যাবলৈ হ'লে জাতীয় চেতনাৰে সামূহিকভাৱে অদম্য প্ৰচেষ্টাৰো প্ৰয়োজন।

আমাৰ অৰ্থনৈতিক উন্নয়নৰ সোপান হৈছে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যা। এইক্ষেত্ৰত আমি সাধাৰণ শিক্ষাৰ প্ৰয়োজনীয়তাৰ কথাত এটা পৰ্যায় বিশেষলৈকেহে বিশেষভাৱে গুৰুত্ব আৰোপ কৰিব লাগিব। সকলো পৰ্যায়তে সকলো শিক্ষাৰ্থীৰ কাৰণে সাধাৰণ শিক্ষাক প্ৰাধান্য দি থকাৰ পৰিণামতে আজি পদে পদে 'অৰ্থনৈতিক উৎপাদন'ৰ (ইকন'মিক প্ৰজেক্ট) বিভিন্ন দিশত আমি বাধাগ্ৰাস্ত হৈছো। আজি দেশৰ এনেবোৰ বাধাগ্ৰস্ত অৰ্থনৈতিক সমস্যা সমাধানৰ ক্ষেত্ৰত বিফলতাৰ প্ৰতিক্ৰিয়াৰ বিভিন্ন শ্ৰেণী আৰু বিভিন্ন জনগোষ্ঠীৰ মাজত সাংবিধানিক ক্ষমতা প্ৰয়োগেৰে ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ জন্মযন্ত্ৰণাৰো উন্মেষৰ কাৰণ হৈ পৰিছে আৰু ইয়াৰ প্ৰকৃত মৌলিক বিষয়বোৰৰ ভিতৰত অন্যতম বিষয় হৈছে বিভিন্ন শ্ৰেণী আৰু জনগোষ্ঠীৰ মাজত বৰ্তমানৰ ব্যক্তিবিশেষৰ শিক্ষাৰ আদৰ্শই সৃষ্টি কৰা অৰ্থনৈতিক বৈষম্য আৰু বিপৰ্যয়।

প্ৰকৃতাৰ্থত শিক্ষাৰ দ্বাৰাই ব্যক্তিৰ বিকাশ হয় আৰু শিক্ষাৰ অবিহনে ব্যক্তিৰ বিকাশ সম্ভৱ নহয়। কিন্তু দেশৰ পৰিবেশ দেশ-কাল পাত্ৰভেদে সেই শিক্ষাৰ প্ৰমূল্য সুকীয়া সুকীয়াভাৱে ব্যক্তিৰ জীৱন দৰ্শতন প্ৰতিফলিত হয় সেয়ে জননায়ক তথা চিন্তানায়কৰ আদৰ্শৰ ভূমিকা হিচাপে জনসমাজে গ্ৰহণ কৰি আহিছে। আমাৰ মাজত ব্যক্তি শিক্ষাৰ এনে প্ৰতিক্ৰিয়াৰ প্ৰতি সূক্ষ্ম দৃষ্টিভংগীৰ আৰুচেতনাৰ অভাৱতে আজি শিক্ষাৰ নামত 'দেখাক দেখি-একাদশী পালন কৰা'ৰ দৰে আমি অভিভাৱকসকলে অৰ্থৰ অপব্যয়, শিক্ষাৰ্থীৰ বয়সৰ অপব্যয় আৰু বংশানুৱৰ্তন সহজাত প্ৰবৃত্তিৰো অপব্যয় কৰি আছো।

আজিও আমাৰ সমাজ প্ৰধানতঃ কৃষিভিত্তিক জীৱনধাৰাৰে ধাৱিত। শিল্পভিত্তিক জীৱনধাৰাৰ প্ৰমূল্যবোধ আজিও গভীৰভাৱে উপলব্ধি কৰিব পৰা হোৱা নাই, সেয়ে আমাৰ অৰ্থনৈতিক উৎপাদনৰ পৰিবেশ হৈছে মূলতঃ কৃষি উৎপাদন। 'অৰ্থনৈতিক উৎপাদন'ৰ ক্ষেত্ৰত কৃষি উৎপাদনকাৰী জনসমাজে শিল্পৰ উৎপাদনকাৰী জনসমাজৰ প্ৰতিযোগিতাত হাৰ মানিছে। আজি সাধাৰণ শিক্ষাৰ যোগেদি প্ৰযুক্তিবিদ্যাৰ বলত বলীয়ান হৈ আধুনিক কৃষি পদ্ধতি গ্ৰহণ নকৰিলে আৰ্থ-সামাজিক দিশত কৃষিভিত্তিক জনসমাজ স্বাৱলম্বী হোৱা সম্ভৱ নহয়।

অতীজৰ অসমীয়া সমাজ কৰ্মবিমুখ নাছিল বৰঞ্চ শ্ৰমৰ মৰ্যাদাৰে মহিমামণ্ডিত। কঠোৰ পৰিশ্ৰমী আৰু স্বাধীনচেতিয়া গুণৰাজি তেওঁলোকৰ মজ্জাগত। পৰমুখাপেক্ষী, পৰশ্ৰীকাতৰ হৈ জীৱন নিৰ্বাহ কৰা ন্যছিল। অসমীয়া সমাজে কেৰাচিন-নিমখকণৰ বাহিৰে আনৰ ওপৰত নিৰ্ভৰ কৰা নাছিল। আত্মনিৰ্ভৰশীল আৰু আত্মবলেৰে বলীয়ান অসমীয়াৰ কাৰণে পৰনিৰ্ভৰশীল হোৱাটো জাতীয় জীৱনৰ লজ্জাৰ বিষয় আছিল। স্বাৱলম্বী হৈ জীৱন নিৰ্বাহ কৰাটো অসমীয়াৰ চাৰিত্ৰিক গুণ আছিল। আজিৰ

নতুন পুৰুষে আধুনিক শিক্ষাৰে শিক্ষিত হৈ শ্ৰমৰ মৰ্যাদা উপলব্ধি কৰিব নোৱাৰাটো জাতীয় জীৱনৰ বিপৰ্যয়ৰ অশুভ লক্ষণ। বিনা শ্ৰমেৰে অৰ্থ উপাৰ্জনৰ পথ অবলম্বন কৰা, বিনা অধ্যয়নেৰে কোনো বিষয়ত কৃতকাৰ্যতাৰ ফল আশা আৰু অন্য পন্থা অবলম্বন কৰা কৰ্ম-বিনা শ্ৰম-বিনা জাতীয় 'অৰ্থনৈতিক উৎপাদন'ৰ কামনা কৰা নৈতিক জাতীয় চৰিত্ৰৰ পৰিপন্থী আৰু অদূৰ ভৱিষ্যতৰ শুভ লক্ষণ নহয়।

সাধাৰণ শিক্ষাৰে শিক্ষিত মেধাৱী, কঠোৰ পৰিশ্ৰমী, কৰ্মক্ষম; কাৰ্য-অনুৰাগী সৎ আৰু নিষ্ঠাৰে দায়িত্ব পালন কৰা কৰ্মপটু গুণৰাজিৰ অধিকাৰী শিক্ষাৰ্থীসকলে কেৱল সাধাৰণ উচ্চশিক্ষাৰ নামত জীৱনপাত কৰাৰ কোনো অৰ্থ নাই বৰঞ্চ কৰ্মমুখী আৰু উৎপাদনমুখী, বিজ্ঞান কাৰিকৰী আৰু প্ৰযুক্তিবিদ্যাৰ ওপৰত গুৰুত্ব আৰোপ কৰি আত্মনিয়োগেৰে দেশৰ অৰ্থনৈতিক উৎপাদনত বৰঙণি যোগোৱাই প্ৰশস্ত পথ। আজিৰ ব্যক্তিকেন্দ্ৰিক কৰ্মবিমুখ সাধাৰণ শিক্ষাৰে শিক্ষিত ব্যক্তিৰ আদৰ্শই জনসমাজৰ পুঞ্জীভূত অৰ্থনৈতিক বিপৰ্যয়ক সম্মোহিত কৰি সমস্যাৰ সমাধান কৰিব নোৱাৰে বৰঞ্চ সমস্যা বঢ়াবহে।

জাতীয় জীৱনত সকলো প্ৰকাৰৰ শিক্ষাৰে প্ৰয়োজন, কিন্তু সকলো শিক্ষাৰ্থীৰ কাৰণে সকলো শিক্ষা প্ৰয়োজনত নাহে। আজিৰ শিক্ষাৰ্থীক বাস্তৱসন্মত শিক্ষাৰ প্ৰয়োজনীয়তাৰ স্পষ্ট নিৰ্দেশ দিব পৰা শিক্ষাৰ আদৰ্শ, অৰ্থ আৰু উদ্দেশ্যৰ পৰিপ্ৰেক্ষিতত ব্যক্তিৰ গ্ৰহণযোগ্য জীৱনাদৰ্শ তথা আদৰ্শ শিক্ষাৰ নিতান্ত প্ৰয়োজন। সেয়ে এটা বিশেষ পৰ্যায়লৈকে সম্যক জ্ঞান পাব পৰা সাধাৰণ শিক্ষাৰ গুৰুত্ব দিয়াটো সমীচীন, কিন্তু তাৰ পাচৰ পৰ্যায়ৰ পৰা আধুনিক শিক্ষাই কৰ্মমুখী তথা অৰ্থনৈতিক উৎপাদনৰ জীৱন সংস্থানৰো ব্যৱহাৰত সহায়ক হোৱাটো আমাৰসকলোৰে বাস্তৱসন্মত কাম্য। প্ৰকৃতপক্ষে অৰ্থনৈতিক উৎপাদনৰ পটভূমিত ব্যক্তিৰ জীৱনাদৰ্শই সমাজ তথা দেশক ইন্ধন যোগোৱা নিতান্ত বাঞ্ছনীয়, নহ'লে শিক্ষাৰ ব্যৱহাৰিক দিশত কোনো প্ৰমূল্য থাকিব নোৱাৰে।

এই প্ৰসংগত আমি বাস্তৱসন্মত প্ৰয়োজনীয় শিক্ষাৰ লগত পাৰস্পৰিক সম্পৰ্ক ৰক্ষা কৰি পৰ্যালোচনা কৰি চালে প্ৰথমতে মেধাৱী শিক্ষাৰ্থীৰ কাৰণে কোনো বিষয়ৰ বিশেষজ্ঞৰ চিন্তা-চৰ্চা, প্ৰশাসন আৰু গৱেষণা আদি কামত অহা সাধাৰণ উচ্চশিক্ষাৰ প্ৰয়োজনীয়তা; দ্বিতীয়তে মধ্য-মেধাৱী শিক্ষাৰ্থীৰ কাৰণে মেট্ৰিক পৰ্যায়ৰ পাচৰ বিভিন্ন বিষয়ৰ বিভাগীয় উচ্চ কাৰিকৰী তথা প্ৰযুক্তিবিদ্যাৰ প্ৰয়োজনীয়তা আৰু তৃতীয়তে কম-মেধাৱী মেট্ৰিক পৰ্যায়ৰ তলৰ শিক্ষাৰ্থীৰ কাৰণে বিভিন বিষয়ৰ উৎপাদনমুখী সাধাৰণ প্ৰযুক্তিবিদ্যা, কৰ্মমুখী বিদ্যাৰ অতীব প্ৰয়োজনীয়তাৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰো।

আজি আমাৰ দেশত আধুনিক সাধাৰণ শিক্ষাৰ যি প্ৰক্ৰিয়া আৰু প্ৰতিক্ৰিয়া, যি আদৰ্শ ই কৰ্মবিমুখ অকৰ্মণ্য নিৱনুৱা তৈয়াৰ কৰা কাৰখানাৰ শিক্ষাৰ আদৰ্শ আৰু ই আমাৰ দেশৰ বাস্তৱসম্মত অনুকূল পৰিবেশৰ লগত নিবিড়ভাৱে খাব খোৱা কৰ্মমুখী অৰ্থনৈতিক প্ৰগতিৰ পৰিপন্থী মাথোন। যি শিক্ষাই ব্যক্তিৰ মানসিক শক্তিৰ বিকাশ সাধন কৰি শাৰীৰিক, নৈতিক, বৌদ্ধিক, সাংস্কৃতিক জীৱন-দৰ্শনৰ শিক্ষা দিয়ে সেই শিক্ষাৰ আজি বিপৰ্যয় ঘটিছে আৰু আজিৰ শিক্ষাই সামাজিক জীৱনত ভাবাদৰ্শৰ বিপৰীতে অনৈতিক, উচ্ছৃংখল, বিশৃংখল আদৰ্শৰ প্ৰতিক্ৰিয়াৰেহে ধাবিত হোৱা পৰিলক্ষিত হৈছে।

আজিৰ যি শিক্ষা ই প্ৰকৃতাৰ্থত বাস্তৱসম্মত আধুনিক সমাজৰ ফলপ্ৰসূ আৰু সমাজ বিৱৰ্তনৰ কোনো গ্ৰহণযোগ্য শিক্ষা নহয়, বৰঞ্চ সামাজিক, নৈতিক, আধ্যাত্মিক দিশত ভাৰতীয় জীৱনাদৰ্শৰো ঘোৰ পৰিপন্থী। এই প্ৰসংগত উল্লেখ কৰিব পাৰো যে আমি পাশ্চাত্য সভ্যতাৰ সকলো খাৱন-শোৱন, পিন্ধন-উৰণ, চলন-ফিৰণ, থকা-মেলা আদিৰ অনুকৰণ কৰি আধুনিক সাজ-সজ্জাৰে সজ্জিত ঘৰ-বাৰীৰে জীৱন নিৰ্বাহ কৰিবলৈ শিকিছো হয়, কিন্তু সেইবোৰ তৈয়াৰ কৰিবলৈ বা তৈয়াৰ কৰি ল'বলৈ কাৰিকৰী দিশৰ বিদ্যাৰে স্বাৱলম্বী হ'বলৈ হ'লে শিকা নাই। শাৰীৰিক শ্ৰমৰ মৰ্যাদা, শ্ৰমৰ গুণগত ভূমিকা কি তাক হৃদয়ংগম কৰিব পৰা নাইয মাথোন পৰনিৰ্ভৰশীল শিক্ষাৰ আদৰ্শকে গ্ৰহণ কৰিছো। আজি আমি আধুনিক জীৱন-যাত্ৰাত প্ৰত্যেকটো কথা পৰমুখাপেক্ষী হৈ কৰ্মবিমুখ শিক্ষাৰেহে অনুগামী হৈছো আৰু ই জাতীয় চৰিত্ৰৰ নৈতিক অৱনতিৰ বাহিৰে দেশৰো শুভ লক্ষণ নহয়।

জন্মৰ পৰা মৃত্যুলৈকে মানুহৰ যাত্ৰাই যেনেকৈ বিভিন্ন স্তৰ অতিক্ৰম কৰি আহে ঠিক তেনেকৈ শিক্ষাৰ ফলপ্ৰসূ প্ৰতিক্ৰিয়াই জীৱনাদৰ্শৰূপে জনসমাজক জীৱন-যাত্ৰাৰ লগত পাৰস্পৰিক সম্পৰ্ক ৰক্ষা কৰি সমাজক জাতীয় প্ৰগতিৰ পথেৰে অগ্ৰগতি হোৱাতউপকৃত কৰি ইন্ধন যোগাব পৰাটো বাস্তৱসম্মত কথা। প্ৰত্যেকজন ব্যক্তিৰ নৈতিক চৰিত্ৰ গঠন, আধ্যাত্মিক ধ্যান-ধাৰণাত, সাংস্কৃতিক জীৱন-যাত্ৰাত শিক্ষাৰ ভূমিকা যে সৰ্বাধিক তাক কোনেও নুই কৰিব নোৱাৰে। কিন্তু আজি ব্যক্তিৰ শিক্ষাদৰ্শৰ বাস্তৱ ফলপ্ৰসূ প্ৰতিক্ৰিয়াই ব্যক্তিকেন্দ্ৰিক হ'বলৈ, সৎ নীতিৰ, সৎ আদৰ্শবাদীৰ পৰিবৰ্তে দুৰ্নীতিপৰায়ণ হ'বলৈ, পুত-পবিত্ৰ সংস্কৃতিৰ শিক্ষাৰ পৰিবৰ্তে দুষ্কৃতিবান আৰু সমাজক সু-আদৰ্শৰ পৰিণামত দুৰ্দশাগ্ৰস্ত কৰি নৈতিক চৰিত্ৰৰ অৱনতি ঘটাই— শিক্ষাদৰ্শত বিপৰ্যয়ৰ সৃষ্টি কৰি উচ্ছৃংখল অধঃপতনৰ ফালেহে লৈ যোৱা পৰিলক্ষিত হৈছে।

আজিৰ যুগ বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ যুগ, প্ৰশ্ন আৰু যুক্তিতৰ্কৰ যুগ, শিল্পভিত্তিক প্ৰতিযোগিতা আৰু প্ৰত্যাহ্বানৰ যুগ। জনজীৱনক আজি বিজ্ঞানৰ নতুন নতুন আৱিষ্কাৰে জীৱন-যাত্ৰাৰ সকলো দিশতে প্ৰভাৱ পেলাই আধুনিকীকৰণ কৰাত অনুপ্ৰাণিত কৰিছে যদিও শিক্ষাই জনজীৱনৰ মান উন্নীত কৰি অৰ্থনৈতিক অনুধাৱেনেৰে প্ৰগতিৰ পথেদি অনুগামী কৰা পৰিলক্ষিত হোৱা নাই।

আজি প্ৰাচ্য-পাশ্চাত্য তথা পৃথিৱীৰ সকলো দেশতে বিজ্ঞান আৰু শিল্পৰ দ্ৰুত উন্নয়নে জীৱনৰ প্ৰমূল্যবোধ, জীৱনযাত্ৰাৰ অভ্যাস, আধুনিক আচাৰ-ব্যৱহাৰ, নতুন নতুন চিন্তাধাৰা, নতুন নতুন দৃষ্টিভংগীৰে জীৱনবোধৰ নতুন আদৰ্শ, নতুন জীৱন দৰ্শন, নতুন দৰ্শনৰ মূল্যাংকন আৰু সাংস্কৃতিক মূল্যবোধৰো আমূল পৰিবৰ্তন ঘটাইছে। ইয়াৰ ফলত আজি সমাজ-সচেতন লোকৰ বাবে আধুনিক শিক্ষাৰ অৰ্থ আৰু উদ্দেশ্য তথা লক্ষ্যৰো ব্যাখ্যা সুকীয়া হৈছে আৰু সেই জীৱনদৰ্শনৰ অন্যতম কাৰণ ব্যাখ্যাৰ পটভূমি হৈছে 'অৰ্থনৈতিক উৎপাদন'। আজি শিক্ষাৰ প্ৰায়োগিক তথা প্ৰয়োগবাদী শিক্ষাৰ দৰ্শনে জনজীৱনক বাস্তৱবাদী প্ৰযুক্তিবিদ্যাৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত কৰি অধিক বাস্তৱমুখী কৰিছে। সেই বাস্তৱমুখী শিক্ষাৰ দৰ্শনে অৰ্থনৈতিক, সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক দিশত নতুন যুগৰো সূচনা নকৰাকৈ থকা নাই। গতিকে, নিৰক্ষৰক স্বাক্ষৰ কৰা, সাধাৰণ উচ্চশিক্ষাৰ ওপৰতে অধিকভাৱে গুৰুত্ব আৰোপ কৰি আত্মনিয়োগ কৰি থকাৰ ফলত দিনকদিনে আৰ্থ-সামাজিক দিশত জনজীৱন পংগু হৈ গৈছে।

আজি গভীৰভাৱে জীৱনদৰ্শন আৰু শিক্ষাৰ লগত থকা ঘনিষ্ঠ সম্পৰ্কৰ কথা চিন্তা কৰাৰ দিন সমাগত হৈছে। ব্যক্তিবিশেষে গ্ৰহণ কৰা জীৱন দৰ্শনৰ ওপৰত ব্যাখ্যা কৰিয়ে শিক্ষাৰ অৰ্থ আৰু উদ্দেশ্য, শিক্ষাৰ আদৰ্শজনিত কথাবোৰ ব্যাখ্যা কৰি থাকিলে নহ'ব, বৰঞ্চ সমাজকেন্দ্ৰিক শিক্ষাৰ আদৰ্শ, দেশৰ স্বকীয় বাস্তৱসন্মত পৰিবেশ আৰু সমাজভিত্তিক জীৱনধাৰাৰ লগত নিবিড় সম্পৰ্ক ৰাখিহে শিক্ষাৰ সুদূৰপ্ৰসাৰী ফলপ্ৰসূ প্ৰতিক্ৰিয়াৰ কথা চিন্তা কৰি শিক্ষাগ্ৰহণ কৰাৰ বাহিৰে আগন্তুক বংশধৰসকলৰ গত্যন্তৰ নাই।

ব্যক্তিয়ে জীৱনত লাভ কৰা শিক্ষা, জ্ঞান আৰু অভিজ্ঞতাৰ প্ৰতিফলনৰ দ্বাৰা জাগতিক জীৱনাদৰ্শ গ্ৰহণ কৰে আৰু সেই দৃষ্টিভংগীত সমাজ সচেতন, চিন্তানায়ক, চিন্তাশীল ব্যক্তিৰ বাস্তৱসন্মত সঠিক পথৰ সন্ধানত শিক্ষাই ব্যক্তিক সহায় কৰে। সেইদৰে ব্যক্তিৰ জীৱনাদৰ্শৰ বিভিন্ন দিশ পৰ্যালোচনা কৰি চালে দেখা যায় যে দেশ-কাল তথা সমাজ বিবৰ্তনৰ যুগে যুগে শিক্ষাৰ মূল্যাংকন আৰু মূল্যবোধৰো পৰিবৰ্তন সাধি আহিছে।

আজি ভাৰতবৰ্ষৰ দৰে দাৰিদ্ৰ্য সীমাৰেখাৰ তলত বাস কৰা অধিকসংখ্যক জনগণৰ গণতান্ত্ৰিক দেশত শিক্ষাৰ ফলপ্ৰসূ প্ৰতিক্ৰিয়াৰ সমাজকেন্দ্ৰিক তথা সাৰ্বজনীন সমতা ৰক্ষা কৰাত সৰ্বতোপ্ৰকাৰে সহায়ক হোৱাটো সকলোৰে কাম্য। কিন্তু সমাজতান্ত্ৰিক চিন্তাৰ পৰিবৰ্তে অধিকভাৱে ব্যক্তিকেন্দ্ৰিক চিন্তাৰ পোষকতা কৰাটো জাতীয় জীৱনৰ কাৰণে শুভ লক্ষণ নহয়। এইদৰে ব্যক্তিকেন্দ্ৰিক আদৰ্শৰ অৰ্থনৈতিক সামৰ্থ্যকে যদি বাস্তৱসন্মত শিক্ষাদৰ্শনৰ বুনিয়াদ হিচাপে গণ্য কৰি অধিকভাৱে প্ৰাধান্য দিবলৈ গ'লে অদূৰ ভৱিষ্যতে তাৰ প্ৰতিক্ৰিয়াই জনমানসত বিপৰ্যয় ঘটাব। ■

---

*"দৈনিক অসম" ৪ জুন, ১৯৮৯ চন, দেওবাৰৰ সংখ্যাত প্ৰকাশিত ঃ সম্পাদক*

# চাহিদাভিত্তিক শিক্ষাৰ প্ৰয়োজনীয়তা

।। খ।।

জীৱনক লৈয়ে শিক্ষা আৰু শিক্ষাই হৈছে জীৱন। জন্মৰ পৰা মৃত্যুলৈকে অবিৰাম প্ৰক্ৰিয়াৰ মাজতে শিক্ষাৰো উদ্দেশ্য নিহিত হৈ আছে। এই শিক্ষাৰ প্ৰক্ৰিয়াক আমি সাধাৰণভাৱে লিখা-পঢ়া শিক্ষা আৰু ব্যৱহাৰিক শিক্ষা, কাৰিকৰী শিক্ষা, প্ৰযুক্তিবিদ্যা আদি নামেৰে অভিহিত কৰো। ইয়াৰ লগতে সাধাৰণ শিক্ষাৰ ওতঃপ্ৰোত সম্পৰ্ক আছে আৰু ই টকা এটাৰ ইপিঠি আৰু সিপিঠিৰ দৰে সম্পৰ্ক।

কাৰিকৰী বিদ্যাক সাধাৰণতে দুটা ভাগত ভাগ কৰিব পাৰি— (১) সাধাৰণ শিক্ষাৰে আয়ত্ত কৰিব পৰা বিদ্যা আৰু (২) হাইস্কুলৰ শিক্ষান্ত পৰীক্ষাৰ পাচত শিকিব পৰা উচ্চ পৰ্যায়ৰ শিক্ষা। এনে শিক্ষাৰ একোটা বিশেষ লক্ষ্য থাকে আৰু শিক্ষা শেষ কৰাৰ পাচতে ব্যক্তিৰ চাহিদাভিত্তিৰ উৎপাদনেৰে কৰ্মসংস্থান হয়।

যুগ যুগ, দেশ-কাল-পাত্ৰ ভেদে দেশ তথা সামাজিক পৰিবেশৰ লগত খাপ খুৱাই শিক্ষাৰো উদ্দেশ্য পৰিবৰ্তিত হয়। এনে শিক্ষাৰ উদ্দেশ্য ব্যক্তিবিশেষৰ জীৱনক কেন্দ্ৰ কৰি সাধিত হ'লেও দেশ তথা মানৱ সমাজৰ উন্নতি সাধনতো সি পৰোক্ষ বা প্ৰত্যক্ষভাৱে বৰঙণি যোগায়। সাধাৰণ শিক্ষাৰ বুনিয়াদৰ ওপৰতে প্ৰযুক্তিবিদ্যাৰো উৎকৰ্ষ সাধিত হয় আৰু এনে শিক্ষাৰ উদ্দেশ্য যি কি নহওক ইয়াৰ মৌলিক দিশ হৈছে— সকলো স্তৰতে ইয়াক খাপ খুৱাই লোৱা।

আমাৰ দেশৰ চাহিদাভিত্তিক শিক্ষাৰ পৰ্যালোচনা কৰিবলৈ গ'লে ইয়াৰ লগত নিৰৱচ্ছিন্নভাৱে সম্পৰ্ক থকা দেশৰ পাৰিপাৰ্শ্বিক প্ৰভাৱৰ কথা উলাই কৰিব নোৱাৰি আৰু সেইবোৰৰ ভিতৰত প্ৰধানকৈ— (১) পৰিবেশ, (২) প্ৰাকৃতিক অৱদান, (৩) আধুনিক বিজ্ঞান আৰু ইয়াৰ গৱেষণাৰ দ্ৰুত উন্নয়ন, (৪) প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগ, (৫) উৎপাদিত সামগ্ৰীৰ চাহিদা।

উত্তৰ-পূব ভাৰতৰ এই বিশাল বিস্তৃত অঞ্চল বিভিন্ন প্ৰাকৃতিক সম্পদৰাজিৰে ভৰা। ইয়াৰ ভূ-গৰ্ভ আৰু বহিৰ্ভাগত প্ৰাকৃতিক সম্পদৰাজিৰ আজিও বহুতো কুবেৰ সম্পত্তি হৈ অনাদি অনন্তকালৰ পৰা বিৰাজ কৰি আছে। সেইবোৰৰ প্ৰকৃততে আবিষ্কাৰ আৰু প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগেৰে মূল্যায়ন কৰি দেশবাসীৰ অৰ্থনৈতিক

উন্নয়নত প্ৰয়োগ কৰা হোৱা নাই।

আনহাতে আমাৰ সাধাৰণ বাস্তৱদৃষ্টিত পূৰ্বাঞ্চলৰ ভূমি-খণ্ড উৰ্বৰা আৰু সাৰুৱা। গতিকে বিভিন্ন বতৰত বিভিন্ন কৃষিকৰ্মৰ কাৰণে অতীৱ উপযোগী পৰিবেশ প্ৰকৃতিয়ে যোগাই আছে। প্ৰত্যেকটো প্ৰাকৃতিক সম্পদৰাজিও সুকীয়া সুকীয়া বৈশিষ্ট্যৰে পৰিপূৰ্ণ। ইয়াৰ কোনোটোকে আজি প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগেৰে কাৰ্যকৰী ব্যৱস্থা গ্ৰহণ কৰি দেশৰ অৰ্থনৈতিক উন্নতিত প্ৰকৃতপক্ষে মূল্যাংকন কৰা হৈছে বুলি ক'ব পৰা নাই। এখন দেশৰ অৰ্থনীতি নিৰ্ভৰ কৰে দেশৰ উৎপাদিত উপাদানৰাজিৰ মূল্যাংকনৰ ওপৰত।

আমাৰ ভাৰতবৰ্ষৰ দৰে উৎপাদনমুখী পৰিকল্পনাৰ দেশত জনশক্তি হৈছে মূলধন। জনশক্তিক মূলধন কৰি আঁচনিৰ যোগেদি শিক্ষা। প্ৰশিক্ষণৰ যোগেদি দক্ষ কাৰিকৰী কৰ্মী, শ্ৰমিক হিচাপে নিয়োগ কৰি উৎপাদনৰ হাৰ নবঢ়ালে অৰ্থনৈতিক দিশত দেশৰ অগ্ৰগতি হ'ব নোৱাৰে।

গ্ৰাম্য অৰ্থনীতিত কুটীৰ শিল্প, ক্ষুদ্ৰ উদ্যোগবোৰে বিশেষ ভূমিকা ল'ব পৰা পৰিবেশ নোহোৱা নহয়। দেশৰ জনসংখ্যা বৃদ্ধিৰ অনুপাতে আমাৰ দেশত কুটীৰ শিল্পৰ উদ্যোগ গঢ়ি নুঠাটো দুৰ্ভাগ্যজনক কথা। উপযুক্ত কাৰিকৰ তৈয়াৰ কৰা আৰু উদ্যোগ আঁচনিৰ সম্পৰ্ক ৰক্ষা কৰাৰ ক্ষেত্ৰত ৰাষ্ট্ৰৰ ভূমিকা সৰ্বাধিক। এনে আঁচনিবোৰত জনশক্তিক প্ৰয়োগ কৰিব নোৱাৰিলে অৰ্থনৈতিক দিশত দেশৰ উন্নতি হ'ব নোৱাৰে। এখন দেশৰ সৰ্বাংগীণ উন্নতি নিভৰ কৰে সু-স্বচ্ছল অৰ্থনীতিৰ ওপৰত আৰু দেশৰ অৰ্থনীতিও অনুধাৱিত হয় দেশৰ অধিক উৎপাদন সামগ্ৰীৰ ওপৰত আৰু দুয়োটা নিৰ্ভৰ কৰে দক্ষ কাৰিকৰ জনশক্তিৰ ওপৰত।

শিক্ষাৰ অবিহনে দেশৰ সৰ্বাংগীণ উন্নতি আমি আশা কৰিব নোৱাৰো। দেশৰ সকলো লোকৰ কাৰণে সাধাৰণ শিক্ষা অপৰিহাৰ্য। কিন্তু আজিৰ যান্ত্ৰিক বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ উন্নতিৰ যুগত দেশৰ অগণন সাধাৰণ শিক্ষাৰে শিক্ষিত কৰ্মবিমুখ নিবনুৱা তৈয়াৰ কৰা শিক্ষাৰ প্ৰয়োজন নোহোৱা হৈ পৰিছে। আমি যদি এই কথা বিশ্লেষণ কৰি চাওঁ তেন্তে প্ৰধানকৈ— (১) স্কুলৰ সাধাৰণ শিক্ষিত বা হাইস্কুলৰ শিক্ষাৰ দেওনা পাৰ হ'ব নোৱাৰা প্ৰাপ্তবয়স্কঃ শিক্ষিত নিবনুৱা, (২) হাইস্কুলৰ দেওনা পাৰ হৈ কলেজৰ সাধাৰণ শিক্ষাৰে শিক্ষিত বা কলেজৰ দেওনা পাৰ হ'ব নোৱাৰা শিক্ষিত নিবনুৱা আৰু (৩) বিশ্ববিদ্যালয়ৰ দেওনা পাৰ হোৱা বা নোহোৱা শিক্ষিত নিবনুৱাৰ কথা পাওঁ।

ইয়াৰে প্ৰথমটো অৰ্ধশিক্ষিত নিবনুৱাসকলৰ শাৰীৰিক কাৰ্যক্ষম অৱস্থা আৰু

বুদ্ধিবৃত্তিৰ কথাও যদি সূক্ষ্মভাৱে পৰ্যালোচনা কৰি চাও দেখা পাম যে অষ্টমৰ পৰা দশম শ্ৰেণীলৈকে সাধাৰণ শিক্ষা পোৱা প্ৰাৰম্ভিক প্ৰাপ্তবয়স্কঃ অৰ্ধশিক্ষিত নিবনুৱাৰ সংখ্যাই সৰ্বাধিক।

আজি আমি তুলনামূলকভাৱে সেইচাম অৰ্ধশিক্ষিত নিবনুৱাৰ কথা প্ৰাথমিক পৰ্যায়ৰ শিক্ষাৰ পৰা স্কুল শিক্ষাৰ শেষপৰ্যন্ত যদি চাওঁ গড় হিচাপে সেইচামহে শিক্ষিত নিবনুৱাৰ দলত শাৰী পূৰাই সৰ্বাধিক সংখ্যা বঢ়ায়। সেই সৰ্বাধিক সংখ্যাক সাধাৰণ শিক্ষাপ্ৰাপ্তসকলক ১৫ বছৰ বয়সৰ পৰা কৰ্মক্ষম প্ৰাপ্তবয়স্কঃ শিক্ষিত নিবনুৱা হিচাপে গণ্য কৰা হয় আৰু সেইসকলৰ কাৰণেহে প্ৰকৃততে চাহিদাভিত্তিক শিক্ষা বা প্ৰযুক্তিবিদ্যাৰ অত্যন্ত প্ৰয়োজন। দেশৰ ঐশ্বৰ্য বৃদ্ধিৰ ক্ষেত্ৰত অৰ্ধশিক্ষিত সেইচামক দেশৰ সৰ্বাংগীণ উন্নতিৰ কাৰণে জনশক্তিৰ মূলধন হিচাপে গণ্য কৰি কাৰ্যপন্থা গ্ৰহণেৰে কাৰ্যত প্ৰয়োগ কৰিব পাৰিলে দেশৰ অপূৰণীয় জনশক্তিৰ অংশ এটা পূৰণ হ'ব আৰু অৰ্ধশিক্ষিত নিবনুৱা সমস্যাৰো সমাধান হ'ব, তাত কাৰো দ্বিমত নাই।

আমাৰ দেশৰ চাহিদাভিত্তিক শিক্ষাৰ প্ৰয়োজনীয়তাৰ প্ৰতি লক্ষ্য ৰাখি চৰকাৰে প্ৰাপ্তবয়স্কঃ নাগৰিকৰ শিক্ষাৰ কাৰণে অনা-আনুষ্ঠানিক শিক্ষাৰো প্ৰৱৰ্তন কৰিছে। আমাৰ ৰাষ্ট্ৰীয় প্ৰাপ্তবয়স্কঃ শিক্ষা আঁচনিৰ যোগেদি দেশৰ অগণন নিৰক্ষৰ নাগৰিকক আক্ষৰিক জ্ঞানেৰে উপযুক্ত কৰি গঢ় দি যাতে তেওঁলোকে ব্যৱহাৰিক জীৱন-যাত্ৰাত নিত্য প্ৰয়োজনীয় চাহিদাভিত্তিক সামগ্ৰীবাজি প্ৰযুক্তিবিদ্যাৰ প্ৰয়োগেৰে উৎপাদন কৰি উপকৃত হ'ব পাৰে তাৰ প্ৰতি বিশেষ লক্ষ্য ৰখা হৈছে।

আজি আধুনিক কাৰিকৰী প্ৰযুক্তিবিদ্যা আয়ত্ত কৰি দেশৰ অৱহেলিত বিভিন্ন কুটীৰ শিল্পবোৰৰ উন্নতিসাধন কৰিব পাৰিলে সৰ্বসাধাৰণ লোক অৰ্থনৈতিক দিশত স্বাৱলম্বী হ'ব পাৰিব আৰু আত্মনিৰ্ভৰশীল হৈ নিবনুৱা সমস্যাৰো সমাধানত বৰঙণি যোগাব পাৰিব।

দেশৰ স্বাধীন নাগৰিক হিচাপে কৰ্মভিত্তিক স্বাৱলম্বনৰ ক্ষেত্ৰত দেশবাসীৰ আত্মচেতনা যিভাৱে জাগ্ৰত হ'ব লাগিছিল সেইভাৱে আজিও জাগ্ৰত হোৱা নাই, বৰঞ্চ শাৰীৰিকভাৱে বিভিন্ন দিশত ব্যক্তিৰ লগত দেশৰ ঐশ্বৰ্য বৃদ্ধিৰ কাৰণে কঠোৰ পৰিশ্ৰম কৰি সাধাৰণ শিক্ষাৰে পোৱা বিদ্যা-বুদ্ধিৰ দ্বাৰা উপাৰ্জন কৰি দেশৰ শ্ৰীবৃদ্ধি সাধনত বিপুল বৰঙণি যোগোৱা আৰু চাহিদাভিত্তিক প্ৰয়োজনীয় সামগ্ৰীবাজিৰ ক্ষেত্ৰত আত্মনিয়োগ শ্ৰমজীৱী লোকৰ প্ৰতি আজিও উচ্চাত্মিকা বা নীচাত্মিকা মনোভাব পোষণ কৰি তেনে কৰ্মীক হেয় জ্ঞান কৰা পৰাধীনতাৰ ভুল

ধাৰণাটো অন্তৰৰ পৰা দূৰ কৰিব পৰা নাই। ইয়াৰ পৰিণামস্বৰূপে আমাৰ ভাবী-বংশধৰ নতুন পুৰুষৰ মাজত কৰ্মবিমুখ অলসতাৰ মনোভাব শিপাবলৈ সুবিধা পাইছে।

আমাৰ জাতীয় ঐতিহ্যৰ ইতিহাসৰ পাত মেলি চালে পাওঁ যে আমাৰ পূৰ্বপুৰুষসকল কোনো ক্ষেত্ৰতে কৰ্মবিমুখ নাছিল, বৰঞ্চ তেওঁলোকে কৰ্তব্যপৰায়ণতা আৰু কৰ্মপটুতাৰ পৰিচয় দি গৈছে। ব্যৱহাৰিক জীৱনৰ কৃষিকৰ্মৰ পৰা আৰম্ভ কৰি দেশ ৰক্ষাৰ কাৰণে যুদ্ধ-বিগ্ৰহ কৰালৈকে সকলোবোৰ কৰ্তব্যৰাজি সুচাৰুৰূপে সম্পন্ন কৰি জাতীয় সত্তা ৰক্ষা কৰিছিল।

আমাৰ পূৰ্বপুৰুষসকল সেই যুগত আজিৰ আমাৰ দৰে আক্ষৰিক সাধাৰণ শিক্ষাৰে শিক্ষিত নাছিল সঁচা। কিন্তু ব্যক্তিৰ দায়িত্ববোধ, কৰ্তব্য-নিষ্ঠা, সাধাৰণ জ্ঞান-বুদ্ধি আৰু সঞ্চিত অভিজ্ঞতাৰে সকলো কৰণীয় কৰ্তব্যই সম্পন্ন কৰিছিল, তেওঁলোক কৰ্তব্যৰ প্ৰতি কৰ্মবিমুখ নাছিল। আজি যুগ পৰিবৰ্তনৰ লগে লগে জনজীৱনৰ চাহিদাও পৰিবৰ্তিত হৈছে আৰু পৰিবেশৰ প্ৰভাৱত জীৱনৰ চাহিদাভিত্তিক প্ৰযুক্তিবিদ্যাবোৰৰো আমূল পৰিবৰ্তন হৈছে। গতিকে আজিৰ যুগতো সকলো মানুহৰ সাধাৰণ শিক্ষা অপৰিহাৰ্য, যিহেতু সাধাৰণ শিক্ষাই আমাক জ্ঞান প্ৰদান কৰে আৰু সেই জ্ঞানে বুদ্ধি বিকাশত সহায় কৰে। কিন্তু কোনো কামৰ নিয়োগৰ অযোগ্য, পৰমুখাপেক্ষী শিক্ষাৰে শিক্ষিত এনে উচ্চশিক্ষা সকলো মানুহৰ কাৰণে প্ৰয়োজন নাই। তীক্ষ্ণ বুদ্ধিসম্পন্ন মেধাবীসকলৰ কাৰণে চাহিদাভিত্তিক বিভিন্নধৰণৰ প্ৰযুক্তিবিদ্যাৰহে আজি নিতান্ত প্ৰয়োজন।

আমাৰ দেশৰ সৰ্বতোপ্ৰকাৰ উন্নতিৰ ক্ষেত্ৰত অন্যতম মূলধন হৈছে জনশক্তি বা নিপুণ কৰ্মী। জনশক্তিৰ অবিহনে দেশৰ উন্নতি কল্পনা কৰিব নোৱাৰি। এই জনশক্তিৰ ভিতৰত সাধাৰণ আক্ষৰিক জ্ঞান থকা বা নথকা লোকৰ সংখ্যা কম নহয়। আজি এখন ৰাজ্যত শাৰীৰিক শ্ৰমেৰে কৰিবলগা উন্নয়নমূলক কামবোৰ অন্য ৰাজ্যৰ কামিলাৰে পূৰণ কৰা আৰু অন্যদেশী কৰ্মীৰ ওপৰত নিৰ্ভৰ কৰি দেশ উন্নয়নৰ আঁচনি গ্ৰহণ কৰাও পৰিলক্ষিত হৈছে।

এই প্ৰসংগ উল্লেখ কৰিব পাৰি, নিজৰ ৰাজ্যৰ ৰাস্তা-পদূলি বন্ধা, দলং বনোৱা, বিভিন্ন মাটিৰ কাম, ঘৰ-বাৰী সজাৰ কাম, নদী-বিল আদিৰ মাছধৰা কাম আদিৰ দৰে কামবোৰ নিজৰ কামিলাই কৰিলে নিবনুৱা সমস্যাৰ সমাধানেই নহয় দেশৰ অৰ্থনৈতিক দিশৰো অচিৰে উন্নতি হ'ব আৰু দেশৰ বহু লোকৰ উপাৰ্জনৰ পথ মুকলি হ'ব।

এখন ৰাজ্যৰ চাহিদাভিত্তিক সামগ্ৰীৰাজি নিজৰ দেশতে তৈয়াৰ কৰিবৰ কাৰণে ঘৰুৱা শিল্পকে কেন্দ্ৰ কৰি ক্ষুদ্ৰ ক্ষুদ্ৰ যান্ত্ৰিক শিল্প-প্ৰতিষ্ঠানো গঢ়িব লাগিব। এনে ক্ষুদ্ৰ ক্ষুদ্ৰ শিল্প উদ্যোগবোৰত দেশৰ চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি প্ৰয়োজনীয় সামগ্ৰীবোৰ তৈয়াৰ কৰোতা কৰ্মী হিচাপে প্ৰয়োজনৰ ভিত্তিত প্ৰশিক্ষণ দিয়াই থলুৱা নিবনুৱা লোকক সুযোগ-সুবিধা দিয়াটো নিতান্ত বাঞ্ছনীয়। আমাৰ উদ্যোগ-প্ৰতিষ্ঠানবোৰ কৰ্মবিমুখ কৰ্মীৰ দ্বাৰা পৰিচালিত হোৱাৰ পৰিণামত বহু ক্ষেত্ৰত বেমেজালি হোৱা পৰিলক্ষিত হৈছে। কৰ্মপটু সুনিপুণ কাৰিকৰী নিষ্ঠাবান কৰ্মীৰ অবিহনে শিল্প উদ্যোগৰ উন্নতি আশা কৰিব নোৱাৰি।

সেইবোৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ঘৰুৱা শিল্পৰ ভিতৰত কাঠমিস্ত্ৰী, কমাৰশাল, মৃৎ শিল্পৰ কাম, কঁহাৰ শিল্প, পিতল শিল্প, হাতীদাঁতৰ শিল্প, সোণাৰি শিল্প, ছাতি তৈয়াৰ কৰা, চাবোন তৈয়াৰ কৰা, চক্ চিলট পেঞ্চিলৰ শিল্প জুইশলাৰ শিল্প বিড়ী তৈয়াৰ শিল্প, বাঁহ-বেতৰ কাম, ইটা তৈয়াৰ কৰা ৰাজমিস্ত্ৰীৰ কাম, বয়ন শিল্প, ৰেচম শিল্প, চিলাই শিল্প, এমব্ৰইডাৰী শিল্প, উল গোঁঠা শিল্প, প্লাষ্টিক উদ্যোগ, মৌ পালন আদিৰ বাহিৰেও কিতাপ, বহী, বন্ধ ছপাশালৰ কাম খাম, ঠোঙা তৈয়াৰ কৰা, চাইকেল মেৰামতিৰ কাম, মটৰ গাড়ীৰ মেৰামতি, ৰেডিঅ', ঘড়ী, টেলিভিছন মেৰামতি, ফিতাৰ, ৰেল্ডাৰ বিজুলী-বাতিৰ, সঁজুলি তৈয়াৰ কৰা, গাড়ীচালকৰ কাম, ধান বনা শিল্প, ঘানি তেল্‌ৰ শিল্প, আৰু হাইস্কুলৰ দেওনা পাৰ হোৱাসকলৰ কাৰণে মুদ্ৰা লিখন, ষ্টেন-গ্ৰাফী, ছপাখানাৰ মেচিন চলোৱা, চিলাই নিটিং আদি বিষয়ত প্ৰশিক্ষণ দিয়াই বিভিন্ন শিল্প-প্ৰতিষ্ঠানৰ যোগেদি কাৰ্যতঃ নিয়োগ কৰিলে শিক্ষিত, অৰ্ধশিক্ষিত, সাধাৰণ থলুৱা লোকৰ নিবনুৱা সমস্যাৰ সমাধানেই নহয়, দেশৰ ঐশ্বৰ্য বৃদ্ধিতো বৰঙণি যোগাব। ■

---

*'মডেল কমাৰ্চিয়েল ইন্‌ষ্টিটিউট, যোৰহাট ৰূপালী জয়ন্তী বৰ্ষৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত :*

*সম্পাদক*

# নতুন ৰাষ্ট্ৰীয় শিক্ষানীতি

সমগ্ৰ ভাৰতবৰ্ষৰ পূৰ্ব-প্ৰচলিত শিক্ষানীতিৰ সালসলনি তথা সংশোধন কৰি দেশবাসীৰ সময়োপযোগী 'নতুন ৰাষ্ট্ৰীয় শিক্ষানীতি' (১৯৮৬ চনতে ঘোষণা কৰা) প্ৰৱৰ্তন কৰিবলৈ লৈছে। এই নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিত ভাষাৰ ভূমিকা কি? আৰু পাঠ্যক্ৰমত কিভাবে অন্তৰ্ভুক্ত কৰি কাৰ্যতঃ ৰূপায়িত কৰিবলৈ লৈছে তাক আজি সময়-সাপেক্ষভাৱে পৰ্যালোচনা কৰি চোৱা নিতান্ত বাঞ্ছনীয়।

জনজীৱনত ভাষাৰ প্ৰায়োগিক দিশ দিগন্তপ্ৰসাৰী হ'লেও, শৈক্ষিক দিশত ইয়াক পৰ্যায়ক্ৰমেহে গ্ৰহণ কৰি শিক্ষা দিয়া হয়। শিক্ষাৰ্থীয়ে শিক্ষায়াতনিক আৰু বিদ্যায়াতনিক দিশত পৰ্যায়ক্ৰমে অগ্ৰসৰ হৈ আহোতে কোনো কোনো ভাষা গ্ৰহণীয় আৰু কোনো কোনো ভাষা বৰ্জনীয় হৈ পৰে, কিন্তু যুগসাপেক্ষ আৰু শৈক্ষিক পৰিবেশৰ লগত নিজকে খাপ খুৱাই জীৱন নিৰ্বাহৰ কাৰণে আৰু নিজকে উপযুক্ত কৰি গঢ়ি তুলিবলৈ হ'লে তেনে বৰ্জনীয় ভাষাবোৰৰো যে সম্যক ভাষা-জ্ঞানৰ প্ৰয়োজনীয়তা আছে তাক আমি নুই কৰিব নোৱাৰো। গতিকে ভৱিষ্যতৰ জীৱনৰ প্ৰয়োজনীয়তাৰ পৰিপ্ৰেক্ষিতত শিক্ষণীয় ভাষাবোৰৰো ভূমিকা নিৰ্ভৰ কৰা যায়।

শিক্ষাৰ্থীৰ শিক্ষণীয় ভাষাৰ বিষয়ে পৰ্যালোচনা কৰি চালে প্ৰধানতঃ (১) শিশু-শিক্ষাৰ পৰিৱেশত মাতৃ-ভাষা তথা শিক্ষাৰ মাধ্যম ভাষা, (২) জনসংযোগী আঞ্চলিক ভাষা তথা ৰাজ্যিক প্ৰশাসনীয় ভাষা, (৩) ৰাষ্ট্ৰীয় তথা সৰ্বভাৰতীয় পৰিবেশৰ ভাষা, (৪) আন্তৰ্জাতিক ভাষা আৰু (৫) কোনো বিশেষ বিষয়ৰ তাত্বিক জ্ঞান আৰু গবেষণাৰ কাৰণে প্ৰয়োজনভিত্তিত শাস্ত্ৰীয় ভাষাবো আনুষংগিক ভূমিকাৰ কথা আমি অস্বীকাৰ কৰিব নোৱাৰো।

এই প্ৰসংগতে (১) শৈক্ষিক দিশত পৰিবেশৰ প্ৰভাৱ আৰু (২) বহু-ভাষিক ৰাজ্যত শিক্ষায়াতনিক প্ৰক্ৰিয়া আৰু প্ৰতিক্ৰিয়াৰ বাস্তৱসন্মত দিশবোৰৰ কথা বিশেষভাৱে উল্লেখ কৰিব পাৰি। এইক্ষেত্ৰত বহুভাষিক অসম ৰাজ্যত দ্বি-ভাষাৰ বা দুটা ভাষাৰ মাধ্যম প্ৰাথমিক পৰ্যায়ৰ পৰা প্ৰৱৰ্তন কৰি মাধ্যমিক পৰ্যায়ত পৰ্যায়ক্ৰমে কমপক্ষেও (১) মাতৃভাষা, (২) আঞ্চলিক ভাষা, (৩) ৰাষ্ট্ৰীয় ভাষা, (৪) আন্তৰ্জাতিক ভাষা (৫) এটা শাস্ত্ৰীয় ভাষাৰ সম্যক ভাষা-জ্ঞান দিয়াৰ পাচত

হাইস্কুল শিক্ষান্ত পৰীক্ষাত মাথোন দুটা লিখিত ভাষা (মাধ্যম ভাষা আৰু ইংৰাজী ভাষা) আৰু আঞ্চলিক ভাষাৰ মাধ্যম নথকা শিক্ষাৰ্থীৰ কাৰণে প্ৰয়োজনভিত্তিত এটা ঐচ্ছিক 'বিষয়-ভাষা'ৰ পৰীক্ষা লোৱাৰ ব্যৱস্থা; স্নাতক পৰ্যায়ত (১) মাধ্যম ভাষা, (২) ইংৰাজী ভাষা আৰু (৩) এটা ঐচ্ছিক ভাষা; স্নাতকোত্তৰ পৰ্যায়ত দুটা ভাষাৰ ভাষা-নীতি প্ৰৱৰ্তন কৰাৰ প্ৰয়োজনীয়তাৰ কথাও উপলব্ধি কৰা যায়।

নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিত ভাষাৰ ভূমিকা প্ৰসংগত ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যত ৰাজ্যিক চৰকাৰবোৰে বিভিন্নধৰণে গ্ৰহণ কৰা ভাষা-নীতিৰ ভিতৰত অসম ৰাজ্যৰ ভাষাবোৰৰ স্থিতি সম্পৰ্কে সম্যক পৰ্যালোচনা কৰি চালে— (ক) ভাৰতীয় সংবিধানৰ স্বীকৃত অষ্টম অনুসূচীৰ (১) অসমীয়া, (২) বাংলা, (৩) গুজৰাটী, (৪) হিন্দী, (৫) কানাড়া, (৬) কাশ্মীৰী, (৭) মালায়ালম, (৮) মাৰাঠী, (৯) উৰিয়া, (১০) পাঞ্জাবী, (১১) সংস্কৃত, (১২) সিন্ধী, (১৩) তামিল, (১৪) তেলেগু, (১৫) উৰ্দুকে ধৰি এই ১৫টা ভাষাৰ অন্তৰ্ভুক্তি (খ) অসম চৰকাৰে ১৯৮৬ চনলৈকে স্বীকৃতি প্ৰদান কৰা (১) বাংলা, (২) হিন্দী, (৩) গাৰো, (৪) বড়ো, (৫) মণিপুৰী, (৬) নেপালী, (৭) মিজো, (৮) খাছী, (৯) মাৰ, (১০) তেলেগু, (১১) বিষ্ণুপ্ৰিয়া, (১২) কাৰ্বি, (১৩) মিচিং, (১৪) ৰাভা ভাষাকে ধৰি এই ১৪টা ভাষাৰ ভিতৰৰে (গ) বড়ো আৰু ইংৰাজী ভাষাক জিলা প্ৰশাসনীয় কাৰ্যত সহযোগী ভাষা হিচাপে গ্ৰহণ কৰা ভাষা-নীতি আৰু ইয়াৰ ভিতৰৰে (ঘ) শৈক্ষিক পৰিবেশত (১) বঙলা ভাষা, (২) হিন্দী ভাষা, (৩) মণিপুৰী ভাষা (৪) বড়ো ভাষাৰ মাধ্যম মাধ্যমিক পৰ্যায়ত আৰু স্নাতকপৰ্যন্ত 'ভাৰতীয় আধুনিক ভাষা' হিচাপে প্ৰৱৰ্তিত হোৱাও কাৰো অবিদিত নহয়। গতিকে, আজিলৈকে অসমৰ ৰাজ্যিক চৰকাৰে ভাষা-নীতিত প্ৰয়োগ কৰা উপৰোক্ত স্বীকৃতিপ্ৰাপ্ত ভাষাবোৰৰ লগত শৈক্ষিক দিশৰ শিক্ষণীয় ভাষাৰ আনুষংগিক সম্পৰ্ক নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিৰ পাঠ্যক্ৰমক কিভাবে গুৰুত্ব আৰোপ কৰি ৰূপায়ণ কৰিবলৈ লৈছে আৰু সাৰ্বজনীন ভাষাৰ ভূমিকা কি তাক পুংখানুপুংখৰূপে পৰ্যালোচনা কৰি চাই নতুনকৈ প্ৰৱৰ্তিত ভাষা-নীতিত তাক বাস্তৱসম্মত আৰু বিজ্ঞানসম্মত দৃষ্টিভংগীৰে সংশোধন কৰি গ্ৰহণ কৰাই হ'ব সমগ্ৰ ভাৰতবৰ্ষৰ ৰাজ্যিক চৰকাৰবোৰৰ অন্যতম শুদ্ধ-ভাষা-নীতি।

সমগ্ৰ দেশৰ শিক্ষানীতি তথা ভাষা-নীতি নিৰ্ধাৰণ কৰাৰ ক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰেই সৰ্বেসৰ্বা। কিন্তু দেখা যায় কেন্দ্ৰীয় চৰকাৰে বিভিন্ন ৰাজ্যবোৰত বিভিন্নধৰণে প্ৰৱৰ্তিত আৰু পূৰ্বৰ পৰা প্ৰচলিত ভাষা-নীতিৰ সংশোধন কৰি সুপৰিকল্পিতভাৱে ভাষা-নীতি নিৰ্ধাৰণ কৰি আজিও তাক আত্মনিয়ন্ত্ৰাধীন কৰিব পৰা নাই, —সেয়া হৈছে স্বাধীন গণতান্ত্ৰিক দেশৰ ক্ষমতা সাব্যস্ত কৰাত জনমত

আৰু সাংবিধানিক অধিকাৰৰ প্ৰক্ৰিয়া আৰু প্ৰতিক্ৰিয়া। আনহাতে কেন্দ্ৰীয় চৰকাৰে স্ব-নিয়ন্ত্ৰণাধীন শিক্ষা অনুষ্ঠানবোৰতো প্ৰৱৰ্তিত ভাষা-নীতিৰ লগত ৰাজ্যিক চৰকাৰবোৰৰ স্বনিয়ন্ত্ৰণাধীন শিক্ষা অনুষ্ঠানবোৰৰ ভাষা-নীতিৰ কোনো আনুষংগিক সম্পৰ্ক নোহোৱাটোৱে স্পষ্টকৈ আজি দিনকদিনে ভাষা-সমস্যা সৃষ্টি কৰাৰ মূল কাৰণ বা উৎস আৰু ই বৰ্তমানৰ দলীয় ৰাজনীতিৰো এক নতুন ৰাজনৈতিক দৰ্শন হৈ পৰা পৰিলক্ষিত হৈছে।

অসমৰ ৰাজ্যিক চৰকাৰৰ শুদ্ধ ভাষা-নীতি থাকিলেও তাক কাৰ্যতঃ পৰিণত নকৰাটো বা গ্ৰহণযোগ্য শুদ্ধ ভাষা-নীতিৰ আঁচনি প্ৰৱৰ্তিত নোহোৱাটো অপ্ৰিয় হ'লেও সত্য কথা। এই প্ৰসংগত প্ৰধানত (১) ৰাজ্যিক চৰকাৰৰ বিভিন্নধৰণৰ শিক্ষানুষ্ঠানবোৰ স্বনিয়ন্ত্ৰণাধীন কৰিব নোৱাৰা, (২) বিভিন্নধৰণৰ চৰকাৰী আৰ্থিক সাহায্যপ্ৰাপ্ত শিক্ষানুষ্ঠানবোৰত প্ৰযোজ্য হ'বলগা ভাষা-নীতি শৈক্ষিক দিশত প্ৰযোজ্য নোহোৱা আৰু (৩) বিভিন্নধৰণৰ ব্যৱসায়ভিত্তিক শিক্ষা-অনুষ্ঠান তথা কেবল স্বীকৃতিপ্ৰাপ্ত স্বপৰিচালিত শিক্ষা অনুষ্ঠানবোৰৰ পাঠ্যক্ৰমৰ ক্ষেত্ৰত চৰকাৰৰ স্বনিয়ন্ত্ৰণাধীন নোহোৱা কথাটো বিশেষভাৱে উল্লেখযোগ্য। গতিকে নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিৰ ঘাইসুঁতিৰ লগত ৰাজ্যিক পৰ্যায়ৰ শিক্ষা তথা ভাষা-নীতিৰ কোনো ধৰা-বন্ধা সম্পৰ্ক নথকাৰ ফলত শিক্ষণীয় ভাষাৰ ভূমিকাই এক গোলমলীয়া ভাষা-নীতিৰ পথত ধাৱিত হৈ থকাটো দেশৰ শুভ লক্ষণ নহয় আৰু কাৰো কাম্যও নহয়।

এই বিষয় পৰ্যালোচনাত অপ্ৰাসংগিক নহ'ব যে— পৰাধীনতাৰ যুগত 'গৌহাটী বিশ্ববিদ্যালয়' (১৯৪৮ চন) প্ৰতিষ্ঠা হোৱাৰ পূৰ্ববৰ্তী কালছোৱাত কলিকতা বিশ্ববিদ্যালয়ৰ নিৰ্ধাৰিত আৰু নিয়ন্ত্ৰণাধীন পাঠ্যক্ৰমত অসমৰ শিক্ষানুষ্ঠানবোৰ পৰিচালিত হৈ থাকোতে যি সুপৰিকল্পিত ফলপ্ৰসূ ভাষা-নীতি আছিল আৰু ১৯৭৩ চনত পূৰ্ণ পৰ্যায়ৰ অসমৰ 'মাধ্যমিক শিক্ষা ব'ৰ্ড'-গঠন হোৱাৰ পাচত যি সংশোধিত ভাষা-নীতি ৰচনা কৰা হ'ল তাৰ নিৰৱচ্ছিন্ন সম্পৰ্ক ৰক্ষিত নোহোৱাটো আৰু সংশোধিত ভাষা-নীতি সম্পূৰ্ণভাৱে ৰূপায়ণ কৰিব নোৱাৰাটোৱে অসমৰ ভাষা-সমস্যা সৃষ্টি কৰাত ইন্ধন যোগোৱাৰ কথা আজি উল্লেখযোগ্য।

॥ ২॥

নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিত ভাষাৰ ভূমিকা কি? কেনেভাৱে ৰূপায়িত কৰা হ'ব এই সম্পৰ্কে চৰকাৰী নীতি-নিৰ্ধাৰক প্ৰচাৰপত্ৰিকা, বিভাগীয় নথি-পত্ৰাদিত আৰু নতুন শিক্ষানীতিৰ প্ৰস্তাৱনা বিষয়ক পুথিবোৰত যিমানখিনি গুৰুত্ব আৰোপ কৰি বিষয় সন্দৰ্ভত স্পষ্টীকৰণ দিব লাগিছিল সিমানখিনি দিয়া হোৱা নাই, বৰঞ্চ

পূৰ্ববৰ্তী কেন্দ্ৰীয় চৰকাৰৰ ভাষা-নীতি সম্পৰ্কীয় সিদ্ধান্তকে বাহাল ৰাখি মন্তব্য দাঙি ধৰিছে। এই বিষয়ত পোন প্ৰথমতে ভাৰত চৰকাৰৰ শিক্ষা মন্ত্ৰালয়ে (তেতিয়াৰ কেন্দ্ৰীয় শিক্ষামন্ত্ৰী কে চি পন্তৰ দিনত) নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিৰ ওপৰত যুগুত কৰা 'শিক্ষাৰ প্ৰত্যাহ্বান' (নীতি সম্পৰ্কীয় দৃষ্টিকোণ ১৯৮৫ চন) নামৰ নতুন শিক্ষানীতি নিৰ্ধাৰণ প্ৰচাৰপত্ৰিকাত নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিত ভাষাৰ ভূমিকা সম্পৰ্কে সম্যক পৰ্যালোচনা কৰি প্ৰসংগক্ৰমে মন্তব্য কৰিছে—

'ভাষা শিক্ষাৰ ক্ষেত্ৰত কেন্দ্ৰীয় চৰকাৰে ত্ৰি-ভাষা নীতিৰ প্ৰয়োগ সম্বন্ধে কাৰ্যকৰী ব্যৱস্থা ল'ব পৰা নাই। অনাগত দিনবোৰত যাতে ভাষাৰ বাবে আমাৰ দেশৰ মানুহ চলাচলত বাধাপ্ৰাপ্ত নহয় এইটো নিশ্চিত কৰা আৱশ্যক' (৯৪ পৃঃ ৪.৪৪)।

আমি বাস্তৱসন্মতভাৱে পৰ্যালোচনা কৰি চালে পাওঁ যে 'ত্ৰিভাষা সূত্ৰ' ভাৰতবৰ্ষৰ অন্য ৰাজবোৰত সঠিকভাৱে প্ৰযোজ্য হ'লেও উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনত তেনেভাৱে প্ৰযোজ্য নহয়। ইয়াৰ আংশিকভাৱে হ'লেও সংশোধনৰ প্ৰয়োজন আছে আৰু সংশোধনৰ মাজেদিহে প্ৰযোজ্য হ'ব পাৰে। এই 'ত্ৰিভাষা সূত্ৰ' কেন্দ্ৰীয় চৰকাৰে উদ্ভাৱন কৰোতে সমগ্ৰ দেশৰ সাৰ্বজনীন নীতিৰ প্ৰতি লক্ষ্য কৰি (১) আঞ্চলিক ভাষা, (২) ৰাষ্ট্ৰীয় ভাষা আৰু (৩) আন্তৰ্জাতিক ভাষাৰ ওপৰত গুৰুত্ব আৰোপ কৰি ত্ৰিভাষা সূত্ৰৰ পৰিসীমা আৰু প্ৰয়োগ কৰাৰ নীতি নিৰ্ধাৰণ কৰিছিল কিন্তু বিভিন্ন সময়ত সংগঠিত শিক্ষা-আয়োগবোৰে আগবঢ়োৱা পৰামৰ্শাৱলী (চালি-জাৰি চালে পোনপটীয়াকৈ ত্ৰিভাষা সূত্ৰই (১) মাতৃভাষা, (২) ৰাষ্ট্ৰীয় ভাষা (৩) আন্তৰ্জাতিক ভাষাৰ অন্তৰ্ভুক্তিৰ পৰিধিহে প্ৰকাশ কৰে আৰু পৰৱৰ্তী যুগত ৰাজ্যিক তথা কেন্দ্ৰীয় চৰকাৰেও সেই ভাষা-নীতিকে অৱলম্বন কৰি স্বনিয়ন্ত্ৰণাধীন শিক্ষা অনুষ্ঠানবোৰত শিক্ষণীয় ভাষাৰ পাঠ্যক্ৰম ৰচনা কৰি ভাষা শিক্ষা দিয়াৰ লগতে বিভিন্ন ভাষাৰ মাধ্যমবোৰো পৰ্যায়ক্ৰমে অনুমোদন কৰা পৰিলক্ষিত হৈছে। গতিকে এইটো স্পষ্ট হৈ পৰিছে যে অসম ৰাজ্যত 'ত্ৰিভাষা সূত্ৰ'ৰ মতে অসমীয়া মাতৃভাষিক শিক্ষাৰ্থীৰ বাদে অন্য জনগোষ্ঠীৰ থলুৱা ভাষাৰ মাতৃভাষিক শিক্ষাৰ্থীক তেনে পাঠ্যক্ৰম ৰচনা কৰি পৰ্যায়ক্ৰমে মাতৃভাষাৰ মাধ্যমত শিক্ষা দিবলৈ যোৱাৰ ফলত আঞ্চলিক তথা ৰাজ্যিক প্ৰশাসনীয় ভাষা বাদ পৰি গৈছে। উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যবোৰৰ ক্ষেত্ৰত বাস্তৱসন্মতভাৱে 'চতুঃ-ভাষা-সূত্ৰ' বা শিক্ষণীয় চাৰিটা ভাষা শিকোৱা সূত্ৰ যে অন্যতম শুদ্ধ ভাষা-নীতি সেই কথাও বিগত দিনৰ ভুল ভাষা-নীতিৰ প্ৰতিক্ৰিয়াই আজি আমাক স্পষ্ট কৰি দিছে।

সমগ্ৰ ভাৰতবৰ্ষৰ প্ৰধানতঃ সংস্কৃত মাতৃমূলীয় আৰু দ্ৰাবিড় মাতৃমূলীয়

আঞ্চলিক ভাষাবোৰক কেন্দ্ৰীয় চৰকাৰে প্ৰাধান্য দি তাৰ লগত ৰাষ্ট্ৰীয় ভাষা হিন্দী আৰু আন্তৰ্জাতিক ভাষা ইংৰাজীক অন্তৰ্ভুক্ত কৰি তিনিটা ভাষাৰ ভিত্তিত 'ত্ৰিভাষা সূত্ৰ' নিৰ্ধাৰণ কৰাই ইয়াৰ অন্যতম কাৰণ। কিন্তু উত্তৰ-পূৰ্বাঞ্চলৰ বৰ্তমানৰ সাতখন ৰাজ্য যে 'চীন তিব্বত-বৰ্মী' মাতৃমূলীয় বংশোদ্ভব ভাষা-ভাষীৰ অধিক লোকৰ বসতিস্থান আৰু এই থলুৱা ভাষাবোৰৰো যে বিকাশ হৈ উচ্চ মানবিশিষ্ট এটা পৰ্যায়েৰে ধাৱিত হৈ আহিছে তাক জানো অস্বীকাৰ কৰিলে হ'ব?

ইতিমধ্যে বঙলা, হিন্দী, মণিপুৰী আৰু বড়ো ভাষা অসমৰ মাধ্যমিক শিক্ষাদানত মাধ্যম ভাষা হিচাপে প্ৰৱৰ্তিত হোৱাৰ উপৰি বিশ্ববিদ্যালয়ৰ উচ্চশিক্ষাৰ পাঠ্যক্ৰমত 'আধুনিক ভাৰতীয় ভাষা' হিচাপে স্বীকৃত পোৱা আমাৰ কাৰো অজ্ঞাত নহয়। আনহাতে কিছু ভাষা-গোষ্ঠীৰ লোকে 'ত্ৰিভাষা-সূত্ৰ'ৰ ভাষা-নীতি গ্ৰহণ কৰি অন্য মাতৃভাষা অসমীয়া জনগোষ্ঠীৰ 'ইংৰাজীৰ ভাবাদৰ্শৰে 'অনা-অসমীয়া' শব্দৰ ব্যৱহাৰ কৰিলেও অনা-অসমীয়া শব্দটো এইক্ষেত্ৰত প্ৰযোজ্য নহয়) শিক্ষাৰ্থীক শিক্ষা দিয়াৰ ফলত একমাত্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ জনসংযোগী তথা প্ৰশাসনীয় ৰাজ্যিক ভাষা বাদ পৰি যোৱা আৰু তাৰ ফলত দিনকদিনে সৃষ্টি হোৱা ভাষা বিভ্ৰাটৰ কথাও কাৰো অবিদিত নহয়।

এই প্ৰসংগত এইটোও কাৰো কাম্য নহয় ৰাজ্যিক তথা কেন্দ্ৰীয় চৰকাৰবোৰৰ সঘনে সালসলনি হৈ থাকিল বুলিয়েই যে সঘনে ভাষা-নীতি তথা লিপি গ্ৰহণৰ প্ৰক্ৰিয়াও সালসলনি হৈ থাকিব লাগিব, তাৰ জানো কিবা যুক্তিযুক্ততা থাকিব পাৰে? ই কেতিয়াও যুক্তিসংগত নহয়, বৰঞ্চ দেশৰ সামাজিক ঐক্য-শান্তি-সম্প্ৰীতি', আত্মীয়তা-ভাতৃত্ব-বন্ধুত্ব তথা জাতীয় সংহতি বিনষ্ট কৰাত ইন্ধনহে যোগায়, অথচ তেনে অফলপ্ৰসূ প্ৰতিক্ৰিয়াই দলীয় ৰাজনীতিৰ স্বাৰ্থসিদ্ধি নকৰাকৈয়ো থকা নাই।

।।৩।।

পূত-পবিত্ৰ অসম ৰাজ্যৰ দৰে বহুভাষিক ৰাজ্যত জন্মগ্ৰহণ কৰাটো দুৰ্ভাগ্যজনক বুলি ভাবিলেও শিক্ষাৰ্থীয়ে ইচ্ছাকৃতভাৱে বহু ভাষা শিকাৰ সুযোগ সুবিধা পোৱাটো এক পৰম সৌভাগ্যৰ কথা বুলি ভাবিব লাগিব। শিক্ষাৰ্থীৰ শিক্ষণীয় ভাষা সমস্যাবোৰৰ বিষয়ে পৰ্যালোচনা কৰি "ৰাষ্ট্ৰীয় শিক্ষানীতি" (বিস্তৃত শিক্ষক প্ৰশিক্ষণ আঁচনি, শিক্ষা পেকেজ প্ৰথম ভাগ, প্ৰাথমিক স্তৰত ভাষা শিক্ষা আৰু শিক্ষা গ্ৰহণ মডিয়ুল) নামৰ পুথিত প্ৰসংগক্ৰমে মন্তব্য কৰিছে—

"যিহেতু ভাৰতবৰ্ষ এখন বহুভাষিক দেশ, সেই হেতুকে বহুতো ভাষা ইটোৰ

লগত সিটো বৰ্তি থকাৰ দৰে আছে। আমাৰ বহুজনে একাধিক ভাষা ক'ব পাৰে, সেয়ে ভাষা বিশেষকৈ দ্বিতীয় ভাষা নাইবা এটা বিদেশী ভাষা শিকাৰ (শিক্ষা গ্ৰহণৰ) প্ৰসংগত সমস্যাৰাজিৰ কথাত সজাগ হ'বই লাগিব। সামাজিক, আঞ্চলিক ৰূপত থকা বিভিন্ন বিষয়তো আমি সচেতন। যোগাযোগৰ উদ্দেশ্যে দৈনিক জীৱনত আমি দুটা বা তিনিটাকৈ ভাষা প্ৰয়োগ কৰোহঁক। ভাষা শিক্ষক হিচাপে আমি আমাৰ ছাত্ৰ-ছাত্ৰীসকলক কমেও তিনিটা ভাষাত পৈণত (কাৰ্যক্ষম) কৰাৰ চেষ্টা কৰিব লাগে" ২৮-২)।

উক্ত মন্তব্যৰে "ত্ৰিভাষা সূত্ৰ"ৰ কথালৈকে ইংগিত কৰি আনুষংগিকভাৱে মাতৃভাষা বা আঞ্চলিক ভাষা, ৰাষ্ট্ৰীয় ভাষা হিন্দী আৰু আন্তৰ্জাতিক ইংৰাজীৰ কতাকে কৈছে। এই একেখন পুথিৰ একেটা পাঠতে শিক্ষাৰ্থীক মাতৃভাষাৰ ভিত্তিত আঞ্চলিক ভাষা ওচৰ চপাই নিয়াৰো ইংগিত দি স্পষ্ট মন্তব্য কৰিছে—

" ভাষাক সংখ্যালঘু, ঘৰুৱা অভাৱ-অনাটন, স্থানান্তৰিত হোৱা লোক বা জনজাতীয় শ্ৰেণীৰ ল'ৰা-ছোৱালীৰ কাৰণে অৱস্থাৰ লগত মিলাই আদিৰে পৰাই ভাষা শিক্ষাৰ কাম হাতত ল'ব লাগিব। তেওঁলোকৰ নিজা ভাষাৰ মতেহে পঢ়িবলৈ শিকাই ক্ৰমে তেওঁলোকক আঞ্চলিক ভাষাৰ লগত পৰিচিত হ'বলৈ সুবিধা দিয়াটো প্ৰয়োজন" (২৮-৪)।

উক্ত মন্তব্যত বিভিন্ন জনগোষ্ঠীৰ মাতৃভাষাৰ লগতে শৈক্ষিক পৰিৱেশত শিক্ষণীয় আঞ্চলিক ভাষাক সংযোগী ভাষা হিচাপে গ্ৰহণ কৰা আৰু অনুধাৱন কৰাৰ প্ৰয়োজনীয়তাৰ কথাকে স্পষ্টকৈ কৈছে। নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিৰ এনে মন্তব্যৰ পৰা আমি স্পষ্টীকৰণ পাইছো যে দ্বিভাষাৰ মাধ্যম প্ৰাথমিক পৰ্যায়ৰ পৰা প্ৰৱৰ্তন কৰাৰ সপক্ষে যি মতামত দাঙি ধৰি তাৰ পোষকতা কৰি যিমানবোৰ প্ৰবন্ধ-নিবন্ধ লিখি প্ৰচাৰ কৰি আহিছো তাক পৰোক্ষ আৰু প্ৰত্যক্ষভাৱে সমৰ্থন কৰিছে।

এই একে পাঠতে ভাষা শিক্ষাৰ প্ৰয়োজনীয়তা আৰু প্ৰক্ৰিয়াৰ কথা পৰ্যালোচনা কৰি মন্তব্য কৰিছে—

আনুষ্ঠানিকভাৱে ঘৰুৱা পৰিৱেশত পোৱা ভাষাৰ যোগেদি ভাৱৰ আদান-প্ৰদান কৰিবলৈ শিকে, ল'ৰা-ছোৱালীয়ে ক্ৰমান্বয়ে মান্য ভাষাত আৰু আনুষ্ঠানিক ঠাচত কোনো অঞ্চলৰ ভাষা ক'ব পৰা হ'বলৈ যত্ন কৰিবই লাগিব। বিশেষকৈ পিচপৰা জনজাতিক অথবা অক্ষম ল'ৰা-ছোৱালীৰ ক্ষেত্ৰত অসুবিধা থাকিলেও এইক্ষেত্ৰত অসুবিধা থাকিলেও এইক্ষেত্ৰত এইখিনি কৰাটো অতি বাঞ্ছনীয় বুলি ভাবিব লাগিব। প্ৰথমে পঢ়াৰ কাম, তাৰ পাচত লিখাৰ কাম আৰম্ভ কৰিব লাগে।

এই নিয়ম মানি লৈছো। ঠিক তেনেকৈ আমাৰ দৰে এখন বহুভাষিক দেশত সকলোৰে কাৰণে এটা উমৈহতীয়া ভাষা থাকিব লাগে, আৰু বিভিন্ন ভাষিক গোষ্ঠীৰ মাজত থকা টো ভাষাৰ লগত সিটো ভাষাই সম্বন্ধ ৰক্ষা কৰি এই উমৈহতীয়া ভাষাটো গঠনত সহায় কৰা নিতান্ত প্ৰয়োজন। শিশুৰ বোধশক্তি বিকাশ সাধনত প্ৰথম বা মাতৃভাখাই কি ভূমিকা পালন কৰে? ছাত্ৰ-ছাত্ৰীৰ বাবে এইক্ষেত্ৰত দ্বিতীয় ভাষাৰ বৰঙণিনে কি হ'ব পাৰে?" (২৮-৭)।

এই উমৈহতীয়া ভাষাৰ ইংগিতটোৱে উত্তৰ-পূৰ্বাঞ্চলৰ বিশাল বিস্তৃত পূব ভাৰতৰ ভূখণ্ডত অতীজৰে পৰা আজিও স্বাভাবিকভাৱে বিভিন্ন জনগোষ্ঠীৰ ভাষাৰ মধুৰ সংমিশ্ৰণত গঢ়ি ডঠা একমাত্ৰ জনসংযোগী আঞ্চলিক ভাষাৰ কথাকে আৰু তাৰ প্ৰতিক্ৰিয়াৰ কথাকে দোহাৰিছে বা স্পষ্টকৈ প্ৰকাশ কৰিছে। প্ৰকৃততে চাবলৈ গ'লে অসমীয়া ভাষা বুলি সুকীয়া ভাষা নাই আৰু অসমীয়া জাতি বুলি সুকীয়া জাতিও নাই। বিভিন্ন জনগোষ্ঠীৰ পাৰস্পৰিক মধুৰ সমন্বয়তে অসমীয়া জাতি গঢ়ি উঠিছে আৰু বিভিন্ন জনগোষ্ঠীৰ ভাষাৰ মধুৰ সংমিশ্ৰণতে অসমীয়া ভাষাও গঢ় লৈ উঠিছে। আজিও অসমীয়া জাতিৰ জাতীয় সত্বা, অসমীয়া জাতিৰ সংস্কৃতিৰ বৈশিষ্ট্য আৰু অসমীয়া ভা,াৰ স্বকীয়তা সংমিশ্ৰণৰ প্ৰক্ৰিয়াৰে ধাবিত হৈ আত্মপ্ৰকাশ কৰি আছে। গতিকে অসমৰ জনসংযোগী ভাষা বা পূৰ্বাঞ্চলৰ একমাত্ৰ জনসংযোগী আঞ্চলিক ভাষাক "ত্ৰিভাষা-সূত্ৰ" উদ্ভাৱনৰ পৰৱৰ্তী যুগত গৌণভাৱে গুৰুত্ব আৰোপ কৰিলেও বাস্তৱসন্মত দিশ আৰু পৰিবেশত ইয়াৰ যে ভূমিকা সৰ্বাধিক তাক কোনেও নুই কৰিব নোৱাৰে।

অন্যহাতেদি শৈক্ষিক দিশত মূলতঃ আমি ভাষাক জ্ঞান আহৰণৰ বাহন বা মাধ্যম হিচাপেহে গম্য কৰো। কোনো এটা দূৰ-দূৰণিৰ নিৰ্দিষ্ট ঠাইত উপস্থিত হ'বলৈ হ'লে যেনেকৈ বাহনৰ নিতান্ত প্ৰয়োজন হয়, ঠিক তেনেকৈ শিশুৰ বিভিন্ন বিষয়ৰ জ্ঞান আহৰণ, জ্ঞান বিকাশত ভাষাই বিশেষ ভূমিকা গ্ৰহণ কৰে। সেই দৃষ্টিভংগীৰে চাবলৈ গ'লে শৈক্ষিক দিশত কোনো শিশুৰ কাৰণে ভাষা স্পৰ্শকাতৰ বিষয় নহয় বৰঞ্চ এইক্ষেত্ৰত পৰিবেশৰ প্ৰভাৱেহে সৰ্বাধিক ভূমিকা গ্ৰহণ কৰে সেয়ে 'ৰাষ্ট্ৰীয় শিক্ষা নীতি'ৰ পুথিত মন্তব্য কৰিছে—

"এটা পৰিয়ালে প্ৰায়েই এটা উপভাষা (ডায়লেক্ট) অথবা জনজাতীয় অঞ্চলৰ লোকে জনজাতীয় ভাষা নাইবা শিক্ষাৰ মাধ্যম স্বৰূপ মান্য ভাষাৰ লগত পাৰ্থক্য থকা অন্য এটা থলুৱা ভাষা ক'ব পাৰে। এজন শিক্ষকে আঞ্চলিক ভাষা (ৰিজিউনেল লেংগুৱেজ); হিন্দী; আনকি ইংৰাজী ভাষা শিকাত ছাত্ৰ-ছাত্ৰীক বিশেষ সহায় কৰিব লাগিব। কোনো কোনো ছাত্ৰ-ছাত্ৰীয়ে শাস্ত্ৰীয় ভাষা (ক্লাচিকেল

লেংগুৱেজ) অথবা অন্য বিদেশী ভাষা শিকে" (২৮-পি)।

এই মন্তব্যৰ পৰা স্পষ্টকৈ বুজা গ'ল যে নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিত অসমৰ দৰে বহুভাষিক ৰাজ্যবোৰৰ কাৰণে প্ৰত্যক্ষভাৱে "ত্ৰিভাষা-সূত্ৰ'ৰ ভাষানীতি আৰু পৰোক্ষভাৱে আমি পোষণ কৰি অহা "চতুঃভাষা সূত্ৰ'ৰ ভাষানীতিৰ ভূমিকাৰ কথাকে কাৰ্যতঃ সমৰ্থন কৰিছে আৰু আনহাতেদি শিক্ষকৰ প্ৰমুখ্যে গোটেইচাম অৰ্থাৎ শিক্ষিত বংশৰ (জেনেৰেচন) প্ৰত্যেকেই যে একাধিক ভাষাৰ অৰ্হতাসম্পন্ন হ'ব লাগিব তাৰো ইংগিত দিছে।

এই প্ৰসংগত "গৌহাটী বিশ্ববিদ্যালয়'ৰ "আধুনিক ভাৰতৰ শিক্ষা" নামৰ শিক্ষা পাঠ্যত শিক্ষকৰ সম্যক ভাষা-জ্ঞান তথা অৰ্হতাৰ পৰিধিৰ কথা পৰ্যালোচনা কৰি মন্তব্য কৰিছে—

"আঞ্চলিক ভাষাবোৰ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যমৰূপে ক্ৰমান্বয়ে গ্ৰহণ কৰিব লাগে আৰু এই কাম দহ বছৰৰ ভিতৰত সম্পূৰ্ণ হ'ব লাগে। ইংৰাজীক সম্পূৰ্ণ ত্যাগ নকৰি লাইব্ৰেৰীৰ ভাষা হিচাপে ব্যৱহাৰ কৰিব লাগে। পৰাপক্ষত উচ্চ-শিক্ষাৰ সকলো শিক্ষক দ্বিভাষী হ'ব লাগে আৰু স্নাতকোত্তৰ শ্ৰেণীৰ শিক্ষাৰ্থীয়ে ইংৰাজী আৰু আঞ্চলিক ভাষা দুয়োটাৰ মাধ্যমেৰে শিক্ষা লাভ কৰিব লাগে। আঞ্চলিক ভাষাবোৰৰ বিকাশৰ বাবে উচ্চ শিক্ষাৰ কেন্দ্ৰ কিছুমান স্থাপন কৰিব লাগে। সংখ্যালঘু ভাষা-ভাষী লোকৰ বাবে কোনো এটা বুজন সংখ্যাৰ ছাত্ৰ-ছাত্ৰী যদি থাকে তেন্তে তেওঁলোকৰ সুবিধাৰ বাবে বিশেষ ব্যৱস্থা লোৱা উচিত।

বিশ্ববিদ্যালয়ৰ স্তৰত ভাষা অধ্যয়ন বাধ্যতামূলক হ'ব নালাগে। শাস্ত্ৰীয় ভাষা, ঐচ্ছিক বিষয় হিচাপে দিব পৰা যায়। ইংৰাজী শিকোৱাৰ বাবে বিদ্যালয়ত উপযুক্ত ব্যৱস্থা থাকিব লাগে। স্কুলতো ইংৰাজী ঐচ্ছিক বিষয় হিচাপে শিকোৱাৰ ব্যৱস্থা থাকিলে আমি অপকৃত হ'ম। ইংৰাজীৰ বাহিৰেও আন আন লাইব্ৰেৰী ভাষা বিশেষকৈ ৰাছিয়ান ভাষা শিকোৱাৰ ব্যৱস্থা কৰিব লাগে।" (২৭৫ পৃঃ)।

॥৪॥

নতুন ৰাষ্ট্ৰীয় শিক্ষা নীতিত ভাষাৰ যি ভূমিকা তাক বিভিন্ন ৰাজ্যৰ ৰাজ্যিক শিক্ষানীতিত কিভাৱে খাপ খুৱাই প্ৰবৰ্তন কৰিছে আৰু কেন্দ্ৰীয় চৰকাৰৰ নিয়ন্ত্ৰণাধীন কেন্দ্ৰীয় বিদ্যালয়, পাব্লিক স্কুল, সৈনিক স্কুল, নবোদয় স্কুল আদি সৰ্বভাৰতীয় পৰ্যায়ৰ বিদ্যালয়বোৰত কিভাৱে প্ৰয়োগ কৰিছে তাৰ সম্যক আৰু তুলনামূলক পৰ্যালোচনাৰ তীব্ৰ প্ৰয়োজন, নহ'লে বিষয়টো উপলব্ধি কৰাত জটিল হৈ পৰিব।

সৰ্বভাৰতীয় পৰ্যায়ৰ শিক্ষানুষ্ঠানবোৰৰ ভা,ৰ প্ৰায়োগিক পাঠ্যক্ৰম আৰু

ভূমিকাৰ কথা পৰ্যালোচনা কৰি চালে পোৱা যায় যে কোনো কোনো অঞ্চল বিশেষত কেন্দ্ৰীয় চৰকাৰৰ প্ৰতিষ্ঠিত শিক্ষা অনুষ্ঠানত (১) ইংৰাজীৰ মাধ্যম আৰু (২) কোনো কোনো শিক্ষা অনুষ্ঠানত হিন্দী ভাষাৰ মাধ্যম আৰু কোনো কোনোত ইংৰাজী আৰু হিন্দী দুয়োটা ভাষাৰ মাধ্যমকে প্ৰৱৰ্তন কৰা পৰিলক্ষিত হৈছে যদিও আনুষংগিকভাৱে দুয়োটা ভাষাকে দুয়োটা ভাষাৰ মাধ্যম একেলগে নথকা শিক্ষা অনুষ্ঠান সকলোতে সিটোৰ লগত ইটোৰ অবিচ্ছেদ্য সম্পৰ্ক ৰাখি শিক্ষা দিয়া দেখা যায়। পৰিবেশ আৰু শিক্ষাৰ্থীৰ প্ৰয়োজনভিত্তিত কেন্দ্ৰীয় বিদ্যালয়বোৰত আঞ্চলিক আৰু শাস্ত্ৰীয় ভাষা শিক্ষাৰ ব্যৱস্থা পৰ্যায় বিশেষত থাকিলেও সেইবোৰ গৌণ কিন্তু মুখ্য হৈছে ইংৰাজী আৰু হিন্দী ভাষা।

আমি সাধাৰণ দৃষ্টিভংগীৰে চাবলৈ গ'লে কেন্দ্ৰীয় বিদ্যালয়বোৰত এনেভাৱে সৰ্বভাৰতীয় পৰ্যায়ত ভাষানীতি গ্ৰহণ কৰাৰ মূল উদ্দেশ্য হৈছে যে কেন্দ্ৰীয় চৰকাৰৰ কোনো কৰ্মচাৰীক ভাৰতবৰ্ষৰ যিকোনো ঠাইলৈ বদলি কৰিলে যাতে কৰ্মচাৰীজনৰ শিক্ষাৰ্থীয়ে শিক্ষা গ্ৰহণৰ ক্ষেত্ৰত ভাষাৰ মাধ্যমৰ কাৰণে বাধাগ্ৰস্ত নহয়, ইংৰাজী বা হিন্দী ভাষাৰমাধ্যম প্ৰৱৰ্তিত তেনে শিক্ষানুষ্ঠানত ছাত্ৰ-ছাত্ৰীয়ে নিজকে খাপ খুৱাই শিক্ষা ল'ব পাৰে তেনেবোৰ পৰিস্থিতিৰ প্ৰতি লক্ষ্য ৰাখিহে এনে ভাষা-নীতি গ্ৰহণ কৰা হৈছে আৰু তেনেভাৱে শিক্ষণীয় পাঠ্যক্ৰমো সৰ্বভাৰতীয় পৰ্যায়ত সকলোতে সমতা ৰক্ষা কৰি একে কৰা হৈছে।

এই ভাষানীতিৰ অন্য এটা প্ৰধান উদ্দেশ্য আৰু লক্ষ্য হৈছে অদূৰ ভৱিষ্যতে পদ-প্ৰাৰ্থীয়ে সৰ্বভাৰতীয় পৰ্যায়ত পৰীক্ষা দিয়াৰ ক্ষেত্ৰত ভাষাৰ মাধ্যম লৈ যাতে কোনোধৰণৰ বাধাপ্ৰাপ্ত নহয় তাৰ লগত সংগতি ৰাখি এই ভাষানীতি গ্ৰহণ কৰা হৈছে। আমাৰ কাৰো অজ্ঞাত বা অবিদিত নহয় যে সৰ্বভাৰতীয় পৰ্যায়ত আজিও ইংৰাজী বা হিন্দী ভাষাৰ মাধ্যমতে পদ-প্ৰাৰ্থীক পৰীক্ষা লোৱাৰ ব্যৱস্থা সংৰক্ষিত হৈ থকাটো আৰু হয়তো বহুযুগলৈকে এই ব্যৱস্থাই ৰক্ষিত হৈ থাকিব কিন্তু কেন্দ্ৰীয় চৰকাৰে আঞ্চলিক ভাষাবোৰৰ মাধ্যমেৰে সৰ্বভাৰতীয় পৰ্যায়ত পদ-প্ৰাৰ্থীৰ পৰীক্ষা লোৱাৰ ব্যৱস্থা আজিও প্ৰৱৰ্তন নকৰাটো পৰিতাপৰ কথা আৰু আনহাতেদি ইংৰাজী ভাষাক গুৰুত্ব আৰোপ কৰাৰ সেয়া হৈছে অন্যতম প্ৰধান কাৰণ।

আজিও আমাৰ ৰাজ্যিক চৰকাৰে প্ৰাথমিক পৰ্যায়ৰ পৰা দ্বিভাষাৰ মাধ্যমত ভাষানীতি প্ৰৱৰ্তন কৰা নাই কিন্তু কেন্দ্ৰীয় বিদ্যালয়বোৰত প্ৰাক-প্ৰাথমিক পৰ্যায়ৰ পৰাই ইংৰাজী আৰু হিন্দী ভাষাৰ শিক্ষা দিয়া দ্বিভাষা-নীতি প্ৰৱৰ্তিত হৈ আহিছে আৰু চৰকাৰী আৰ্থিক সাহায্য গ্ৰহণ নকৰা স্বীকৃতিপ্ৰাপ্ত তেনে অসমৰ বহু শিক্ষা

অনুষ্ঠানতে এই একে নীতি গ্ৰহণ কৰি শিক্ষা দিয়া পৰিলক্ষিত হৈছে। অন্যহাতেদি পৰ্যায়ক্ৰমে মাধ্যমিক স্তৰত শিক্ষাৰ্থীৰ অনুকূল পৰিৱেশত আৰু প্ৰয়োজনসাপেক্ষে অন্যান্য ভাষাৰো সম্যক জ্ঞান দিয়াৰ ব্যৱস্থাও নোহোৱা নহয়— কিন্তু হাইস্কুল শিক্ষান্ত পৰীক্ষাত মাথোন দুটা ভাষাৰে পৰীক্ষা লোৱাৰ ব্যৱস্থা সংৰক্ষিত, ইয়াৰে এটা ভাষা মাধ্যম-ভাষা আৰু আনটো ভাষা বিষয়-ভাষা। এই বিষয়ত নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিত "প্ৰাথমিক স্তৰত মাতৃভাষা শিক্ষা" পাঠত পৰ্যালোচনা কৰি এটা মন্তব্য দাঙি ধৰিছে—

"ভাষাৰ লগত জীৱনৰ পোনপটীয়া সম্বন্ধ।সেয়ে বিদ্যালয়ত মাতৃভাষা কেৱল পঢ়াবলগীয়া বিষয় হিচাপে গণ্য নকৰি ল'ৰা-ছোৱালীৰ দৈনন্দিন জীৱনৰ এক অবিচ্ছেদ্য অংগ বুলি বিবেচনা কৰিব লাগে। দৰাচলতে মাতৃভাষাই শিশুক ব্যক্তিগত, পাৰিবাৰিক আৰু সামাজিক চাহিদা পূৰণ কৰাত বিশেষভাৱে সহায় কৰে। এনে চাহিদা পূৰণৰ লগে লগে ব্যক্তিত্ব আৰু চিন্তাধাৰাৰ বিকাশত ভাষাই বিশেষভাৱে অৰিহণা যোগায়।

সংস্কৃতিৰ প্ৰধান বাহকো হ'ল এই মাতৃভাষা। আকৌ পাঠ্যক্ৰমৰ আন আন বিষয় জ্ঞান আয়ত্ত কৰাৰ প্ৰধান মাধ্যমো হৈছে মাতৃভাষা। এতেকে প্ৰাথমিক স্তৰৰ পৰাই মাতৃভাষা শিক্ষাৰ ওপৰত গুৰুত্ব আৰোপ কৰিব লাগে।" (পি)

নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিৰ প্ৰাথমিক পৰ্যায়ৰ পাঠ্যক্ৰম ৰচনা কৰাৰ ক্ষেত্ৰত দেখা গৈছে যে বিভিন্ন জনগোষ্ঠীৰ মাতৃভাষাৰ ওপৰত অৰ্থাৎ প্ৰাথমিক পৰ্যায়ৰ শিক্ষাৰ মাধ্যম-ভাষাৰ ওপৰত পৰোক্ষ আৰু প্ৰত্যক্ষভাৱে গুৰুত্ব আৰোপ কৰা হৈছে কিন্তু প্ৰত্যক্ষভাৱে যিসকল শিক্ষাৰ্থীৰ আঞ্চলিক বা ৰাজ্যিক প্ৰশাসনীয় ভাষা মাতৃভাষা নহয় তেনে শিক্ষাৰ্থীৰ কাৰণে আঞ্চলিক ভাষাক প্ৰাথমিক পৰ্যায়ৰ পৰাই আনুষংগিকভাৱে সংযোগী ভাষা হিচাপে গণ্য কৰি দ্বিভাষাৰ মাধ্যমেৰে পৰ্যায়ক্ৰমে ভাষা শিক্ষা দি অহাৰ কথা কোৱা হোৱা নাই। এইবোৰৰ সম্যক পৰ্যালোচনাৰ পৰা স্পষ্ট হৈ পৰিছে যে প্ৰাথমিক পৰ্যায়ৰ পৰাই দ্বিভাষাৰ মাধ্যম প্ৰৱৰ্তন কৰি সৰ্বভাৰতীয় পৰ্যায়ৰ শিক্ষানুষ্ঠানৰ শিক্ষণীয় ভাষা শিক্ষাৰ নীতিৰে পাঠ্যক্ৰম ৰচনা কৰাৰ দৰে ৰাজ্যিক পৰ্যায়ৰ শিক্ষানুষ্ঠানটো ভাষা শিক্ষাৰ পাঠ্যক্ৰমে ৰচনা কৰি ইটোৰ লগত সিটোৰ সংগতি ৰক্ষা কৰি শিক্ষা দিয়াই যুগসাপেক্ষে শুদ্ধ ভাষানীতি আৰু সমগ্ৰ ভাৰতবৰ্ষৰে ভাষা সমস্যা সমাধানৰ অন্যতম সপোন।

॥৫॥

নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিত শিক্ষাৰ্থীৰ ভাষাৰ ভূমিকা পৰ্যালোচনা কৰিবলৈ গৈ শিক্ষাৰ্থীৰ বিচাৰ-বিবেচনা, ব্যক্তিগত মানসিক প্ৰক্ৰিয়া, চিন্তা-চৰ্চা, সামূহিব

চিন্তাধাৰা, মানসিক বিকাশ আদি মনস্তাত্ত্বিক দিশৰ ক্ষেত্ৰত ভাষাই কেনেভাৱে প্ৰভাৱ বিস্তাৰ কৰে তাৰ কথাও "ৰাষ্ট্ৰীয় শিক্ষানীতি" পুথিত মন্তব্য কৰিছে—

"মাতৃভাষা কোনো এক সীমিত সময়ৰ ভিতৰত শিকোৱা ব্যৱস্থা নকৰি ইয়াৰ পৰিসীমা বঢ়াই লোৱা ভাল। শিশুৰ আৱশ্যকতা আৰু ৰুচিৰ প্ৰতি মনোযোগ দি মাতৃভাষাৰ বিষয়বস্তু বিস্তাৰিত কৰি লোৱা উচিত। মাতৃভাষা যিহেতু বিচাৰ-বিবেচনাৰ মাধ্যম সেইহেতুকে শিশুৱে ভাষা সম্বন্ধীয় বিভিন্ন প্ৰকাৰৰ ব্যক্তিগত আৰু সামূহিক অনুভৱৰ দ্বাৰা যাতে ভাষাৰ ওপৰত অধিকাৰ সাব্যস্ত কৰিব পাৰে তাৰ কাৰণে সহায় আগবঢ়াব লাগে" (২৪-পি)

এই মন্তব্যত মাতৃভাষাক এক সীমিত পৰ্যায়ত শিক্ষাৰ বাহন হিচাপে নাৰাখি পৰিসীমা বঢ়াই লোৱাৰ যি যুক্তি দাঙি ধৰিছে অৰ্থাৎ পৰ্যায়ক্ৰমে মাতৃভাষাৰ মাধ্যম প্ৰৱৰ্তন কৰাৰ যি বাস্তৱসম্মত মত পোষণ কৰি তাৰ সমৰ্থনযোগ্য ইংগিত দিছে তাক সম্যকভাৱে পৰ্যালোচনা কৰি চালে প্ৰধানতঃ দুটা দিশ পোৱা যায় (১) মাতৃভাষাবোৰ উচ্চমানবিশিষ্ট পৰ্যায়ৰ (ষ্টেণ্ডাৰ্ড লেংগুৱেজ) ভাষা হিচাপে প্ৰতিষ্ঠা লাভ কৰা আৰু (২) শিক্ষাৰ্থীৰ কাৰণে শিক্ষাদানৰ পৰ্যায়ক্ৰমে আৰু প্ৰয়োজনসাপেক্ষে বিভিন্ন বিষয়ক, বিভিন্ন ধৰণৰ পাঠ্যপুথিৰ প্ৰস্তুতিকৰণ। এইদুয়োটাৰে যদি পৰিপক্ক হৈ নুঠে তেন্তে তেনেবোৰ মাতৃভাষাৰে শিক্ষা দিয়াৰ প্ৰক্ৰিয়া প্ৰাথমিক পৰ্যায়তে সীমিত নাৰাখি আৰম্ভণিৰে পৰা ক্ৰমাগতভাৱে হাইস্কুল শিক্ষান্ত পৰীক্ষাৰ পাঠ্যক্ৰমৰ পৰ্যায়লৈকে উন্নীত কৰি আৱেগিকভাৱে মাধ্যম প্ৰৱৰ্তন কৰিবলৈ গ'লে বংশধৰ বা 'জেনেৰেচন' পংগু হৈ যোৱাৰো সম্ভাৱনা নোহোৱা নহয় আৰু সেই পংগু প্ৰক্ৰিয়া আৰু প্ৰতিক্ৰিয়াৰ বাবে কোন অপৰিণামদৰ্শী হৈ থাকিব? তাৰ বাবে কোন দায়বদ্ধ হ'ব? ই এক চিন্তা আৰু বিচাৰ্যৰ বিষয়। গতিকে যেতিয়ালৈকে বিভিন্ন জনগোষ্ঠীৰ মাতৃভাষাই উচ্চমানবিশিষ্ট পৰ্যায়লৈকে উন্নীত নহয় আৰু প্ৰয়োজনীয় বিভিন্ন পৰ্যায়ৰ বিভিন্ন বিষয়ৰ পাঠ্যপুথি ৰচিত নহয় তেতিয়ালৈকে গতানুগতিকভাৱে চলিত ভাষা মাধ্যমৰ শিক্ষানীতিৰ আমূল পৰিৱৰ্তন সাধন কৰি তৎকালে একোটা ভাষা-মাধ্যমৰ নীতি গ্ৰহণ কৰাটো অবাঞ্ছনীয়।

নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিত মাতৃভাষাৰ ওপৰত অধিকৰূপে গুৰুত্ব আৰোপ কৰি মাতৃভাষাৰ ভূমিকা, প্ৰক্ৰিয়া, প্ৰতিক্ৰিয়া, ফলপ্ৰসূ কাৰ্যকাৰিতাৰ সম্পৰ্কে বহল ব্যাখ্যা কৰি মন্তব্য কৰিছে—

প্ৰথমে মাতৃভাষাৰ সহায়তহে আন এটা ভাষা শিকে। দ্বিতীয় তথা তৃতীয় ভাষা শিকোৱা উপায় একেটাই। যান্ত্ৰিক বা অৰ্ধযান্ত্ৰিক যোগ্যতা লাভেই মাতৃভাষা শিক্ষাৰ উদ্দেশ্য হ'লেও ইয়াৰ অৰ্থ অধিক ব্যাপক। যদি আমাৰ কণ কণ ল'ৰা-

ছোৱালীবোৰৰ ভাষা শিক্ষাৰ যোগ্যতা বিকাশত আমি ঠিকমতে যত্ন নলওঁ, ভাষা শিক্ষাৰ সফলতা দূৰৰ কথা এই উদ্দেশ্যেও অপূৰ্ণ হৈ ৰ'ব।

যান্ত্ৰিক আৰু অৰ্ধযান্ত্ৰিক যোগ্যতাৰ পৰিধি অতিক্ৰম কৰি চিন্তামূলক আৰু সৃজনাত্মক যোগ্যতাৰ পৰ্যায়লৈ ছাত্ৰ-ছাত্ৰীক আগবঢ়াই নিব পৰাটোৱে মাতৃভাষা শিক্ষাৰ চূড়ান্ত লক্ষ্য, এই লক্ষ্যত উপনীত হ'ব পাৰিলেহে ভাষা শিকা প্ৰকৃততে ফলপ্ৰসূ হৈছে বুলি ক'ব পাৰি। যান্ত্ৰিক-অৰ্ধযান্ত্ৰিক আৰু চিন্তাত্মক সৃজনাত্মক এই তিনিওটাতে যোগ্যতাৰ বিকাশত সমগুৰুত্ব দিয়া উচিত। সেয়ে প্ৰাথমিক স্তৰত সকলোখিনি যান্ত্ৰিক কৌশল আয়ত্ত কৰাত শিক্ষকে গুৰুত্ব দিব। মজলীয়া স্তৰত যান্ত্ৰিক আৰু অৰ্ধযান্ত্ৰিক এই দুই কৌশলৰ পৰিপক্ক লাভ কৰাৰ প্ৰতি শিক্ষকে বিশেষভাৱে চকু দিব; আৰু মাধ্যমিক স্তৰত জাতীয় চেতনা আৰু ব্যক্তিত্ব বিকাশৰ এক বলিষ্ঠ মাধ্যম হিচাপে মাতৃভাষা যাতে ব্যৱহৃত হয় তাৰ প্ৰতি শিক্ষকে মনোযোগ দিব" (২৪-পি)।

প্ৰাথমিক পৰ্যায়ৰ পৰা শিক্ষণীয় ভাষাৰ যোগেদি শিক্ষাৰ্থীয়ে নৈতিক চৰিত্ৰ গঠন, নৈতিক প্ৰমূল্য বোধৰ বিষয়ে যি সম্যক জ্ঞান লাভ কৰি ভৱিষ্য' জীৱন যাত্ৰাত আদৰ্শনীয় ব্যক্তি হিচাপে জনসমাজত প্ৰভাৱ বিস্তাৰ কৰে তাৰ প্ৰতি' লক্ষ্য ৰাখি নতুন "ৰাষ্ট্ৰীয় শিক্ষা নীতি" নামৰ পুথিত ভাষা অধ্যয়নত সেইবোৰৰ ভূমিকাৰ বিষয়ে ব্যাখ্যা কৰি মন্তব্য দিছে—

"কণ কণ শিশুহঁতৰ মনৰ মাজত মৰম, চেনেহ, সহযোগিতা, পৰিশ্ৰমৰ মৰ্যাদা, সমতা, দয়া, সময়ানুবৰ্তিতা, পৰিষ্কাৰ-পৰিচ্ছন্নতা, শিষ্টাচাৰ, বয়স্কসকলৰ প্ৰতি শ্ৰদ্ধা, গছ-গছনি, পশু-পক্ষীৰ প্ৰতি ল'বলগীয়া যত্ন আদি প্ৰয়োজনীয় গুণৰাজিৰ বিকাশ সাধনত ভাষাৰ ভূমিকা গুৰুত্বপূৰ্ণ" (২৪- পি)।

আমি নিৰপেক্ষভাৱে পৰ্যালোচনা কৰি চালে পাওঁ যে ভাষা বিষয়টো আবেগিকভাৱে সিদ্ধান্ত কৰি গ্ৰহণ কৰা বিষয় নহয়, ইয়াৰ লগত বাস্তৱসম্মত আৰু বিজ্ঞানসম্মত দুয়োটা দিশ জড়িত হৈ আছে আৰু ভাষাবো এটা স্বতঃস্ফূৰ্ত ধাৰা নোহোৱা নহয়। পৃথিৱীৰ সকলো ভাষাৰ প্ৰয়োজনৰ ভিত্তিত বিকাশ আৰু উৎকৰ্ষ সাধিত হয় আৰু অপ্ৰয়োজনৰ ভিত্তিত অবলুপ্তি বা বিলুপ্তিও হোৱা দেখা গৈছে। কোনো শিক্ষাৰ্থীক বলেৰে আৰু বৰ নোৱাৰাকৈ ভাষা জাপি দিয়া বিষয় নহয়, পৰিবেশে অধিকভাৱে শিক্ষাৰ্থীৰ ভাষা অধ্যয়ন আৰু বিকাশৰ ক্ষেত্ৰত প্ৰভাৱ বিস্তাৰ কৰে। শিক্ষাৰ্থীৰ ভৱিষ্যৎ জীৱনৰ বুনিয়াদ ৰচনা কৰাৰ ক্ষেত্ৰত পৰ্যায়ক্ৰমে জ্ঞান আহৰণ, জ্ঞানৰ বিকাশ সাধন কৰাত ভাষাৰ ভূমিকা সৰ্বাধিক।

নতুন ৰাষ্ট্ৰীয় শিক্ষানীতিয়ে ভাষাৰ ভূমিকা বিষয়ত যি শিক্ষণীয় ভাষানীতি নিৰ্ধাৰণ কৰি দিছে তাত অনিচ্ছুক তথা কম মেধাৱী শিক্ষাৰ্থীৰ কাৰণে প্ৰয়োজনতকৈ অধিক ভাষা শিক্ষাৰ বব নোৱাৰা ভাষাৰ বোজাজাপি দিয়া আৰু অন্যহাতেদি ইচ্ছুক তথা মেধাৱী আৰু সামৰ্থ থকা শিক্ষাৰ্থীক অধিক ভাষা শিক্ষাৰ পৰা বঞ্চিত কৰাৰ মত পোষণ কৰা নাই, বৰঞ্চ নিৰপেক্ষভাৱে শিক্ষায়াতনিক দিশত আমাৰ ভাৱী বংশধৰৰ কাৰণে শিক্ষা অধ্যয়নত উপকৃত হ'ব পৰাকৈ উপযুক্ত ভাষা শিক্ষাৰ পৰিৱেশ ৰচনা কৰি সৰ্বাংগীণ উন্নতিৰ ক্ষেত্ৰত যাতে ভাষাই ইন্ধন যোগাব পাৰে তাৰে পথ মুকলি কৰি দিছে। ■

*"অসমবাণী'ৰ বিশেষ বিহু সংখ্যাত প্ৰকাশিত : সম্পাদক*

# ভৃগুমুণি কাগ্‌য়ুং ঃ এটি চমু পৰিচয়

লুইতপৰীয়া কবি, নিবন্ধকাৰ ভৃগুমুণি কাগ্‌য়ুঙে বুৰঞ্জীপ্ৰসিদ্ধ ৰংপুৰ নগৰৰ পশ্চিম দিশৰ দিখৌমুখ আলিমুৰ মিচিং গাঁৱত ১৯৩৫ খ্ৰীষ্টিয় চনত জন্মগ্ৰহণ কৰে। গাঁৱৰ বিদ্যালয়তে প্ৰাথমিক শিক্ষা শেষ কৰি তেওঁ শিৱসাগৰৰ চৰকাৰী এম ভি স্কুলত নামভৰ্তি কৰে। তেওঁৰ ককাইদেৱেক চমভাল কাগ্‌য়ুং মাজুলীৰ স্কুল পৰিদৰ্শক থকা বাবে হাইস্কুলীয়া শিক্ষা দুবছৰমান কমলাবাৰী আউনিআটি হেমচন্দ্ৰ হাইস্কুলত লাভ কৰিছিল। তাৰ পিচত শিৱসাগৰৰ চৰকাৰী হাইস্কুলত পঢ়া-শুনা কৰিছিল। প্ৰৱেশিকা পৰীক্ষা নিদিয়াকৈ তেওঁ দিখৌমুখলৈ গৈ এম ই স্কুল প্ৰতিষ্ঠাৰ কামত আগভাগ লয়। ১৯৫২ চনত প্ৰতিষ্ঠিত এই দিখৌমুখ এম ই স্কুল সম্প্ৰতি উচ্চতৰ মাধ্যমিক হৈছে। এই দিখৌমুখ এম ই স্কুলৰ তেওঁ আছিল প্ৰতিষ্ঠাতা বিনা বেতনৰ শিক্ষক। পিচত প্ৰতিযোগিতামূলক শিক্ষক প্ৰশিক্ষণ বৃত্তি লাভ কৰি যোৰহাট চৰকাৰী নৰ্মাল স্কুলত পঢ়িবলৈ আহে। ১৯৫৮ চনত ভৃগুমুণি কাগ্‌য়ুঙে নৰ্মাল থাৰ্ড ইয়েৰ আৰু প্ৰাইভেটকৈ একেবাৰতে মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। ইয়াৰ পিচত দিনৰ ভাগত চৰকাৰী ইণ্ডাষ্ট্ৰিয়েল ট্ৰেইনিং ইন্সটিটিউটত চিলাই শিক্ষাৰ প্ৰশিক্ষণ লয় আৰু নিশাৰ ভাগত যোৰহাট জে বি কলেজত আই এ শ্ৰেণীত পাঠ গ্ৰহণ কৰে। পিচত গুৱাহাটীৰ বি বৰুৱা কলেজৰ পৰা পৰীক্ষা দি বি এ পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৯০-৯১ চনত কাগ্‌য়ুঙে গুৱাহাটী বিশ্ববিদ্যালয়ত অসমীয়া ভাষা বিষয়ত প্ৰাইভেটকৈ এম এ পৰীক্ষাত অৱতীৰ্ণ হৈছিল। কিন্তু কৃতকাৰ্য নহ'ল। ১৯৯২ চনত তেওঁ মিচিং প্ৰাপ্তবয়স্কঃ পাঠ্যপুথি প্ৰণয়নৰ কামত কেইবামাহো চেণ্ট্ৰেল ইন্সটিটিউট অব ইণ্ডিয়ান লেংগুৱেজেছ, মহীশূৰত থাকিবলগীয়া হৈছিল। শ্ৰীকাগ্‌য়ুঙে ১৯৭৮ চনৰ পৰা ১৯৯২ চনলৈ সুদীৰ্ঘ কালছোৱা অসম চৰকাৰৰ সামাজিক শিক্ষাৰ অধীনস্থ প্ৰাপ্তবয়স্কঃ শিক্ষাৰ মুখপত্ৰ *'জনশিক্ষাৰ' সহকাৰী সম্পাদক আৰু পিচলৈ সম্পাদক হিচাপে সুখ্যাতিৰে* কাৰ্যনিৰ্বাহ কৰিছিল। ইয়াৰ আগতে তেওঁ *যোৰহাটৰ নেচনেল টেলিগ্ৰাফ ট্ৰেইনিং এণ্ড* কমাৰ্চিয়েল ইন্সটিটিউট আৰু যোৰহাট চৰকাৰী উচ্চতৰ মাধ্যমিক বহুমুখী বিদ্যালয়ত শিক্ষকতা কৰিছিল।

### সাহিত্য-জীৱন

ভৃগুমুণি কাগ্‌য়ুঙৰ সাহিত্য-জীৱন আৰম্ভ হয় পঞ্চমমানত পঢ়ি থকা কালৰ পৰাই। যোৰহাট চৰকাৰী হাইস্কুলত থাকোতে 'আশাৰ দীপালী' আৰু 'সোৱণশিৰি' নামৰ দুটি কবিতা লিখি তেওঁ দুবছৰ প্ৰথম পুৰস্কাৰ পাইছিল। কবিতা দুটি স্কুলৰ বছৰেকীয়া মুখপত্ৰ 'ৰংপুৰ'ত প্ৰকাশিত হৈছিল। সপ্তম শ্ৰেণীত থাকোতেই তেওঁ 'কবিতাকলি' নামৰ পদ্যৰ পুথি এখন লিখি উলিয়াইছিল। বিভিন্ন মহকুমা, জিলা আৰু ৰাজ্যিক পৰ্যায়ৰ ৰচনা প্ৰতিযোগিতাত

অংশগ্ৰহণ কৰি তেওঁ ভূঁয়সী প্ৰশংসা পাইছিল। ১৯৫৫ চনৰ পৰা অসম সাহিত্য সভাৰ বিভিন্ন শাখাৰ লগত তেওঁ জড়িত হৈ পৰিছিল। প্ৰকৃতপক্ষে সেই চনৰ পৰাহে নিবন্ধ ৰচনাত হাত দিয়ে। ১৯৭০ চনত শ্ৰীকাগয়ুঙে 'অনাহুত' কবিতা পুথিৰ বাবে আৰু ১৯৯৪ চনত 'মন বননিৰ জহ' নামৰ কবিতা পুথিৰ বাবে ৰাষ্ট্ৰীয় পুৰস্কাৰেৰে পুৰস্কৃত হৈছিল। তেওঁ সম্পাদনা কৰা 'মিচিং সংস্কৃতিৰ আলেখ্য' নামৰ গ্ৰন্থখনে গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতক আৰু স্নাতকোত্তৰ বিভাগৰ প্ৰসংগ পুথি হিচাপে স্বীকৃতি পাইছে। অসমীয়া ভাষাত তেওঁ ৰচনা কৰা কবিতা, সামূহিক নিবন্ধ, সমালোচনা আৰু সম্পাদনা কৰা গ্ৰন্থ ২৬ খন। 'অসমীয়া', 'দৈনিক অসম', 'আমাৰ প্ৰতিনিধি', 'অগ্ৰদূত' আদি বহুতো সাময়িকী আৰু স্মৃতিগ্ৰন্থত তেওঁৰ প্ৰবন্ধ প্ৰকাশ পাইছে।

অসম চৰকাৰৰ সাহিত্যিক পেঞ্চনাৰ ভৃগুমুণি কাগয়ুঙে জীৱনৰ বিয়লি বেলাতো কলম এৰি দিয়া নাই। তেওঁ মধুমেহ ৰোগত ভুগি দৃষ্টিশক্তি হেৰুৱাইছে যদিও আনৰ সহায়ত কলম চলাই আছে। অসম সাহিত্য সভা আৰু অনান্য সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানসমূহত শ্ৰীকাগয়ুঙে নিৰৱচ্ছিন্নভাৱে আৰু সক্ৰিয়তাৰে অংশগ্ৰহণ কৰি আছে। আমি তেওঁৰ সুস্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন কামনা কৰিলোঁ।

# লিপ্যন্তৰ

মিচিং ভাষাৰ শব্দবোৰৰ সঠিক উচ্চাৰণৰ বাবে এই পুথিত অসমীয়া আৰু ৰোমান আখৰৰ সহায়ত কিছুমান ধ্বনিলিপি ব্যৱহাৰ কৰা হৈছে। যেনে—

স্বৰধ্বনি ঃ

হ্ৰস্বস্বৰ— অ=O, আ=A, ই=I, উ=U, এ=E, অী =C, অ্=V

দীৰ্ঘস্বৰ— অঃ=Oঃ, আঃ=Aঃ, ইঃ=Iঃ, উঃ=Uঃ, এঃ=Eঃ, অীঃ=Cঃ, অ্ঃ=Vঃ

ব্যঞ্জন ধ্বনি— ক=K, গ=G, ঙ=NG,
চ=S, জ=J, ঞ=NK,
ত=T, দ=D, ন=N,
প=P, ব=B, ম=M,
য়=Y, ৰ=R, ল=L,
ৱ=W, হ=H,

উচ্চাৰণ ঃ

১। মিচিং ভাষাৰ ধ্বনিবোৰৰ উচ্চাৰণ অসমীয়া বৰ্ণবোৰৰ দৰেই হ'ব। ৰোমান আখৰবোৰৰ উচ্চাৰণ অসমীয়া বৰ্ণৰ দ্বাৰা সূচিত হৈছে।

২। স্বৰধ্বনিবোৰৰ হ্ৰস্ব আৰু দীৰ্ঘ দুটা ৰূপ আছে। হ্ৰস্ব ধ্বনিৰ পিছত এটা কলন চিহ্ন সংযোগ কৰি দীৰ্ঘত্ব সূচোৱা হৈছে। হ্ৰস্বতকৈ অলপ দীঘলীয়াকৈ উচ্চাৰণ কৰিলে দীৰ্ঘস্বৰ হ'ব।

৩। অী বা C-মধ্য কেন্দ্ৰীয় ধ্বনি। ইংৰাজী bird শব্দৰ 'i' টোৰ দৰে ইয়াৰ উচ্চাৰণ হ'ব।

৪। অ্ বা v= উচ্চ কেন্দ্ৰীয় ধ্বনি। জাৰ্মান Max Mullar নামটোৰ u ধ্বনিৰ দৰে ইয়াৰ উচ্চাৰণ হ'ব।

৫। Ng একেলগে থাকিলেও এটা ধ্বনি বুলি ধৰিব লাগে। অসমীয়া ঙ-ৰ দৰে উচ্চাৰণ হ'ব। nআৰু gৰ বেলেগ উচ্চাৰণ হ'লে আখৰ দুটাৰ মাজত হাইফেন থাকিব। যেনে— পঙাব্=pongab=পঢ়ি শেষ কৰ্। পন্গাব্-pon-gab=বান্ধি ৰাখ্ ইত্যাদি।

৬। Ny ও এটা ধ্বনি। ইয়াৰ উচ্চাৰণ অসমীয়া ঞ-ৰ সমপৰ্যায়ৰ। n আৰু y বেলেগ ধ্বনি হিচাপে ব্যৱহৃত হ'লে তাৰ মাজত হাইফেন থাকিব। যেনে— পাঞিও=pcnyo=পাগ মাৰি। পিন্য়াং=pin-yang=গেলা ভাত, ইত্যাদি।

৭। অসমীয়া আখৰৰ ব্যঞ্জন ধ্বনিবোৰ শব্দৰ শেষত বা অক্ষৰৰ শেষত ব্যঞ্জনান্ত হ'লে তাৰ তলত হসন্ত চিহ্ন থাকিব। স্বৰান্ত হ'লে একো নাথাকে। যেনে— আৰ=aro=সঁচা; আয়াৰ্=ayar=দীঘ; আতাব্=atab=চেপেটা; পাঃতব=pa:tobo=পালোঁ; ইত্যাদি। ■

---

*(মিচিং সংস্কৃতিৰ আলেখ্যৰ পৰা উদ্ধৃত)*